আঁদ্ৰে মৰোৱা

# এৰিয়েল

(শ্যেলীৰ জীৱন আৰু প্ৰেমৰ অনবদ্য কাহিনী)

(Lila D'arct য়ে কৰা ইংৰাজী ভাঙনিৰ সম্পূৰ্ণ অনুবাদ)



অনুবাদক
ড° প্ৰফুল্ল কটকী

জ্যোতি প্ৰকাশন
পাণবজাৰ : গুৱাহাটী-১

এৰিয়েল
ড° প্ৰফুল্ল কটকী

প্ৰকাশকঃ
ইলা শৰ্মা
জ্যোতি প্ৰকাশন
গুৱাহাটী-১

প্ৰথম প্ৰকাশঃ
ছেপ্তেম্বৰ '৯৫

মূল্যঃ ৯০.০০ টকা

কম্প'জঃ
গ্ৰাফিক প্ৰচেছ
গুৱাহাটী

ছপাঃ
প্ৰবাহিকা প্ৰিণ্টাৰ্ছ
ভঙাগড়, গুৱাহাটা-৫

# অনুবাদকৰ নিবেদন

প্ৰথিতযশা ফৰাচী লেখক আঁদ্রে মৰোৱা (Andre-Maurois)ই লিখা শ্যেলীৰ জীৱনালেখ্য এৰিয়েল (Ariel)ৰ অসমীয়া অনুবাদ পাঠকসকললৈ আগবঢ়োৱা হ'ল।

আঁদ্রে মৰোৱা (১৮৮৫-১৯৬৭) এগৰাকী বিখ্যাত ফৰাচী জীৱনীকাৰ আৰু ঔপন্যাসিক। তেওঁ ৰচনা কৰা আনকেইখন জীৱনী হ'ল— ডিজবেলি (১৯২৭), বাইৰণ (১৯৩০) আৰু লেলিয়া (জৰ্জচেণ্ড, ১৯৫২)।

এৰিয়েল কবি শ্যেলীৰ জীৱন আৰু প্ৰেমৰ অনবদ্য কাহিনী। ইয়াৰ প্ৰথম প্ৰকাশ ১৯২৩ চনত। তেতিয়াৰপৰা আজিলৈকে ইয়াৰ দহোটা সংস্কৰণ ওলাইছে। ইয়াৰ পেঙ্গুইন পেপাৰবেক সংস্কৰণ ওলায় ১৯৩৫ চনত। এক আধুনিক ক্লাছিক হিচাপে এৰিয়েলে পাঠকসমাজৰ অকুণ্ঠ সমাদৰ লাভ কৰিছে।

এৰিয়েলত কবি শ্যেলীৰ ব্যক্তিত্ব আৰু প্ৰেমানুৰাগৰ স্বৰূপ যথাৰ্থৰূপত ফুটাই তোলা হৈছে। কবিগৰাকীৰ ব্যক্তিত্বৰ বিভিন্ন দিশ— তেওঁৰ প্ৰতিবাদী, নিৰ্ভীক, যুক্তিবাদী, আপোচবিৰোধী, মানৱদৰদী, বন্ধুবৎসল, পৰাৰ্থপৰ, কল্পনাপ্ৰিয়, আবেগপ্ৰৱণ, সহানুভূতিশীল, দৃঢ়মনা অথচ বিনম্ৰ আৰু আপোনভোলা প্ৰকৃতি— ইয়াত মনোগ্ৰাহীকৈ ফুটাই তোলা হৈছে। শ্যেলীৰ চুটি জীৱন কালৰ (১৭৯২-১৮২২) ঘটনাৱলীৰ পৰ্য্যালোচনাৰে তেওঁৰ ব্যক্তিমানসৰ গভীৰতা বা অন্তৰ্জগতৰ লগত পাঠকৰ নিবিড় পৰিচয় ইয়াত ঘটোৱা হৈছে।

ইয়াৰ লগতে শ্যেলীৰ জীৱন পৰিক্ৰমাৰ শেহৰ ভাগলৈ কবি বাইৰণ (১৭৮৮-১৮২৪)ৰ জীৱনো জড়িত কৰা হৈছে। পৰস্পৰৰ প্ৰতিফলনত শ্যেলী আৰু বাইৰণৰ চৰিত্ৰৰ প্ৰভেদ ইয়াত সম্যকভাৱে দেখুওৱা হৈছে। উভয় চৰিত্ৰৰ মাজৰ বৈসাদৃশ্য দাঙি ধৰোঁতে লেখকে তেওঁৰ অন্তৰ্দৃষ্টিৰ গভীৰতাৰ প্ৰমাণ দিছে।

মনোযোগী পাঠক মাত্ৰেই শ্যেলীৰ কাহিনী বিন্যাসত লেখকৰ পৰ্য্যবেক্ষণ শক্তি, সূক্ষ্ম ৰসবোধ আৰু চতুৰ ৰসিকতাৰ প্ৰমাণ পাব। শ্যেলীৰ চৰিত্ৰ উপস্থাপন কৰোঁতে লেখকে নিজৰ অন্তৰ্দৃষ্টি আৰু বস্তুনিষ্ঠাৰ প্ৰমাণ দিছে। কবিগৰাকীৰ সান্নিধ্য বা সংস্পৰ্শত অহা বিভিন্ন পুৰুষ-মহিলাৰ চৰিত্ৰ চিত্ৰনো কাহিনীটোত যথাৰ্থভাৱে কৰা হৈছে।

সামগ্ৰিকভাৱে কাহিনীটোক এক মননশীল জীৱন পৰিক্ৰমা বুলি অভিহিত

কৰিব পাৰি। ই এক অনুভৱশীল দলিল। শ্যেলীৰ জীৱনৰ ঘটনাপ্ৰবাহ আৰু তেওঁৰ মন ইয়াত একাত্ম হৈ প্ৰতিফলিত হৈছে— এটা আনটোৰপৰা নিলগ হৈ ৰোৱা নাই। ইয়াৰ ফলত কবিগৰাকীৰ ব্যক্তিত্বৰ এক সুসমন্বিত ঐক্য কাহিনীটোত প্ৰতিফলিত হৈছে। শ্যেলীৰ কবিসত্ত্বাৰ পৰিস্ফুৰণৰো স্পষ্ট ইঙ্গিত ইয়াত দিয়া হৈছে।

জীৱনীমূলক উপন্যাস ব্যক্তিবিশেষৰ জীৱনৰ ঘাত-প্ৰতিঘাতৰ উল্লেখমাত্ৰ নহয়। সিবোৰৰ যোগেদি ব্যক্তিমানসৰ প্ৰতিফলনহে ইয়াৰ প্ৰধান উদ্দেশ্য বুলি কোৱা হৈছে। এৰিয়েলত এই উদ্দেশ্য সাধিত হৈছে। কাহিনী হিচাপে ইয়াত কল্পনাৰ জঞ্জাল নাই— ই একান্তই বাস্তৱভিত্তিক। কিন্তু পঢ়োঁতে ইয়াক কল্পিত কাহিনীতকৈয়ো মধুৰ যেন লাগে।

এৰিয়েল শিৰোনামটোও বিশেষ অৰ্থৱহঃ। শ্যেলীৰ প্ৰকৃতি শ্বেক্সপীয়েৰৰ **The Tempest** নামৰ নাটকৰ এৰিয়েল নামৰ চৰিত্ৰটোৰ দৰেই— পাৰ্থিব অথচ যেন অপাৰ্থিব।

এই অনুপম সুখপাঠ্য জীৱন গাঁথাটো আদিৰপৰা অন্তলৈকে একেসুৰীয়া নহয়। ইয়াৰ আগছোৱাৰ লঘু আৰু ঠায়ে ঠায়ে পৰিহাসস্পৃষ্ট সুৰটো শ্যেলীৰ জীৱনৰ ঘাত-প্ৰতিঘাতবোৰৰ ক্ৰমবৃদ্ধিৰ লগে লগে কৰুণ আৰু বিষাদচ্ছিন্ন হৈ হৈ পৰিণতিত একান্ত মৰ্মন্তুদ হৈ পৰিছে। কাব্যিক সংবেদনশীলতা কাহিনীটোৰ শেহৰ পিনে নিবিড় হৈ পৰিছে।

আমি জনাত আন ভাষাৰ জীৱনীমূলক উপন্যাসৰ অসমীয়া অনুবাদ এয়ে প্ৰথম। ইতিমধ্যে এনে বিধৰ কেইবাখনো উপন্যাস অসমীয়া ভাষাত ওলাইছে। সেই সন্দৰ্ভত এৰিয়েলৰ এই অনুবাদে পাঠকৰ মনোযোগ বিশেষকৈ আকৰ্ষণ কৰিব বুলি আশা কৰিব পাৰি।

পুথিখন প্ৰকাশ কৰাৰ গধুৰ দায়িত্ব গাত লোৱাৰ বাবে জ্যোতি প্ৰকাশনৰ প্ৰতি আমাৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

পুথিখন ছপা কৰোঁতে অ'ত ত'ত দুই-এটা ভুল ৰৈ গ'ল। তাৰ বাবে আমি দুঃখিত।

অনুবাদক

# সূচীপত্ৰ

॥১॥

# কিয়েটৰ কথা

তেতিয়া ১৮০৯ চন।

ৰজা তৃতীয় জৰ্জে ইটনস্কুলৰ প্ৰধান শিক্ষক হিচাপে ডঃ কিয়েটেক নিযুক্তি দিলে। ডঃ কিয়েটে আছিল গায়ে গাৰিয়ে চুটি-চাপৰ মানুহ, কিন্তু স্বভাৱ চৰিত্ৰত উগ্ৰতপা : চেকনিৰ আগতহে বিদ্যা বোলা কথাষাৰ তেওঁ ধ্ৰুৱপকৈ মানিছিল। চেকনিৰ কোব খালেহে বোলে ছাত্ৰৰ এটাৰ বুদ্ধিবৃত্তি মুকলি হয়, তেহে পিছলৈ সি নিজকে মানুহ বোলাব পৰা হয়। শ্ৰেণীত ধৰ্মোপদেশৰ পাঠ শেষ কৰি, বিশেষকৈ সন্ত মেথ্যুৰ (St. Matthew) ষষ্ঠ নিৰ্দেশষাৰ পঢ়ি শুনাই তেওঁ ছাত্ৰহঁতক কৈছিল, "ল'ৰাহঁত, এতিয়া বুজি পাইছহঁক নহয়, অন্তৰখন নিকা কৰি চলিবিহঁক। নহ'লে চাবিহঁক, মই তহঁতক কোবাই কোবাই নিকা কৰিহে এৰিম।"

ইটন স্কুলৰ ছাত্ৰবোৰৰ সৰহভাগ আছিল গাঁও চহৰৰ সম্ভ্ৰান্ত আঢ্যৱন্ত পৰিয়ালৰ আৰু সদাগৰী কাৰবাৰ কৰা লোকৰ ল'ৰা। ডঃ কিয়েটৰ নৈতিক শাসনৰ কঠোৰতা সেই পৰিয়ালবোৰে বেয়া পোৱা নাছিল। প্ৰধান শিক্ষক গৰাকীক তেওঁলোকে পেটে পেটে সমীহ নকৰিও নোৱাৰিছিল। পাৰিবনো কেনেকৈ? ৰাজ্যখনৰ মন্ত্ৰী, যাজক, সেনাধ্যক্ষ, ডিউক আদি ওপৰমহলৰ লোকসকলৰ আধাআধি মানে জানো এইজনা শিক্ষকৰে কোব খাই মানুহ হোৱা নাই?

তেতিয়াৰ দিনত ভাল মানুহ মাত্ৰেই কঠোৰ অনুশাসনৰ পক্ষপাতী আছিল। ফৰাচী বিপ্লৱ হৈ যোৱাৰ সৰহদিন নৌ হয় এথোন। উদাৰপন্থী ভাবাদৰ্শই শাসক শ্ৰেণীৰ বাবে কেনে বিপৰ্যয় মাতি আনিব পাৰে তাৰ প্ৰমাণ এই বিপ্লৱে দি গৈছে। ইংলেণ্ডৰ শাসক শ্ৰেণীটোৱে ভাবি লৈছিল যে নেপোলিয়নৰ বিৰোধিতা কৰি তেওঁলোকে বাওঁপন্থী ভাবাদৰ্শহে প্ৰতিহত কৰিছিল। তেওঁলোকৰ স্কুলবোৰৰপৰা মুখেৰে লচপচ ভিতৰি কপট এচাম লোক ওলোৱাটোকে তেওঁলোকে বিচাৰিছিল।

ইটন স্কুলত পঢ়া অভিজাত শ্ৰেণীৰ ছাত্ৰহঁতৰ মনত কোনো গণতান্ত্ৰিক

চিন্তাই যাতে পোখা মেলিব নোৱাৰে, সেই উদ্দেশ্য মনত ৰাখি তাৰ পাঠ্যক্রম গতানুগতিক আৰু নিতান্তই তুচ্ছ মানৰ কৰি ৰখা হৈছিল। পাঁচোটা বছৰৰ ভিতৰত ছাত্ৰইঁতে হোমাৰৰ ৰচনাবোৰ দুবাৰ লুটিয়াব লগা হৈছিল, ভাৰ্জিলৰ প্ৰায় সমস্ত ৰচনা পঢ়িব লাগিছিল, আৰু সংশোধিত ৰূপত লেটিন লেখক হ্ৰেচৰ ৰচনাবোৰো তেওঁলোকে আয়ত্ত কৰিব লাগিছিল। ওৱেলিংটন আৰু নেলচন সম্পৰ্কে তেওঁলোকে লেটিন ভাষাত শ্লেষাত্মক চুটি কবিতা (এপিগ্ৰাম) ও লিখিব পৰা হৈছিল। লেটিন উদ্ধৃতিৰ প্ৰতি অনুৰাগ তেতিয়াৰ দিনত প্ৰায় সৰ্বব্যাপী আছিল। এদিনৰ কথা। প্ৰধানমন্ত্ৰী পিট (Pitt) চাহাবে 'হাউচ অফ্ কমন্স'ত 'ইনীদ' মহাকাব্যৰপৰা এটা উদ্ধৃতি মাতোঁতে উজুতি খালে; খাই কথাষাৰ শুদ্ধকৈ মনত পেলাবলৈ সেপ ঢুকি বৈছে নবৈছে মাথোন, ইফালেদি হুইগ আৰু টোৰী উভয় দলৰে সদস্যসকল একেলগে থিয় হৈ তেওঁক কথাফাঁকি মনত পেলাই দিবলৈ লাগি গ'ল। এক সমৰূপী ধ্যান-ধাৰণাৰ ইয়াতকৈ ভাল নিদৰ্শন আৰু কি লাগিছে!

বিজ্ঞান বিষয়টোৰ অধ্যয়ন বাধ্যতামূলক নাছিল, আৰু স্বাভাৱিকতেই ইয়াক আওহেলা কৰাও হৈছিল। নাচিবলৈ শিকাটো কিন্তু বাধ্যতামূলক আছিল।

ধৰ্মবিশ্বাসৰ ক্ষেত্ৰত সন্দেহ বা সংশয় ভাবক কিয়েটেই এক ডাঙৰ অপৰাধ বুলি গণ্য কৰিছিল, অন্যথাই ইয়াক পাতিব লগা কথাই নহয় বুলিহে ধৰিছিল। অতীন্দ্ৰিয়বাদ (বা ৰহস্যবাদ)-ক তেওঁ ধৰ্ম সম্পৰ্কে উদাসীনতাতকৈ বেচি ভয় কৰিছিল, গীৰ্জাত প্ৰাৰ্থনা চলি থাকোঁতে হাঁহি-খিকিন্দালিও দোষণীয় নহয় বুলি লৈছিল, আৰু চাবাথ (ৰবিবাৰে কৰ্মবিৰতি) পালন কৰা-নকৰা বিষয়তো তেওঁৰ মনোভাৱ বৰ কঠোৰ নাছিল।

তৰুণ চামৰ এই প্ৰখ্যাত শিক্ষকজনৰ (বোধহয় অৱচেতন) মনত লুকাই থকা মেকিয়াভেলীয় ধূৰ্তালিৰ আভাস এটা দিবলৈ এইখিনিতে এটা কথা উল্লেখ কৰা প্ৰয়োজন। ডঃ কিয়েটে তেওঁক কোনোবাই দুই-এটা মিছা কথা কোৱাটো দোষৰ কথা বুলি নধৰিছিল। বৰং তাক তেওঁ 'শ্ৰদ্ধাৰ চিন' বুলিহে লৈছিল।

ল'ৰাহঁতৰ মাজত বৰ্বৰোচিত প্ৰথা কেতবোৰ চলি আছিল। তলৰ

শ্ৰেণীৰ ল'ৰাবোৰক ওপৰ শ্ৰেণীৰ ল'ৰাহঁতৰ 'লগুৱা' বুলি ধৰা হৈছিল। এই 'লগুৱা'বোৰে সিহঁতৰ 'গৰাকী'ৰ বিছনা পৰা, জোতা চাফা কৰা, পানীৰ যোগান ধৰা, কাপোৰ-কানি ধুই পৰিপাটিকৈ ৰখা আদি অনেকটা আলপৈচান ধৰিব লাগিছিল। কোনোবাই তাকে নকৰোঁ বুলিলে সেই অবাধ্যতাদোষৰ যথোপযুক্ত দণ্ড বিহা হৈছিল। দণ্ড মানে আছিল উৎপীড়ন। এটা ল'ৰাই তাৰ অভিজ্ঞতা বৰ্ণাই—আপত্তি কৰিবলৈ নহয়— এইদৰে লিখিছিল— "মই ৰলচ বোলা ল'ৰাটোৰ লগুৱা। জপিয়াই পাৰ হ'ব নোৱৰা বহল খাল এটা পাৰ হ'বৰ বাবে সি মোক খুচি দিয়ে। খুচি দিবলৈ গজাল লগোৱা জোতা এযোৰ পিন্ধি লয়। মই যিমানবাৰ ভয়ত পিছ হোঁহকা মাৰোঁ সিমানবাৰ সি মোৰ গাত গজাল সুমাই দিয়ে। স্বাভাৱিকতেই মোৰ দুয়োটা কলাফুল ফাটি চিৰাচিৰ হৈছে, তেজে তুমৰলি দিছে। মোৰ 'গ্ৰীক কবি' পাঠ্যপুথিখন ফাটি-ছিটি কাগজৰ মণ্ড যেন হ'ল আৰু মোৰ নতুন সাজপাৰ ফাটি চিৰাচিৰ হ'ল।"

'আত্মৰক্ষাৰ কৌশল' বোলা কথাষাৰক বৰ উচ্চস্থান দিয়া হৈছিল। এবাৰ এক মাৰাত্মক হতাহতি খেলাৰ পিছত এটা ল'ৰা মৰিল। তাৰ শটো মাটিত পৰি থাকিল। ঘটনাস্থলীত উপস্থিত হৈ শটো চাবলৈ গৈ ডঃ কিয়েটে ক'লে, "এইটো সঁচাকৈয়ে দুৰ্ভাগ্যজনক কথা। পিছে ইটন স্কুলৰ ল'ৰা বুলিলে, একিল খালে এগোৰ সোধাব পাৰিবও লাগে।"

এই প্ৰথাটোৰ প্ৰকৃত, কিন্তু গোপন, লক্ষ্য আছিল একেটাই: বেচ মজবুত আৰু কৰ্ম্মঠ কিছুমান ডেকা মানুহৰ সৃষ্টি কৰা। আটাইবোৰ হ'ব একে ঠাঁচতে গঢ়া। কাম-কাজত ল'ৰাহঁত স্বতন্ত্ৰীয়া হ'ব পাৰে, যথেচ্ছা ব্যৱহাৰ কৰিব পাৰে, কিন্তু চিন্তা, সাজপাৰ, বা ভাষাত যিকোনো প্ৰকাৰে মৌলিকতাক জঘন্য অপৰাধ বুলি গণ্য কৰা হৈছিল। ভাব-চিন্তা বা কিতাপপত্ৰৰ প্ৰতি কণমান অভিৰুচি যদি কোনোবাই দেখুৱালে, তেন্তে তাক তৎক্ষণাত পুলিয়ে-পোখাই উভালি নিৰ্মূল কৰা হ'ল।

সৰহভাগ ইংৰাজ ল'ৰাৰ বাবে এনে এটা জীৱন একেবাৰে স্বাভাৱিক যেন আছিল। এগৰাকী ৰজাই প্ৰতিষ্ঠা কৰা ইটনৰ দৰে স্কুল এখনৰ পৰম্পৰা ৰক্ষা কৰাত তেওঁলোকে পৰম গৌৰৱ অনুভব কৰিছিল; ইটন স্কুলতে ৰাজসিংহাসনৰ ভৱিষ্যত উত্তৰাধিকাৰী যুৱৰাজো ছাত্ৰ আছিল। তেওঁৰে ছত্ৰছায়া আৰু সান্নিধ্য—এই দুয়োটাই তেওঁলোকৰ সমস্ত

দুঃখ-যন্ত্ৰণাৰ ওপৰত দুঃখ প্ৰশমক প্ৰলেপ যেন আছিল।

কিন্তু অনুভূতিপ্ৰৱণ ল'ৰাহঁতৰ অতি কমেইহে এনে অমানৱিক আচৰণ সৰহদিন সহ্য কৰি থাকিছিল।

এনে এটি ল'ৰা আছিল পার্চি বিচ্চি শ্যেলী— তেওঁ আছিল চাচেক্স অঞ্চলৰ এজন চহকী জমিদাৰৰ পুতেক। তেওঁৰ ককাক আছিল ছাৰ বিচ্চি শ্যেলী— পদবীত বেৰণ। উচ্চ অভিজাত শ্ৰেণীৰ লোক। পার্চি নামৰ এই ল'ৰাটোৱে কিন্তু এইটো বাতাববণত নিজকে খাপ খুৱাই ল'ব নোৱাৰিলে। এই ল'ৰাটি আছিল দেখাত অপূৰ্ব সুন্দৰ। তেওঁৰ চকুহাল আছিল উজ্জ্বল নীলাভ। চুলিবোৰ আছিল ক'লা আৰু কেকোৰা-কেকুৰি। গায়ে গাৰিয়ে লনী, গাৰ ৰং কমনীয়। তেওঁৰ বিবেক আছিল ইমান সূক্ষ্ম আৰু অনুভূতিশীল যে তেওঁৰ শ্ৰেণীৰ লোকৰ মাজত ই আছিল যেন - এক ব্যতিক্ৰম। তদুপৰি তেওঁৰ আছিল প্ৰচলিত ধ্যান-ধাৰণাসমূহৰ যুক্তিযুক্ততা সম্পৰ্কে প্ৰশ্ন কৰাৰ এক অবিশ্বাস্য প্ৰৱণতা।

ইটন স্কুললৈ প্ৰথমতে তেওঁ যাওঁতে ষষ্ঠ শ্ৰেণীৰ কেপ্টেইনহঁতে তেওঁৰ লাহী গা আৰু ছোৱালীৰ দৰে হাবভাব দেখি ভাবিলে যে তেওঁৰ ওপৰত সিহঁতৰ কৰ্তৃত্ব খটুৱাবৰ প্ৰয়োজনেই নহ'ব। কিন্তু তেওঁলোকে দেখিলে যে সামান্যতম কৰ্তৃত্ব আৰোপ বা ভীতি প্ৰদৰ্শনৰ বিৰুদ্ধেও তেওঁ তীব্ৰভাৱে প্ৰতিবাদ কৰিবলৈ আগবাঢ়ি আহে। তেওঁৰ ইচ্ছা আছিল অদম্য, কিন্তু ইচ্ছাক বাস্তৱত কাৰ্যকৰী কৰাৰ জোখাৰে গাৰ শক্তি পার্চিৰ নাছিল। ফলত তেওঁৰ মন বিদ্ৰোহোন্মুখ আৰু অবাধ্য হৈ পৰিল। শান্ত অৱস্থাত সদায় স্বপ্নীল হৈ থকা তেওঁৰ চকুহাল খং উঠিলে বা উত্তেজিত হ'লে প্ৰায় উন্মাদৰ দৰে হৈ পৰে। তেনে অৱস্থাত তেওঁৰ স্বাভাৱিকতে অনুচ্চ আৰু কোমল মাতষাৰো শুনাত হৈ পৰে তীক্ষ্ণ আৰু যন্ত্ৰণাক্লিষ্টৰ দৰে।

ল'ৰাজনৰ অধ্যয়নৰ প্ৰতি অনুৰাগ, খেলাধূলাৰ প্ৰতি বিৰাগ, বতাহত উৰি থকা তেওঁৰ দীঘল চুলি, ছোৱালীৰ দৰে ডিঙিত খোলা গলা-বন্ধ (collar)। এই সমস্তই ইটন স্কুলৰ গতানুগতিক বৰ্বৰ পৰিবেশ ৰক্ষা কৰিবলৈ দৃঢ়সংকল্প নপতাফুকনবোৰক চক খুৱাই দিলে. আটাইৰে মনত কিবা এক মৰ্মপীড়াৰ যেন সৃষ্টি কৰিলে। এই আচৰণ, এই হাবভাব, এই সাজপাৰ— এইবোৰ যে ইটনৰ চিৰাচৰিত বাতাবৰণত খাপ নোখোৱা।

এইবোৰ সহ্য কৰা যায় কেনেকৈ? কিন্তু ইটনত পদাৰ্পণ কৰাৰ প্ৰথম দিনাই শ্যেলীৰ মনত দৃঢ়বিশ্বাস হৈছিল যে এজন লোকে আন এজন লোকৰ লগুৱাগিৰি কৰাটো মানৱীয় মৰ্যাদাৰ পৰিপন্থী, আৰু সেইবাবে তেওঁৰ 'প্ৰভু'ৰ আদেশ পালন কৰিবলৈ তেওঁ অমান্তি হৈছিল। ফলত তেওঁক এঘৰীয়া বুলি ঘোষণা কৰা হ'ল।

তেওঁক 'পাগল শ্যেলী' নাম দিয়া হ'ল। তেওঁৰ ওপৰত নিৰ্মম অত্যাচাৰ, উৎপীড়ন আৰম্ভ হ'ল। কিন্তু তেওঁক অকলে আক্ৰমণ কৰিবলৈ কাৰো সাহ হোৱা নাছিল, কাৰণ তেওঁ একোতে সেও মনা লোক নহয় বুলি সিহঁতে বেচকৈ বুজি পাইছিল। ছোৱালীৰ দৰে চৰিয়াই, চিকুটি বাঁকুহি, কামুৰি তেওঁ অকলেই প্ৰতিপক্ষৰ লগত যুঁজ দিছিল।

সুসংবদ্ধ 'শ্যেলী-চিকাৰ' এটা নতুন খেল হৈ পৰিল। কিছুমান ল'ৰাই শ্যেলীয়ে ক'ত কি কৰে নকৰে তাকে আলেঙে আলেঙে চাই ফুৰিবলৈ ল'লে। কোনোবা এটাই হয়তো দেখিলে এই জাকত জীন যাব নোৱৰা ল'ৰাটোৱে নদীৰ দাঁতিত বহি কবিতা পঢ়ি আছে, আৰু লগে লগে 'আহ ঐ, চাহি ঐ,' চিয়ঁৰ-বাখৰ আৰম্ভ হৈ গ'ল। লগে লগে শ্যেলীয়ে সিহঁতৰ ওচৰৰপৰা আঁতৰিবলৈ দিব দৌৰ, বতাহত তেওঁৰ চুলিবোৰ আউলি বাউলি হ'ব, দৌৰি দৌৰি তেওঁ বিস্তীৰ্ণ সেউজীয়া পথাৰ, ইটনৰ বিভিন্ন আচ্ছাদিত উদ্যান পথ পাৰ হৈ যাব আৰু সৰ্বশেষত ইটনৰ বাজ আলিত উঠিবগৈ। শেষত তেওঁ চিকাৰীয়ে ঘেৰি লোৱা সুগৰী পহুৰ দৰে এক গগণভেদী চিৎকাৰ কৰিব আৰু তেওঁৰ আক্ৰমণকাৰীহঁতে তেওঁৰ গালৈ মুঠিয়ে মুঠিয়ে বোকা ছটিয়াই তেওঁক 'বাণবিদ্ধ' কৰিব।

কোনোবা এটাই এঠাইত 'শ্যেলী' বুলি চিয়ঁৰিব, আন এটাই দূৰত তাকে শুনি আকৌ 'শ্যেলী' বুলি চিয়ঁৰিব। এইদৰে 'শ্যেলী' নিনাদত চৌদিশ বজনজনাই যাব। খেকাৰখোৱা 'লগুৱা' এটাই শ্যেলীৰ পিন্ধি থকা গাৰ জেকেটটো আঁজুৰিব, আন এটাই তেওঁক চিকুটি বাঁকুহি নাকনি কাণনি কৰিব, আন এটাই তেওঁ কাষলতিৰ তলত প্ৰাণটাকি হেঁচি ধৰি লৈ থকা কিতাপবোৰ দূৰলৈ গুৰিয়াই পেলাব। আটাইমখা গোট খাই তেওঁলৈ আঙুলি টোৱাই 'শ্যেলী, শ্যেলী, শ্যেলী' বুলি চিয়ঁৰিব আৰু বিপন্ন ল'ৰাটোৰ শিৰা-উপশিৰা ফাটি যোৱা যেন হ'ব।

কিংকৰ্তব্যবিমূঢ় হৈ বেচেৰাই উন্মত্ত ক্ৰোধত চিয়ঁৰিবলৈ ল'ব, তেওঁৰ চকুৰেদি তেতিয়া যেন জুইৰ আঙনিহে বাহিৰ হয়, গালমুখ বিবৰ্ণ হয় আৰু সৰ্বশৰীৰ থক্‌থক্‌কৈ কঁপিবলৈ ধৰে। ঠিক সেইটো মুহূৰ্ত্তলৈকে যেন উৎপীড়নকাৰীহঁতে বাট চাই থাকে— তাৰ পিচত সিহঁত তাৰপৰা আঁতৰে। নিজৰ নিজৰ খেলা-ধূলাত লাগেগৈ। সেইবাৰলৈ যেন সিহঁতক আৰু 'শ্যেলী চিকাৰে' আমুৰালে।

সদায় একে ৰকম অত্যাচাৰ, একে ৰকম প্ৰতিক্ৰিয়া!

বোকাবালি লগা কিতাপকেইখন বুটলি লৈ শ্যেলী চিন্তাক্লিষ্ট হৈ বিস্তীৰ্ণ শ্যামল ঘাঁহনিৰ মাজেদি অনাই বনাই গৈ টেমছ্ নদীৰ কাষ পাবগৈ আৰু ৰৌদ্ৰস্নাত বননিত দীঘল দি পৰি একান্তমনে নৈখন কাষেদি বৈ যোৱা চাই থাকিব। সঙ্গীতৰ দৰেই বোৱতী সুঁতিয়েও দুঃখৰ অভিজ্ঞতাক বিষণ্ণতালৈ ৰূপায়িত কৰিব পাৰে। উভয়েই নিৰৱচ্ছিন্ন ধীৰ প্ৰবাহিত স্ৰোতেৰে বিধ্বস্ত আত্মাৰ ওপৰত যেন বিস্মৃতি আৰু শান্তিৰ প্ৰলেপ সানি দিয়ে। উইণ্ডচৰ আৰু ইটনৰ সুবৃহৎ অট্টালিকাবোৰ এই তৰুণ বিদ্ৰোহীজনৰ মানস পটত প্ৰতিকূল আৰু অপৰিৱৰ্তনশীল প্ৰতীকৰূপে পৰিগণিত হৈছিল, কিন্তু টেমছ্‌ৰ বুকুত উইল' গছবোৰৰ বিলীয়মান কম্পিত প্ৰতিফলনবোৰে তেওঁৰ মন শাঁত পেলাইছিল।

ঘূৰি গৈ শ্যেলী তেওঁৰ কিতাপৰ জগতখনত সোমাই পৰিব। কত যে লেখক, কত যে গ্ৰন্থ! ডিডেৰ' (Diderot), ভল্টেয়াৰ (Voltair) মছিয়ে দ্য হলবেক্ (M. d' Holbach)। এই আটাইবোৰ ফৰাচী লেখক। শ্যেলীৰ শিক্ষকহঁতে এওঁলোকক সহ্য কৰিব নোৱাৰে। গতিকে এওঁলোকক ভাল পোৱাটোৱেই হ'ব তেওঁলোকৰ বিপক্ষে তেওঁ দেখুৱাব পৰা যথাৰ্থ অবাধ্যতা। তেওঁৰ দৰে সাহসৰ ল'ৰাই দেখুৱাব পৰা উপযুক্ত অবাধ্যতা। এখন ইংৰাজী গ্ৰন্থতে এই সমস্ত গ্ৰন্থৰ মূলভাববোৰ সন্নিৱিষ্ট হৈ আছিল। কিতাপখন গডউইনে লিখা, নাম পলিটিকেল জাষ্টিচ (Political Justice)। এইখন আছিল শ্যেলীৰ প্ৰিয় গ্ৰন্থ।

গডউইনে আটাইবোৰ কথা সৰল কৰি পেলাইছিল। লোকে তেওঁৰ কথামতে চলাহেঁতেন সংসাৰখন আদৰ্শ সুখৰ ঠাই হ'লহেঁতেন। তেওঁলোকে যদি যুক্তিৰ বাণী—অৰ্থাৎ গডউইনৰ কথা শুনিলেহেঁতেন তেনেহলে দৈনিক দুঘণ্টা কাম কৰিলেই সকলোৰে বাবে যথেষ্ট হ'লহেঁতেন। মুকলি

প্ৰেমে অৰ্থহীন বিবাহ ব্যৱস্থাৰ ঠাই ল'লেহেঁতেন আৰু দৰ্শনে অন্ধবিশ্বাসৰ বিভীষিকাসমূহ নিৰ্বাসন দিয়ালেহেঁতেন। পিছে দুৰ্ভাগ্যৰ কথা এয়ে যে 'পূৰ্বনিৰ্দিষ্ট ধ্যান-ধাৰণা'ই আজিৰ যুগতো সত্যৰ প্ৰতি মানুহৰ দৃষ্টি ব্যাহত কৰি ৰাখে।

শ্যেলীয়ে কিতাপখন জপাই থ'লে আৰু কোমল মিঠা ৰ'দ পিঠিত লৈ ফুলেৰে জাতিস্কাৰ হৈ থকা ঘাঁহনিডৰাত বাগৰ দিলে। তেওঁৰ চাৰিওফালে হাবি আৰু নিজৰাৰ এক সুন্দৰ পৰিবেশ। ইয়াত অন্ততঃ তেওঁৰ ওপৰত কোনেও চোৰাংচোৱাগিৰি কৰিব নোৱাৰিব। তেওঁ মানুহৰ দুৰ্ভাগ্যৰ কথা চিন্তা কৰিবলৈ ধৰিলে। নাতিদূৰত থকা স্কুল ঘৰবোৰপৰা কিছুমান অৰ্থহীন চিয়ঁৰ-বাখৰ ভাহি আহিছিল। ল'ৰাটোৰ দুগালেদি চকুলোৰ সোঁত ববলৈ ধৰিলে। তেওঁ দুই হাত একেলগে গোটাই মুঠি মাৰি লৈ এই শপত গ্ৰহণ কৰিলে, "মই প্ৰতিজ্ঞা কৰিলোঁ যে মই পাৰ্যমানে বিবেচক হ'ম, জ্ঞানী হ'ম আৰু মুক্ত হ'ম। স্বাৰ্থপৰ আৰু পৰাক্ৰমী লোকৰ দুষ্কৰ্মৰ নীৰৱ সহযোগী নহ'ম। মই প্ৰতিজ্ঞা কৰিলোঁ যে মই মোৰ ওৰে জীৱন সুন্দৰৰ পূজাত উছৰ্গা কৰিম।"

কিবা এক ধৰ্মীয় আবেগৰ উত্তাপেৰে ৰঞ্জিত এই শপতনামাৰ উচ্চাৰণ যদি ডঃ কিয়েটে কেনেবাকৈ শুনিবলৈ পালেহেঁতেন, তেন্তে তেওঁ নিশ্চয় তেওঁৰ স্বাভাৱিক প্ৰিয় পদ্ধতিৰেই এই সম্পৰ্কে ব্যৱস্থা ল'লেহেঁতেন। অনুশাসনৰ তলত চলা যি কোনো স্কুলৰ বাবেই এজন ছাত্ৰৰ এনে প্ৰতিক্ৰিয়া অবিশ্বাস্য কথা!

---

॥২॥

# ঘৰখন

স্কুলৰ অবাধ্য 'লগুৱা'টি বন্ধৰ দিনত ঘৰত হৈ পৰে উত্তৰাধিকাৰী ৰাজকোঁৱৰ। পিতাক টিমথি শ্যেলী আছিল চাচেক্সত থকা ফিল্ড প্লেছ নামৰ জমিদাৰীৰ গৰাকী। এটি মজবুতকৈ সজা ঘৰ, চাপৰ, বগা ৰং দিয়া। চাৰিওপিনে এখন উদ্যান— উদ্যানত বহুত দূৰলৈকে ডাঠ হাবি। শ্যেলীৰ ভনীয়েক আছিল চাৰিজনী— কেউজনী দেখিবলৈ ৰূপহী; ভায়েক এটা—তেওঁতকৈ বহুত বছৰে সৰু। তাক শ্যেলীয়ে 'চয়তান' শব্দটো কথাই কথাই মাতিবলৈ শিকাইছিল। উদ্দেশ্যটো আছিল সেইষাৰ মাত মতাই 'ধৰ্মভীৰুসকলৰ মনত খং তোলোৱা। পৰিয়ালটোত তেতিয়া আৰু এজনী ছোৱালী আছিল- নাম হেৰিযেট গ্ৰ'ভ। শ্যেলীৰ মাহীয়েকৰ ছোৱালী— বহুতৰ মতে দেখাত তাই অবিকল শ্যেলীৰ নিচিনাই আছিল।

পৰিয়ালৰ মুৰব্বীগৰাকী আছিল ছাৰ বিচ্চি শ্যেলী। তেওঁ হৰ্চাম নামে ঠাইত থাকিছিল। ঠাইখন আছিল বেহাবেপাৰৰ সৰু চহৰ। তেওঁ আছিল প্ৰাচীন, পৰম্পৰাগত ধ্যান-ধাৰণাৰ লোক। তেওঁ নিজে এজন ডিউকৰ সমানে ধনী বুলি কৈ গৰ্ব কৰিছিল। তেওঁ আৰু এটা কথা কৈ গৰ্ব কৰিছিল —তেওঁ বোলে চোৰাং চিকাৰীৰ দৰে (দুঃসাহসী আৰু বেপৰোৱা ধৰণে) জীৱন কটাইছিল। ওখই তেওঁ আছিল ছফুট। মুখখন আছিল বৰ সুগঢ়ী, দেখিবলৈ ধুনীয়া। ব্যক্তিত্বপূৰ্ণ চেহেৰা। মন-প্ৰাণ আছিল অত্যন্ত কৰ্মচঞ্চল, সক্ৰিয়, উৎসাহী। শ্যেলী পৰিয়ালৰ লোকৰ আটাইৰে চকুবোৰ আছিল উজ্জ্বল নীলা, কিন্তু ছাৰ বিচ্চিৰ চকুহাল আছিল মুগা বৰণীয়া। এইটো ৰং তেওঁ বোধহয় মাকৰপৰা পাইছিল— মাক আছিল নিউ জাৰ্চিৰ। তেওঁ আছিল এগৰাকী আত্মৰন্ত মহিলা। নাম আছিল শ্ৰীমতী প্লাম।

চাৰ বিচ্চিয়ে কেষ্টল গৰিং নামৰ ভৱনটো সজোৱাত আশী হাজাৰ পাউণ্ড পেলাইছিলে। তথাপিতো তেওঁ তাক সম্পূৰ্ণ কৰাব নোৱাৰিলে। খৰচ তেওঁৰ সাধ্যৰ বাহিৰলৈ গ'লগৈ। সেইবাবে তেওঁ হৰ্চামৰ টাউন

হলৰ ওচৰতে এটা সৰু ঘৰত দিন কটাইছিল। লগত আছিল এটা লগুৱা। দুয়ো সমানেই বদমেজাজী। বিচ্চি মহাশয়ে হজুৰাৰ সাজপোচাক পিন্ধিছিল, আৰু শ্বোৱান ইন নামৰ হোটেলৰ মদ বিক্ৰী কৰা কোঠাটোত বহি, যাকে য'তে আগত পালে তাৰে লগত ৰাজনীতিৰ কথা পাতি, দিনটো কটাই দিছিল। তেওঁৰ কথাবোৰ আছিল খাৰাংখাচ, সামান্য বুদ্ধিৰ চহা মানুহবোৰে সেইবোৰ বুজিবলৈ টান পাইছিল। সিহঁতে তেওঁক বেচ সমীহ কৰিছিল। তেওঁ জীয়েক দুজনীক ইমান হাৰাশাস্তি কৰিছিল যে দুযোজনী ঘৰ এৰি পলাই যাবলৈ বাধ্য হৈছিল! তেওঁতো ভালেই পালে -- পলাই গৈছ যা, তহঁতৰ লগত মোৰ যৌতুক দলিযাবলৈ আৰু নাই।

তেওঁৰ জীৱনত এটাই মাত্ৰ ধান্দা আছিল---নিজৰ সম্পত্তি অৰ্জন কৰি শ্যেলী পৰিয়ালে বংশানুক্ৰমে ভোগ দখল কৰি থাকিব পৰাকৈ তেওঁ থৈ যাব। এই মতলবেৰেই তেওঁ সম্পত্তিৰ সৰহভাগ পাৰ্চিকে উইল কৰি দি দিছিলে, আনকেইটা ল'ৰা ছোৱালীক ক'বলৈ গ'লে একোকে নিদিলেই বুলিব পাৰি। তেওঁ মৰাৰ পিচত যে তেওঁৰ নাতিয়েকটিয়েই তেওঁ অৰ্জ্জন কৰা সম্পত্তি খাব, সেই কথা ভাবি তাৰ প্ৰতি তেওঁৰ মনটো কোমল আছিল। কিন্তু পুতেক টিমথিক তেওঁ দেখিব নোৱাৰিছিল---পুতেকৰ কথাত বোলে বাগাড়ম্বৰ আছিল বেচি!

টিমথি শ্যেলী আছিল নিউ শ্বৰহাম বোলা অঞ্চলৰপৰা ইংলেণ্ডৰ পাৰ্লিয়ামেণ্টৰ সদস্য। পিতাকৰ দৰেই তেওঁ আছিল গায়ে গাবিয়ে ওখ-পাখ, হৃষ্টপুষ্ট, সভাগুৱনী পুৰুষ। তেওঁৰ অন্তৰখন চাৰ বিচ্চিতকৈ ভাল আছিল। কিন্তু তেওঁৰ ইচ্ছাশক্তি আছিল দুৰ্বল। চাৰ বিচ্চি আছিল আকৰ্ষণীয় চেহেৰাৰ---আত্মকেন্দ্ৰিক আৰু নিন্দুক স্বভাৱৰ মানুহবোৰৰ চেহেৰা সাধাৰণতে এনেকুৱাই হয়। টিমথিৰ ধ্যান-ধাৰণাবোৰ আছিল ভাল, কিন্তু কথা-বাৰ্তাবোৰ আছিল অসহ্য। তেওঁ বুদ্ধিবৃত্তিৰ প্ৰশংসাত শতমুখ হৈছিল, কিন্তু অনাখৰী লোকৰ নিচিনাকৈ, লোকৰ মন বুজি, অৱস্থা বিশেষ গমি-পিতি চাই কথা ক'ব তেওঁ নাজানিছিল। ধৰ্মৰ প্ৰতি তেওঁ ৰীতিগত শ্ৰদ্ধাৰ ভাব থকা যেন দেখুৱাইছিল। নতুন ভাবাদৰ্শ বুলিলেই তেওঁ তাৰ প্ৰতি উগ্ৰ উৎসাহ প্ৰকাশ কৰিছিল আৰু অতি গম্ভীৰ দাৰ্শনিক ভাবাদৰ্শৰ লোক বুলি নিজকে যতাইছিল। ৰাজনৈতিক

আৰু ধৰ্মীয় মতাদৰ্শত তেওঁ নিজকে উদাৰপন্থী বুলি অভিহিত কৰিছিল, কিন্তু তেওঁ নিজৰ শ্ৰেণীৰ মৰ্যদা হানি কৰিব পৰা যিকোনো কথাকে কোৱাৰপৰা বিৰত আছিল। তেওঁ আছিল ডিউক অফ্ নৰফকৰ বন্ধু। আয়াৰলেণ্ডৰ কেথলিকসকলৰ মুক্তিৰ সম্পৰ্কত তেওঁ আত্মপ্ৰসাদৰ মনোভাব ব্যক্ত কৰিছিল। নিজৰ বেপৰোৱা স্বভাৱৰ বাবে তেওঁ কেতিয়াও শংকিত হোৱা নাছিল, বৰং তাক লৈ তেওঁ গৰ্বহে কৰিছিল। অলপ কথাতে তেওঁ চকু চলচলীয়া কৰিব জানিছিল, কিন্তু তেওঁৰ অহংকাৰত লগা কথা কোনোবাই ক'লে তেওঁ ৰুদ্ৰমূৰ্ত্তি ধাৰণ কৰিছিল। ব্যক্তিগত জীৱনত তেওঁৰ আদবকায়দা আছিল নগৰীয়া, কিন্তু প্ৰয়োজন বিশেষে তেওঁ বাহিৰত ফুলতকৈও কোমল হৈ দেখুৱাই ভিতৰি শিলতকৈয়ো টান হ'ব পাৰিছিল। সৰু সৰু কথাবোৰত তেওঁ বৰ সাৱধান আৰু চালাক আছিল, কিন্তু ডাঙৰ কথাবোৰত আছিল ভদ্ৰতাজ্ঞানৰহিত। কথাবতৰা কাকো বেয়াকৈ নকয়, কিন্তু খংটো টিঙিচ কৰে উঠে; কোনোবা ডেকা মানুহে তেওঁক সমালোচনা কৰিলে তেওঁ সুদাই নেৰিছিল। বাপেকৰ লাগবান্ধ নোহোৱা কথাবোৰে শ্যেলীক বৰ বিৰক্তি দিছিল, আৰু শ্যেলীৰ আপোনমতে ভবাচিন্তা কৰি আনৰপৰা আঁতৰি ফুৰা অভ্যাসটো যে হ'ল তাৰ বাবে পিতাকৰ এই স্বভাৱটোৱেই ধাইকৈ জগৰীয়া। শ্যেলীৰ মাকৰ কথা ক'বলৈ গ'লে প্ৰথমেই ক'ব লগা কথাটো হ'ল যে সেই অঞ্চলৰ আটাইতকৈ ধুনীয়া গাভৰুজনী তেৱেঁই আছিল। তেওঁৰ মতে পুৰুষ বুলিলে যুঁজাৰু প্ৰকৃতিৰ হ'ব লাগে, গহীনগম্ভীৰ ভদ্ৰলোক হ'ব লাগে। ৰৰপুতেকে হাতত কিতাপ এখন লৈ নিৰ্জন বনলৈ যোৱা দেখিলে তেওঁৰ মন বিৰক্তিৰে ভৰি পৰিছিল। পুতেকে হাতত বন্দুক এটা লৈ হাবিত সোমোৱাটোহে তেওঁৰ পছন্দ আছিল।

ভনীয়েকহঁতৰ দৃষ্টিত কিন্তু শ্যেলী আছিল এজনা অতি মানৱ। ইটনৰপৰা আহি ঘৰ সোমোৱাৰ লগে লগেই ঘৰখন কিছুমান অদ্ভুত, কাল্পনিক অতিথিৰে ভৰি পৰে—ওচৰৰ উদ্যানখন (শ্যেক্সপীয়েৰৰ নাটক) 'এ মিডচামাৰ নাইটচ ড্ৰিম'ত হোৱাৰ দৰে, কিছুমান অসংলগ্ন, অস্পষ্ট ফুচফুচনিৰে ভৰি পৰে। সৰু ছোৱালীকেইজনীয়ে প্ৰায়ে কিবা এটা ভয়ৰ পৰিবেশত দিন কটাইছিল, কিন্তু সেই পৰিবেশটো সিহঁতৰ বেয়া লগা নাছিল। বৰং ভাল লগা যেনহে দেখুৱাইছিল। দৈনন্দিন জীৱনৰ কথাবোৰত,

বস্তুবোৰত পাচীয়ে সদায় কিবা এক ৰহস্যময়ীতা আৰোপ কৰিছিল। ঘৰটোৰ পুৰণি বেৰবোৰ লাঠিৰে খুচি খুচি কেনিবাদি ক'ৰবাত গোপন পথ আছে নেকি তেওঁ বিচাৰি চাইছিল। বৰচাঙৰ ওপৰত তেওঁ এটা তলা লগাই বন্ধ কৰি থোৱা কোঠা আৱিষ্কাৰ কৰিছিল। তাত হেনো কৰ্ণেলিয়াচ এগ্ৰিপা নামেৰে এজন বৃদ্ধ অপৰাসায়নিক থাকিছিল। বৰচাঙৰ ওপৰত কিবা এটা আৱাজ হ'লেই হ'ল— কৰ্ণেলিয়াচ এগ্ৰিপাই তেওঁৰ চাকিবোৰ দলিয়াই খটিয়াই দিছে বুলি ধৰি লোৱা হ'ল। এইবোৰ আছিল শ্যেলীৰ অদ্ভুত কল্পনাৰ সৃষ্টি। এবাৰ পূৰা এটা সপ্তাহ জুৰি বাগানত দকৈ খানি কৰ্ণেলিয়াচৰ বাবে জহকালিৰ বাসস্থান সাজি উলিয়াবলৈ শ্যেলী পৰিয়ালটো ব্যস্ত হৈ পৰিছিল।

ল'ৰাটো (শ্যেলী) ঘৰ আহি পোৱাৰ লগে লগেই আৰু যে কত দৈত্য দানবৰ আৱিৰ্ভাব নহয়! পুখুৰীত বোলে বিৰাট এটা কাছ আছিল। আৰু আছিল এটা বিৰাট বুঢ়া সাপ—এক প্ৰকাণ্ড সৰীসৃপ প্ৰাণী আছিল সেইটো। এনে এটা সাপ ওচৰৰ হাৰ্বিডৰাত এসময়ত আছিলেও— পিছে ওচৰৰ জমিদাৰৰ বাগানৰখীয়াই তাক কাচিৰে ৰেপি তাৰ প্ৰাণবায়ু বাহিৰ কৰিছিল। "বুজিছ ছোৱালীহঁত, এই বাগানৰখীয়াটো যে দেখিছহঁত—ই দেখাতহে আমাৰ দৰে, মানুহৰ আকৃতিৰ, আচলতে কিন্তু ই হ'ল মহাকাল— এই মহাকালেই কিম্বদন্তিৰ অতিকায় দৈত্য-দানববোৰৰ বিনাশ ঘটায়।" এয়া আছিল শ্যেলীৰ কথা।

বেচ মনোৰম সৃষ্টি এইবোৰ! কিন্তু আটাইতকৈ মজাৰ কথা হ'ল এই যে কাল্পনিক কথাবোৰৰ সৃষ্টিকৰ্তাজনো এইবোৰ সজা কথা নে সঁচা কথা সেই বিষয়ে বৰ নিশ্চিত নাছিল। দাইনী আৰু ভূত-প্ৰেতৰ কাহিনীয়ে তেওঁৰ অনুভৱনশীল কোমল ল'ৰালি মনত চাঞ্চল্যৰ সৃষ্টি কৰিছিল। কিন্তু ভূত-প্ৰেতলৈ তেওঁ ভয় কৰিছিল যিমান, সেইবোৰৰ মুখামুখি হ'বলৈ সাহো কৰিছিল সিমান! ইটনত থাকোঁতে এবাৰ তেওঁ মাটিতে এটা বৃত্ত আঁকি, তাৰ মাজতে এখন থাল থৈ, তাত মদ বাকি, জুই লগাই দিলে। জুইৰ নীলাভ শিখাই তেওঁক বেৰি ধৰিলত তেওঁ এইদৰে যাদুমন্ত্ৰ উচ্চাৰণ কৰিবলৈ ধৰিলে— "আকাশত, অগ্নিত, মাটিত বা পানীত যত মানে দৈত্য-দানব আছ....." তেওঁক সেইবোৰ কৰি থকা দেখা পাই তেওঁৰ স্কুলৰ অভিভাৱক, গহীন-গম্ভীৰ প্ৰকৃতিৰ

লোক মিঃ বেথেলে মাজতে সুধিলে, "বোলো এইবোৰ কি মাথামুণ্ড নোহোৱা কাম কৰিছ ? এইবোৰৰ মানে কি ?" শ্যেলীয়ে উত্তৰ দিলে—"এ নক'ব, মহাশয়, আমনি নকৰিবচোন, মই চয়তানক ইয়ালৈ মাতি আনিব খুজিছোঁ।" কেতিয়াবা আক', গাঁৱৰ পিনে টিংটিঙিয়া মাতেৰে মাতি কোনোবা তৰুণে যমৰজাৰ আবির্ভাৱ ঘটাব, কেতিয়াবা আক' ল'ৰা-ছোৱালীহঁতে সিহঁতৰ সার্বভৌম ককাইদেউৰপৰা নির্দ্দেশ পাব—ভূত-প্ৰেত আৰু দৈত্যৰ দৰে সাজপাৰ কৰিব লাগে। সিহঁতেতো সেইবোৰ কৰিবলৈ পালে আনন্দত অধীৰ হৈয়ে পৰে!

বিষয় হিচাপে বিজ্ঞানৰ প্রতি শ্যেলীৰ কোনো আকর্ষণ নাছিল, তেওঁৰ স্বভাৱৰ লগত ই আছিল একেবাৰে খাপ নোখোৱা, কিন্তু ইয়াৰ কল্পনাসমৃদ্ধ দিশটোৰ প্রতি তেওঁৰ আগ্ৰহ আছিল। সদ্য আৱিষ্কৃত যন্ত্ৰ এটা লৈ তেওঁ তেওঁৰ প্রতি অনুগত সৰু ল'ৰা-ছোৱালীহঁতৰ গাত বৈদ্যুতিক আঘাত দিছিল। আটাইতকৈ সৰুজনী ছোৱালীৰ নাম আছিল হেলেন। এটা বটল আৰু এটুকুৰা তাঁৰ হাতত লৈ শ্যেলীক অহা দেখিলেই তাই কান্দি দিছিল।

শ্যেলীৰ আটাইতকৈ মৰমৰ আৰু অতি অনুগত শিষ্যা দুগৰাকীৰ এগৰাকী আছিল এলিজাবেথ, তেওঁৰ ডাঙৰ ভনীয়েক; আনগৰাকী আছিল তেওঁৰ মোহিনী ভাগিনীয়েক, নাম হেৰিয়েট গ্র'ভ। এই কিশোৰ-কিশোৰীহঁতৰ মাজত দুটা কথাই যোগসূত্ৰ হিচাপে কাম কৰিছিল—এটা হ'ল সিহঁতৰ আঁহপাহ আৰু বুদ্ধিবৃত্তি মুকলি হোৱাৰ বয়সটো, আৰু আনটো হ'ল সত্যৰ প্রতি সিহঁতৰ একান্ত অনুৰাগ। সহজাত প্রবৃত্তিবোৰৰ প্রথম উন্মেষৰ কালত কিশোৰ মনত ভাব আৰু আদর্শসমূহৰ আকর্ষণ হয় তীব্ৰ। শ্যেলীয়ে তেওঁৰ ৰূপহী ছাত্রীসকলক গীর্জাৰ সমীপস্থ কবৰস্থানলৈ লৈ যায়; মৃতকৰ লগত জড়িত সম্পর্কই ঠাইটুকুৰাক যেন তেওঁৰ বাবে কিবা এক কাব্যিক আকর্ষণীয়তা দান কৰে। তাতে ছাঁ চাই এঠাইত শেলুৱৈ ধৰা শিল এটাত শ্যেলী বহে। দুয়োকাষে দুজনী ৰূপহী কিশোৰী। শ্যেলীৰ দুহাতে তেওঁলোকৰ কঁকাল মেৰাই ধৰি থাকে। ঠাইখিনি নিৰাপদ—বাপেকে ইয়াত খেদি আহি ধৰিব নোৱাৰে। দুগৰাকী একান্ত শ্রোতাৰ আগত শ্যেলীয়ে স্বৰ্গ-মৰ্ত্ত্যৰ সমস্ত বিষয়ে অনর্গল বক্তৃতা দি যায়। মন্ত্ৰমুগ্ধ হৈ ৰূপহীহঁতে যেন

বক্তাৰ প্ৰতিটো কথা আত্মভূত হৈ শুহি লয়।

সংসাৰৰ যিখন ছবি তেওঁ ভনীয়েকহঁতৰ আগত উপস্থাপন কৰে সেইখন এখন সৰল ছবি ; এপিনেদি অনৈতিকতা—শাসক শ্ৰেণী, পুৰোহিত শ্ৰেণী আৰু বিত্তবান শ্ৰেণী ইয়াৰ প্ৰতিভূ ; আনহাতেদি নৈতিকতা—ইয়াৰ প্ৰতিভূ হ'ল দাৰ্শনিক, হতভাগ্য লোক আৰু দৰিদ্ৰবোৰ। তেওঁৰ দৃষ্টিত এপিনেদি ধৰ্মৰ নামত প্ৰচলিত অত্যাচাৰ, উৎপীড়ন ; আনহাতেদি আছে গডউইন আৰু তেওঁৰ পলিটিকাল জাষ্টিচ (Political Justice) বোলা কিতাপখন। কিন্তু শ্যেলীয়ে ছোৱালীহঁতৰ আগত যিটো প্ৰসংগ বেছিকৈ উলিয়াইছিল সেইটো হ'ল প্ৰেম।

"মানুহে সৃষ্টি কৰা নিয়ম-কানুনে আমাৰ স্বাভাৱিক ভাব-অনুভূতিবোৰ চেপি ৰাখিব খোজে। কি যে যুক্তিহীন ব্যৱস্থা! ধুনীয়া কাৰোবাক দেখিলে অন্তৰখন থৌকি-বাথৌ হয়েই! কাৰোবাক ভাল পোৱা বা নোপোৱাটো জানো মানুহৰ নিয়ন্ত্ৰণৰ ভিতৰত? কিন্তু প্ৰেমৰ মূলকথা হ'ল উন্মুক্ততা, আৰু ইয়াক বাধ্যবাধকতাৰ মাজত ৰাখিব খুজিলে ই মৰহি যায়েই। পৰৰ আজ্ঞাধীনতা, ঈৰ্ষা আৰু ভয়ৰ লগত ই জীণ যাব নোৱাৰে। প্ৰেমৰ স্ফুৰণৰ বাবে লাগে একান্ত বিশ্বাস আৰু সীমাহীন স্বাধীনতা। বিবাহ হ'ল এক বন্দীশাল..."।

বিয়াৰ সম্পৰ্কত সন্দেহ প্ৰকাশ কৰাটো হ'ল একপ্ৰকাৰ ৰসিকতা। অবিবাহিত মহিলাসকলে ইয়াক বৰ প্ৰশংসনীয় ধাৰণা বুলি ল'বলৈ টান পায়। দাৰ্শনিক ভাব-চিন্তাৰ ক্ষেত্ৰত কৰা নিন্দা, কটূক্তিত মানুহে কেতিয়াবা ৰস পাব পাৰে, কিন্তু বৈবাহিক বিষয়ত এনে মন্তব্য কৰিলে লোকে লাঠি লৈ খেদি অহাৰ সম্ভাৱনাই বেছি হয়।

"'বন্ধন' বুলি কৈছা?" হেৰিয়েটে দুনাই প্ৰশ্ন কৰিলে।

"মানিলোৱেই বাৰু বন্ধন বুলি, কিন্তু বন্ধন যদি লঘু হয়, তেতিয়া?"

"লঘু হ'লেতো অৰ্থহীন হৈ পৰে। আপোনমনে বন্দীশালত সোমাবলৈ যোৱা কাৰোবাৰ হাতত জানো কোনোবাই হাতকেৰেয়া লগায়?"

"কিন্তু ধৰ্মৰ কথাত..."

শ্যেলীয়ে গডউইনৰ মতাদৰ্শৰ সপক্ষে হলবাৰ্কৰ মত দাঙি ধৰিলে। "ভগবান যদি ন্যায়পৰায়ণেই হয়, তেন্তে তেওঁ নিজে দুৰ্বলকৈ সৃষ্টি কৰা প্ৰাণীবোৰক শাস্তি দিয়াৰ কথাটো আমি মানি লওঁ কেনেকৈ? তেওঁ যদি সৰ্বশক্তিমানেই হয়, তেন্তে তেওঁক বিতুষ্ট কৰাটো বা তেওঁৰ বিৰুদ্ধাচৰণ কৰাটো কেনেকৈ সম্ভৱ হয়? তেওঁ যদি যুক্তিপৰায়ণেই

হয়, তেন্তে যুক্তিহীন হ'বলৈ স্বাধীনতা ।দয়া নিঃসহায় মানুহবোৰক তেওঁ খং কৰিব পাৰে কেনেকৈ?"

"সামাজিক ৰীতি-নীতি..."

"চিৰন্তন কালৰ সন্দৰ্ভত আমাৰ এই কুৰি শতিকাটো এটা ক্ষুদ্ৰ মুহূৰ্ত্ত মাথোন। এই খন্তেকীয়া মুহূৰ্ত্তটোত সামাজিক ৰীতি-নীতিৰ অৰ্থই বা কি হ'ব পাৰে?"

এলিজাবেথে ককায়েকৰ কথাতে হয়ভৰ দিলে। হেৰিয়েটে শ্যেলীৰ কথাৰ বিৰোধিতা কৰাটো অসম্ভৱ হ'ল। শ্যেলীতো দেৱোপম পুৰুষ— আয়ত দুচকু, নিমজ গলধনত খোলা চোলাৰ কলাৰ, আৰু চুলি—চুলি নহয় যেন মিহি ৰেচম সূতাহে! এনে এজন তৰুণৰ কথাৰ ওপৰত মাত মতাৰ শক্তি হেৰিয়েটৰ নাছিল।

তেওঁ এক পাতল হুমুনিয়াহ চাৰিলে। প্ৰসংগটো সলনি কৰিবলৈ বুলি তেওঁ ক'লে, "'জাষ্ট্ৰজি'তে লাগোহঁকচোন।"

'জাষ্ট্ৰজি' আছিল তেওঁলোক তিনিও একেলগ হৈ লিখিবলৈ লোৱা এখন সৰু উপন্যাস। ইয়াৰ চৰিত্ৰবোৰৰ ভিতৰত আছিল এক দস্যু চৰ্দাৰ, এক দাম্ভিক, অত্যাচাৰী শাসনকৰ্ত্তা আৰু 'এগৰাকী সুগঠিত চেহেৰাৰ লনী নায়িকা—যেন কোমলতা আৰু পৱিত্ৰতাৰ প্ৰতীক।'

'জাষ্ট্ৰজি' লিখাতে তেওঁলোকে ক'ব নোৱৰাকৈয়ে সময় পাৰ হৈ গ'ল। সন্ধ্যা ধীৰে ধীৰে নামি আহিল। সৰল প্ৰেমিক-প্ৰেমিকা যুগলক আন্ধাৰত অকলে এৰি এলিজাবেথ আঁতৰি গ'ল।

হাতত ধৰাধৰিকৈ শ্যেলী আৰু হেৰিয়েট ঘৰলৈ উভতিল। নিয়ৰে ঘাঁহনিডৰা তেতিয়ালৈ ছাটি পেলাইছিল। মৃদু মধু সমীৰণে গছৰ আগবোৰ কঁপাইছিল। সেইবোৰৰ মাজেদি আকাশত জোনটো ওলোৱা দেখা গৈছিল। নিলাজী বনৰ পাতবোৰ জাপ খাইছিল। সন্ধিয়াৰ পৰিবেশৰ বিষণ্ণতাই শ্যেলীক ইটন স্কুলৰ বিষণ্ণ পৰিবেশলৈ ঘূৰি যোৱাৰ দিনটোলৈ মনত পেলাই দিলে। সেই একান্ত অনাকাঙ্ক্ষিত দিনটো চমু চাপি আহিছিল। কিন্তু হেৰিয়েটৰ আনন্দদায়ক উমাল সান্নিধ্যই তেওঁক ভৱিষ্যতৰ দিনবোৰত নিজৰ ভাবাদৰ্শ প্ৰচাৰ কৰিবৰ বাবে আৰু সংসাৰখনৰ মুখামুখি হ'বৰ বাবে অসীম সাহস যোগাইছিল। নিবিড় সান্নিধ্যৰ সেই মুহূৰ্তটোত শ্যেলীৰ পৰশত হেৰিয়েটৰ শৰীৰ মন পুলকিত হৈ পৰিছিল।

---

।।৩।।

# বুকুৰ বান্ধৈ

১৮১০ চনৰ অক্টোবৰ মাহত টিমথি শ্যেলীয়ে পুতেকক অক্সফ'ৰ্ডলৈ লৈ গ'ল। পাৰ্লামেণ্টত নিউ শ্বৰহাম অঞ্চলৰ প্ৰতিনিধিজনৰ মনটো তেতিয়া বেচ স্ফূৰ্তিত আছিল।

টিমথিৰ হোটেলত থকাত আপত্তি। সেইবাবে হোটেলত নাথাকি পূৰ্বাপৰ থকা ঠাই জন শ্লেটাৰৰ ঘৰত থাকিবলৈ গ'ল। জন শ্লেটাৰ আছিল বৃত্তিত প্লাম্বাৰ (Plumber—যি লোকে পানী, গেচ ইত্যাদি সৰবৰাহৰ বাবে নলা বহুৱায়) আৰু গ্লেজিয়াৰ (Glazier, অৰ্থাৎ যি লোকে দুৱাৰ খিৰিকি আদিত আয়না লগায়)। ঘৰটোৰ নাম আছিল হাই (High)। এই শ্লেটাৰ আছিল মিঃ শ্যেলীয়ে পূৰ্বতে থকা এটা ঘৰৰ মালিকৰ ল'ৰা—উত্তৰাধিকাৰ সূত্ৰে বাপেকৰপৰা ঘৰটো আৰু বৃত্তিটো তেওঁ পাইছিল। সেইজনৰ আৰু এটা ল'ৰা আছিল। সি গৈ কাৰফেক্স বোলা ঠাইৰ মাণ্ডে (Munday) নামৰ জনৈক কিতাপ ব্যৱসায়ীৰ লগ লাগি সেই ব্যৱসায়ত ধৰিলেগৈ। টিমথি শ্যেলীয়ে তাৰ লগত বহুত হাটবাট কৰিব লগা হৈছিল। সেই অভিজ্ঞতা আছিল বেচ বিৰক্তিদায়ক।

মিঃ শ্যেলী গৈছিল বিশ্ববিদ্যালয়ৰ নথিপত্ৰত ভৱিষ্যতৰ বেৰনেট এজনৰ নামভৰ্ত্তি কৰিবলৈ। তেওঁ নিজেই সেই বিশ্ববিদ্যালয়ৰ দেওনা বহুত বছৰ আগতে পাৰ হৈ গৈছিল— কিন্তু বিশেষ একো সুনাম অৰ্জ্জন কৰা নাছিল। এনেবোৰ আনুষ্ঠানিক কাম ইংৰাজ লোকে ভাল পায়েই, আৰু টিমথি শ্যেলীৰ দৰে লেখৰ মানুহৰ বাবে যে কথাই নাই। বিশ্ববিদ্যালয়ত ভৰ্ত্তিকৰণৰ যাৱতীয় কাম-কাজ শেষ হোৱাৰ লগে লগে পুতেক বিচ্চিক লগত লৈ টিমথি মহাশয় কিতাপৰ দোকানলৈ গ'ল আৰু তাত পুতেকে যিমান ইচ্ছা সিমান কিতাপ আৰু আলোচনী পাব পৰাৰ ব্যৱস্থা কৰি দিলে।

আউলী বাউলী চুলি আৰু উজ্জ্বল দুচকুৰে তৰুণ শ্যেলী পিতাকৰ কাষতে থিয় দি আছিল। তেওঁলৈ দেখুৱাই বাপেকে অলপ ৰসিকতা

কৰি ক'লে, "শ্লেটাৰ মহাশয়, মোৰ এই ল'ৰাটোৰ আকৌ সাহিত্যত বৰ ৰাপ আছে। সি ইতিমধ্যে এখন ৰোমান্স লিখি উলিয়াইছেই।" বাপেকে পুতেকৰ বিখ্যাত 'জাষ্ট্ৰজি'ৰ কথা কৈছিল। "সি আকৌ কিবা প্ৰকাশ কৰিব খুজিলে আপুনি আগগুৰি ধৰি তাক উৎসাহ দিব বুলি আশা কৰিলোঁ।"

কলেজত শ্যেলীৰ ভাল লাগিছিল। নিজৰ সুকীয়া কোঠা, ইচ্ছানুসৰি দুৱাৰ বন্ধ কৰি থৈ কাকো সোমাবলৈ নিদিয়াকৈ থ'ব পাৰি; ইচ্ছা কৰিলে শ্ৰেণীত উপস্থিত থাকিব, নকৰিলে নাই; নিজ ইচ্ছামতে যি ইচ্ছা পঢ়িব; ইচ্ছামতে পঢ়িব, লিখিব বা ফুৰিবলৈ যাব; কেনে মজাৰ কথা! নিৰ্জ্জনতাৰ আকৰ্ষণ আৰু দাৰ্শনিকৰ চিন্তাৰ স্বাধীনতা যেন ইয়াত যোগ হৈছিল। এনে এটা পৰিবেশত, এইভাবেই তেওঁ 'চিৰকাল' কটাই দিয়াৰ সপোন দেখিছিল।

কলেজলৈ যোৱাৰ প্ৰথম দিনা সন্ধিয়া কলেজ ভৱনত এজন অচিনাকি যুৱকক শ্যেলীয়ে লগ পালে। তেৱোঁ আছিল নৱাগত। শ্যেলীৰ কাষতে তেওঁ বহিছিল। 'জেফাৰচন হগ' বুলি নিজৰ পৰিচয়টো মাত্ৰ জনাই তেওঁ অভিজাত বংশোচিত-গাম্ভীৰ্য্য ৰক্ষা কৰি মৌন হৈ ৰ'ল। অক্সফৰ্ড বিশ্ববিদ্যালয়ত পিছে সেয়ে আছিল প্ৰচলিত ৰীতি। কিন্তু ৰাতিৰ সাজ আধা-আধি খোৱাৰ সময়লৈ ডেকা দুজনে নিজৰ গাম্ভীৰ্য্য ৰক্ষা কৰি থাকিব নোৱাৰিলে, আৰু কথা পাতিবলৈ আৰম্ভ কৰি দিলে। তেওঁলোকে কোনে কি পঢ়িছে সেই কথাকে প্ৰথমে উলিয়ালে।

"আজিৰ যুগৰ শ্ৰেষ্ঠ কাব্য সাহিত্য বুলিলে ক'ব লাগিব জাৰ্মান সাহিত্যৰ কথা," শ্যেলীয়ে মাত দিলে।

হগে মিচিকিয়া হাঁহি এটা মাৰি ক'লে বোলে জাৰ্মান সাহিত্যত বাস্তৱবোধ বোলা বস্তুটো কম। নৱন্যাসিক ভাৱবাদিতা তাত ইমান বেছি যে পঢ়িলে তেওঁ ক্লান্ত হৈ পৰে।

শ্যেলীৰ প্ৰশ্নঃ "জাৰ্মান সাহিত্যৰ লগত তুলনা কৰিব পৰা আধুনিক সাহিত্য কি আছে?"

হগে ক'লে, "কিয়, ইটালীয়ান সাহিত্য ক'লৈ গ'ল?"

উত্তৰ শুনাৰ লগে লগে শ্যেলীৰ স্বভাৱজাত আবেগিক তীব্ৰতা জাগ্ৰত হৈ উঠিল। তেওঁলোক লেলপেল নিচিগা আলোচনাত নিমগ্ন

হৈ পৰিল। সময়ৰ হিচাপেই পাহৰি যোৱা যেন হ'ল। এটা সময়ত তেওঁলোকে দেখিলে যে তেওঁলোকৰ আশে-পাশে আন আৰু কোনো নাই, চাকৰকেইটাহে মেজচকী মচিসামৰি যাবলৈ বৈ আছে।

"তুমি মোৰ কোঠালৈ আহাঁচোন। আমি তাতেই কথা পাতি থাকিব পাৰিম"—হগে শ্বেলীলৈ চাই ক'লে।

শ্বেলী আনন্দেৰে সন্মত হ'ল, কিন্তু হগৰ কোঠালৈ যোৱাৰ বাটত তেওঁ আলোচনাৰ সূত্ৰ কি আছিল পাহৰিলে, আৰু জাৰ্মানীৰ সপক্ষে প্ৰকাশ কৰা তেওঁৰ অত্যুৎসাহো চেঁচা পৰিল। কোঠাত সোমাই হগে মমবাতিকেইডাল জ্বলাবলৈ ল'লে। শ্বেলীয়ে শান্তস্বৰে ক'লে বোলে তেনে এটা আলোচনা চলাই নিয়াৰ জোখাৰে যোগ্যতা তেওঁৰ নাই, আৰু ইটালিয়ানেই হওক বা জাৰ্মানেই হওক এই দুই সাহিত্যৰ বিষয়ে তেওঁ সমানেই অজ্ঞ, আৰু আলোচনাত ভাগ ল'ব লাগে বাবেহে আচলতে মাত মাতিছিল।

হগেও হাঁহি এটা মাৰি ক'লে বোলে তেওঁৰ নিজৰো অজ্ঞতা আৰু উদাসীনতা কম নহয়। লগে লগে তেওঁ এবটল মদ, মদৰ গিলাচ দুটা আৰু কিছু বিস্কুট উলিয়াই মেজত থ'লে।

'তদুপৰি', শ্বেলীয়ে কৈ গ'ল, 'সাহিত্যৰ সমস্ত বিষয়টোৱেই এক তুচ্ছ ব্যাপাৰ। আমি যে প্ৰাচীন বা আধুনিক ভাষা একোটা অধ্যয়ন কৰোঁ, তাৰ অৰ্থ কি? আমি আচলতে কি পঢ়োঁ? কিছুমান শব্দ বা প্ৰকাশভঙ্গী। বা কিছুমান বস্তুৰ নাম। কিন্তু বস্তুৰ নাম জনাৰ সলনি, যদি বস্তুবোৰকে উদ্‌ঘাটন কৰি সিবোৰৰ স্বৰূপ নিৰ্ণয় কৰিবলৈ যত্ন কৰা হ'লহেঁতেন!"

'এনে কৰাৰ উপায় কি?'—হগৰ কৌতূহলী প্ৰশ্ন।

"উপায় আছে," শ্বেলীয়ে উত্তৰ দিলে। "ভৌত বিজ্ঞান, বিশেষকৈ ৰসায়ন বিজ্ঞানৰ অধ্যয়নদ্বাৰা এনে কৰাটো সম্ভৱপৰ।" ডাঙৰ ডাঙৰ মাতেৰে শ্বেলীয়ে কৈ গ'ল। ৰাসায়নিক বিশ্লেষণ, পদাৰ্থবিদ্যাৰ শেহতীয়া আৱিষ্কাৰসমূহ আৰু বিদ্যুতৰ বিষয়ে তেওঁ আলোচনা আৰম্ভ কৰিলে। ইমান উৎসাহেৰে তেওঁ কথাবোৰ ক'বলৈ ধৰিলে যে জাৰ্মান সাহিত্যৰ সপক্ষে মাত মাতোঁতেও তেওঁ তেনে প্ৰগলভতা দেখুওৱা নাছিল।

এইবোৰ বিষয়ত হগৰ বিশেষ ৰাপ নাছিল। তেওঁ নতুন বন্ধুগৰাকীৰ

চেহেৰাপাতি লক্ষ্য কৰাতহে অধিক তৎপৰ হ'ল। তেওঁৰ সাজপাৰবোৰ আছিল দামী, আৰু সৰ্বাধুনিক ধৰণৰ। কিন্তু সোতমোচ খোৱা, অপৰিপাটি আৰু ইষ্ট্রি নকৰা। গায়ে গাৰিয়ে খীনমীন আৰু ওখ, কিন্তু যিমান ওখ দেখাত তাতকৈ কম যেন লাগে, কাৰণ তেওঁৰ বাহুযুগল আছিল ঘূৰণীয়া। তাতে তেওঁৰ মূৰটো আগলৈ হলাই খোজ কঢ়াৰ অভ্যাস আছিল। তেওঁৰ অঙ্গীভঙ্গীবোৰ আছিল মনোগ্ৰাহী কিন্তু অপ্ৰত্যাশিত। তেওঁৰ গাৰ বৰণ আছিল ছোৱালীৰ দৰে— ৰঙা-বগা, চুলিবোৰ আছিল ক'লা-মুগা বৰণীয়া, দীঘল আৰু ঘন। তেওঁৰ মুখাবয়বত ফুটি উঠিছিল প্ৰাণচাঞ্চল্য আৰু এক অসামান্য বুদ্ধিদীপ্তি। তদুপৰি তাত প্ৰতিভাত হৈছিল এক কোমলতা, লাৱণ্য আৰু নম্ৰতা। সৰ্বোপৰি তেওঁৰ মুখত প্ৰতিফলিত হৈছিল এক গভীৰ নিষ্ঠাৰ ভাব। তেনে ভাব ফ্লৰেন্স চহৰৰ প্ৰখ্যাত শিল্পীসকলে খোদিত কৰা সন্ন্যাসী (চেইণ্টচ)-সকলৰ মুখতহে প্ৰকাশিত হোৱা দেখা গৈছিল।

শ্যেলীয়ে কথা কৈ থাকোঁতেই ওচৰৰ কৰবাৰপৰা ঘড়ীৰ ঘণ্টাৰ আৱাজ কাণত পৰিলহি। হঠাতে সচকিত হৈ উঠাৰ দৰে হৈ, 'অ' মোৰ মণিকবিদ্যাৰ (mineralogy) শ্ৰেণী কৰিব লগা আছে' বুলি কৈ খটখটিয়েদি খৰখেদাকৈ তেওঁ তললৈ নামি গ'ল।

* * *

পিছদিনা পুৱা তেওঁৰ ওচৰলৈ যাব বুলি হগে শ্যেলীক কথা দিছিল। যথাসময়ত গৈ দেখে যে শ্যেলীয়ে তেওঁৰ কোঠাটো থানথিত লগাই সজাব খোজা ছাত্ৰাবাসৰ পৰিচাৰক ল'ৰাটোৰ লগত বেচ মতে কাজিয়া আৰম্ভ কৰি দিছে।

কোঠাটোৰ প্ৰতিখন চকী, মেজ আৰু মজিয়াৰ অ'ত ত'ত সিঁচৰতি হৈ পৰি আছিল কিতাপ, কাগজ, জোতা, পিষ্টল, ৰেপাৰ, পিষ্টলৰ গুলি, দৰবৰ বটল আৰু মাটিৰ মলাচৰু কিছুমান। এটা বৈদ্যুতিক যন্ত্ৰ, বতাহ উলিওৱা-সুমুওৱাৰ বাবে এটা পাম্প আৰু এটা সৌৰবীক্ষণ যন্ত্ৰও সেইবোৰৰ মাজত আছিল। বৈদ্যুতিক যন্ত্ৰটোৰ বিশেষ স্থানত হেঁচা দিলে তাৰপৰা স্ফুলিংগবোৰ মিট মিট শব্দ কৰি বাহিৰ হয়;

লগে লগে শ্যেলীয়ে ওচৰতে থকা আয়নাৰ খুৰা লগোৱা টুল এখনত জাপ মাৰি উঠে, তেওঁৰ অবিন্যস্ত দীঘল চুলিবোৰ যেন মূৰৰ ওপৰত দাং খাই উঠে। হগে বেচ আমোদ পায়, কিন্তু শ্যেলীৰ ধৰণ-কৰণবোৰ দেখি তেওঁৰ চিন্তা নোহোৱাকৈও নাথাকে। বেচি চিন্তা কিজানি টুলখনৰপৰা পৰিলে গিলাচ আৰু চাহৰ কাপবোৰৰ বা কি দশা হয়! গৃহস্থই (শ্যেলীয়ে) ঠিক কাপত চাহ ঢালিব খুজিছে তেনেতে আলহীয়ে (হগে) ল'ৰাল'ৰিকৈ কাপটোৰ তলীৰপৰা সাত চিলিঙৰ সৰু সোণৰ মুদ্ৰা এটা আঁতৰাই আনিছে, মুদ্ৰাটোৰ একাংশ গলি যোৱা, কাৰণ তাক নাইট্ৰ-মুৰিয়াটিক এচিডত ডুবাই ৰখা হৈছিল!

ডেকা দুজনৰ এৰাএৰি নোহোৱাই হ'ল। ৰাতিপুৱা ৰাতিপুৱা দুয়ো বহু দূৰলৈকে একেলগে খোজ কাঢ়ে। সেই সময়ত শ্যেলীৰ আচৰণ ঠিক সৰু ল'ৰা এটাৰ দৰে—নৈৰ মথাউৰিবোৰত বগাব, ডাঙৰ ডাঙৰ খালবোৰ জপিয়াই পাৰ হ'ব, মনৰ আনন্দ উলাহৰ যেন অৱধি নাই! পানী দেখিলেই তাত কাগজৰ নাও সাজি উটাই দিব—কবিকল্পনাত সেইবোৰ হ'ল প্ৰাচীন ৰোমৰ বাণিজ্য জাহাজ! পানীত ডুব নোযোৱালৈকে পাৰে পাৰে লৰি লৰি উটি গৈ থকা নাওবোৰ তেওঁ চাব। হগে মুখেৰে ৰব নামাতে, শ্যেলীৰ কাণ্ড দেখি আপত্তিও তেনেকৈ নকৰে, কিন্তু ভিতৰি ভিতৰি বিৰক্ত নোহোৱাকৈও নাথাকে। তথাপি তেওঁ এমূৰত বহি থকাতে থাকে—শ্যেলী ঘূৰি গৈ ওচৰ পালেহে তেওঁ থিয় হয়।

প্ৰাতঃভ্ৰমণৰ পিছত তেওঁলোক শ্যেলীৰ কোঠালৈ ঘূৰি যায়। লৰি ঢাপৰি ক্লান্ত হৈ শ্যেলী গভীৰ টোপনিত পৰে। ডাঙৰ জুই একুৰাৰ কাষত, বহল ৰাগ এখনৰ ওপৰত তেওঁ মেকুৰীৰ দৰে কুচি মুচি পুৱা ছয় বজাৰপৰা দহ বজালৈ টোপনিত পৰি থাকে। দহ বজাত তেওঁ হয় কিবা জটিল তৰ্কৰ অৱতাৰণা কৰিব, নহয় ইমান জোৰেৰে কবিতা আবৃত্তি কৰিব যে দেখাশুনাৰ তেওঁলৈ বেথা নলগাকৈ নাথাকে!

ৰাতিৰ সাজ তেওঁ এঘাৰ বজাত খাইছিল; কিন্তু তেওঁৰ আহাৰ আছিল নিচেই সাধাৰণ। তেওঁ মাংস নাখাইছিল— মাংস নোখোৱাটো তেওঁ এক নীতি হিচাপেই লৈছিল। তেওঁ ৰুটি ভাল পাইছিল; তেওঁৰ জেপত কেইখনমান ৰুটি সদায় থাকিছিলেই। কোনোবা পিনে গৈ থাকোঁতে তেওঁ ৰুটি চোবাই গৈ থাকে, পঢ়িও থাকে। ফলত তেওঁ যোৱা বাটটোত

মুখৰপৰা ছিটিকি পৰা ৰুটিৰ টুকুৰাৰ দীঘল শাৰী সদায় দেখা গৈছিল। ৰুটিৰ পিচতে তেওঁৰ প্ৰিয় খাদ্য আছিল পুডিং, কিচমিচ আৰু শুকান ফল। এইবোৰ তেওঁ দোকানৰপৰা কিনি ৰাখিছিল। বহি লৈ ধীৰে সুস্থিৰে আহাৰ খোৱাৰ অভ্যাস তেওঁৰ নাছিলেই। কেতিয়াবা বহিলেও খাই শেষ হোৱালৈকে তেওঁ বহি থাকিব নোৱাৰিছিল।

ৰাতিৰ সাজ খোৱাৰ পিচত তেওঁৰ মনটো ফৰকাল হয় আৰু তেওঁৰ কথাবাৰ্ত্তাও ফটফটীয়া হৈ পৰে। ভাগিনীয়েক হেৰিয়েটৰ কথা হগক তেওঁ প্ৰায়ে কৈছিল। হেৰিয়েটলৈ তেওঁ দীঘল দীঘল চিঠি লিখিছিল—সেইবোৰ আছিল প্ৰেমোচ্ছ্বাসেৰে পূৰ্ণ; মাজে মাজে গডউইনৰ দাৰ্শনিক আদৰ্শৰ উল্লেখ। ভনীয়েক এলিজাবেথৰ কথাও কৈছিল—এলিজাবেথ আছিল গতানুগতিকতাৰ দুৰ্ঘোৰ বিৰোধী, প্ৰায় শত্ৰু। পিতাকৰপৰা অহা উপদেশভৰা চিঠিবোৰো তেওঁ হগক পঢ়ি শুনায়, আৰু লগে লগে হো হোৱাই হাঁহে! কেতিয়াবা আক' তেওঁ কোনোবা এজন প্ৰিয় লেখক—লক, হিউম বা ভল্টেয়াৰৰ কিতাপ একোখন উলিয়াই ল'ব আৰু পৰম উৎসাহেৰে তাৰ বিষয়ে নিজৰ মতামত প্ৰকাশ কৰিব।

বিবেকবান আৰু ৰহস্যবাদী প্ৰকৃতিৰ বন্ধুজন এই লেখকসকলৰ প্ৰতি কিয় ইমান আকৰ্ষিত হৈছিল সেই কথা ভাবি হগে পাৰ পোৱা নাছিল। শ্যেলীৰ অধ্যয়নৰ ক্ষেত্ৰ আছিল ব্যাপক, বিষয় আছিল বিভিন্ন প্ৰকাৰৰ। সেই বিচিত্ৰ ক্ষেত্ৰত যেন আছিল ক'ৰবাত একোটা গভীৰ উপত্যকা, ক'তো বা একোটা শিলাময় পাহাৰ—শ্যেলীৰ যেন মূৰ ঘূৰণি উঠিছিল আৰু গডউইনৰ মতাদৰ্শৰ দৰে সহজ ভাবাদৰ্শ এটাইহে তেওঁক এই ভাববাদী পাকঘূৰণিৰপৰা ৰক্ষা কৰিব পাৰিছিল। ইতিহাসৰ বিৰাট, বিভ্ৰান্ত আৰু পুঞ্জীভূত তথ্য আৰু চিন্তাৰ ঠাইত নিজৰ কাল্পনিক চিন্তা কিছুমান সৃষ্টি কৰি তেওঁ আমোদ পাইছিল। ৰূঢ় বাস্তৱৰ অসামঞ্জস্যবোৰে তেওঁক আতঙ্কিত কৰিছিল; সেইবোৰৰ ঠাইত তেওঁ কল্পনাৰ অলীক জগত এখন সৃষ্টি কৰি তাত তেওঁৰ মনটো উন্মুক্তভাৱে বিচৰণ কৰিবলৈ এৰি দি ভাল পাইছিল।

কলেজৰ ঘড়ীত ৰাতি দুইবজাৰ কোব পৰে। নিজৰ কোঠালৈ যাবলৈ বুলি হগ থিয় দিয়ে। উঠি নাযাবলৈ শ্যেলীয়ে কাকুতি-মিনতি কৰে,

কিন্তু সেইবোৰলৈ আওকাণ কৰি তেওঁ নিজৰ কোঠালৈ যায়গৈ, আৰু বিছনাত পৰেগৈ।

"কি যে এক অসাধাৰণ জীৱ।"---খটখটিয়েদি ওপৰলৈ উঠি গৈ থাকোঁতে হগে নিজকে নিজে ক'লে। যুৱতীসুলভ আচৰণৰ মাধুৰ্য্য, মাকৰ ওচৰৰপৰা এতিয়াও আঁতৰি নোযোৱা কুমাৰী বালিকাৰ পৱিত্ৰতা... কিন্তু আনহাতে কি যে এক অদম্য শক্তি! ...আত্মা যেন বেনিডিক্টাইন সন্ন্যাসীৰ, ভাবাদৰ্শত এজন যেন জেকবিন (ফৰাচী দেশৰ বিপ্লবী সঙ্ঘবিশেষৰ সভ্য)।

নিশ্চয় ই এক আচৰিত মিশ্ৰণ, চিন্তা কৰিবলগীয়া কথা। কিন্তু এইবোৰ কথাকে পাগুলি থাকি নিজক ব্যতিব্যস্ত কৰা লোক জেফাৰচন হগ নহয়। তদুপৰি তেওঁৰ প্ৰিয় বন্ধু শ্যেলীৰ কথাবোৰ শুনি শুনি তেওঁ ক্লান্তিবোধ কৰে, নিদ্ৰালু হৈ পৰে।

---

||৪||

# চুবুৰীৰ পাইনজোপা

বৰদিনৰ কেইদিনমান আগতে মিঃ শ্যেলীয়ে মিঃ ষ্টকডেল নামৰ জনৈক প্ৰকাশকৰপৰা এখন চিঠি পালে। ষ্টকডেল লণ্ডনৰ। চিঠিখন মিঃ পাৰ্চি সম্পৰ্কে লিখা। তাত তেওঁ লিখিছিল বোলে ডেকা ল'ৰা মিঃ শ্যেলীয়ে তেওঁলৈ প্ৰকাশ কৰিবৰ বাবে এখন উপন্যাসৰ পাণ্ডুলিপি এটা পঠাইছে। উপন্যাসখনৰ নাম থৈছে চেণ্ট আৱভিন বা দ্য ৰজিক্ৰুচিয়ানচ। কিন্তু উপন্যাসখন যতমানে বিধ্বংসকাৰী চিন্তাৰে ভৰা। মিঃ শ্যেলীৰ দৰে এগৰাকী ভদ্ৰ লোকৰ ল'ৰাৰ মূৰত এনেবোৰ চিন্তাই বাঁহ বন্ধাটো বৰ শুভ লক্ষণ নহয়। সেইবাবে তেওঁ বাপেকক পুতেকৰ চিন্তাৰ সম্ভেদ দিয়াটো দৰকাৰী বুলি ভাবিলে। লগতে তেওঁৰ বন্ধু মিঃ জেফাৰেছন হগৰ কথাও কব'লৈ নাপাহৰিলে। মিঃ হগ ইংলেণ্ডৰ উত্তৰ অঞ্চলৰ এটা সম্ভ্ৰান্ত টোৰি পৰিয়ালৰ ল'ৰা, কিন্তু হ'লে কি হ'ব, ল'ৰাৰ গতি মতি আৰু চৰিত্ৰ বিপজ্জনক। তেনে এজন ল'ৰা মিঃ শ্যেলীৰ পুতেকৰ বন্ধু হোৱাটো ভাবিব নোৱৰা কথা।

চিঠি পাই মিঃ শ্যেলীয়ে ষ্টকডেলক জনালে বোলে পুতেকৰ কিতাপ ছপোৱাৰ বাবদ তেওঁ ফুটাকড়ি এটাও নিদিয়ে। কথা শুনিতো ষ্টকডেল বিষম চিন্তাত পৰিল। খৰচৰ কথা আছেই, তাতে আকৌ কিতাপত যিবোৰ কথাহে লিখিছে! বৰদিনৰ বন্ধৰ প্ৰথম সপ্তাহটো শ্যেলী আহি ফিল্ড প্লেছত থকাৰ কথা। পুতেক অহালৈ বাপেকে বাট চালে, আৰু ইতিমধ্যে পুতেকক বেচ এজাউৰি শুনাবলৈ সষ্টম হৈ ৰ'ল। যিবোৰ কথা ক'ব বুলি ঠিক কৰিছিলে সেই সোপাই ওফাইদাং মৰা, লাগবান্ধ নোহোৱা কথা। তাতো আৰু' পুতেকৰ প্ৰতি মৰমৰ একান্ত প্ৰকাশ। ফেটটো তোলাত মিঃ টিমথি আছিল বেচ পাৰ্গত, কিন্তু তেওঁৰ ফোঁচ ফোঁচনিহে সাৰ। বাগাড়ম্বৰৰ ক্ষেত্ৰত কিন্তু তেওঁক পিচ পেলাওঁতা সহজে নোলায়।

তৰ্ক কৰি কোনে কাক প্ৰত্যয় নিয়াব পাৰে? আজিলৈকে কোনেও

কাকো পৰা নাই। তেনেস্থলত বাপেকৰ যুক্তিতৰ্কই পুতেকক বশ মনাব পাৰে বুলি কল্পনা কৰাও তাৰ্কিক বিভ্ৰান্তিৰ বাদে আন একো নহয়। বাপেক-পুতেকৰ কথা-বাৰ্ত্তা শেষ হ'ল, কিন্তু কোনো পক্ষই নিজৰ মত নেৰিলে। শ্যেলীৰ মতে পৰিয়ালটোৰ কথাবোৰত কোনো যুক্তি নাই, সেইবোৰ একান্ত প্ৰলাপ মাথোন। তেওঁ অতিশয় বিৰক্ত হ'ল। ষ্টকডেলৰ ওপৰতো তেওঁৰ প্ৰচণ্ড খং। প্ৰকাশকজনেতো একেবাৰে অভদ্ৰজনোচিত কাম কৰিছে। পিতাকলৈ চিঠি লিখাৰ কি দৰকাৰ আছিল তেওঁৰ? কোনেও যেন তেওঁক বুজিব নোখোজে। একমাত্ৰ ব্যতিক্ৰম হ'ল তেওঁৰ বন্ধু জেফাৰচন হ'গ— নতুন পৰিস্থিতিয়ে তেওঁক জেফাৰচনৰ আৰু ওচৰ চপাই নিলে। সেই দিনা গধূলি তেওঁ হ'গলৈ লিখা এখন দীঘল চিঠিত সকলো কথা এইদৰে বিবৰিলে—

"মোৰ ভাবাদৰ্শবোৰ বোলে ঘৃণনীয়; সেইবাবে মোক সকলোৱে কটু সমালোচনা কৰে! মোক সামাজিকভাৱে ত্যাজ্য বুলি ধৰে। এছাটি ভীষণ ধুমুহাৰ আগন্তুক হৈছে; মই কিন্তু বস্তিগৃহত খিৰ্তাপি লৈ থকাদি বেপৰোৱা হৈ আছোঁ। তলত টৌবোৰ উঠিছে ভাগিছে, মই চাই বেচ মজা উপভোগ কৰিছোঁ। হাঁহিছোঁ। পিতাক মই কথাবোৰ বুজাবলৈ যত্ন কৰিছোঁ। শুনিলে তোমাৰ আচৰিত যেন লাগিব।

তেওঁ অলপ সময় মোৰ কথাবোৰ শুনিলে। এই ক্ষেত্ৰত দৈবৰ কিবা প্ৰত্যক্ষ হাত থকাৰ কথাও তেওঁ নুই কৰিলে। ডাইনী, ভূত পিশাচ, বা কিবা অলৌকিক ঘটনা আদিত তেওঁৰ বিশ্বাস নোহোৱাৰ কথাও দৃঢ়তাৰে ক'লে। কিন্তু এনে এগৰাকী যুক্তিবাদী পুৰুষো মোৰ প্ৰসংগটোলৈ অহা মাত্ৰকে অতি কঠোৰ হৈ পৰিল। তেওঁ খুটি নেৰে। 'মই যিটো কথা বিশ্বাস কৰিছোঁ, কৰিছোঁ; তাত আৰু যুক্তি তৰ্ক নামানো।'

"আয়ে তো মই জহান্নামৰ পথ লৈছোঁ বুলিয়েই ধৰিছে। তেওঁ ভাবিছে যে মই মোৰ সৰু সৰু ভনী কেইজনীক লৈ ঈশ্বৰবাদী কিন্তু কোনো ধৰ্ম নমনা এটা গোষ্ঠী তৈয়াৰ কৰিব খুজিছোঁ' কি যে হাঁহি উঠা কথা!"

ল'ৰাহঁতৰ স্কুলৰ বন্ধৰ দিনত ফিল্ড প্লেচ হাঁহি খিকিন্দালিত উৰি যাওঁ উৰি যাওঁ হৈ থাকে। কিন্তু সাম্প্ৰতিক পৰিস্থিতিত ঘৰখন এতিয়া

যেন একেবাৰে নিজম পৰিল। শ্ৰীমতী শ্যেলীয়ে ছোৱালীকেইজনীক ককায়েকৰ লগত বৰকৈ মিলামিচা নকৰিবলৈ ক'লে। ফলত সিহঁতে ককায়েকৰ ওচৰত চুচুক-চামাক কৰিবলৈ লোৱা হ'ল। তেওঁৰ লগত বৰকৈ মাতবোলো নকৰা হ'ল। কৰিব লাগে বাবেই যে কৰিছে, এনে এক গতানুগতিক ধৰণেৰে সিহঁতে বৰদিনৰ আয়োজন কৰিলে, কিন্তু এইবোৰত আচল আগ্ৰহ কাৰো নাছিল। স্ফূৰ্তি-তামাচা, ৰং-ৰহইচেই সুখী পৰিয়াল মাত্ৰতে বৰদিনৰ উৎসৱৰ প্ৰাণ, সেইবোৰ নহ'লে সমস্ত আয়োজনটোৱেই চেঁচা পৰা যেন হয়।

এনে এক বিষণ্ণ পৰিস্থিতিত মাত্ৰ এলিজাবেথহে আনৰ চকুৰ আঁৰত শ্যেলীৰ প্ৰতি অনুগত হৈ থাকিল। কিন্তু তেওঁ লক্ষ্য কৰিলে যে ককায়েকৰ প্ৰতি তেওঁৰ ভাবটোত হেৰিয়েটে সঁহাৰি দিয়া নাই। দিনে দিনে হেৰিয়েট যেন উদাসীন হৈ পৰিবলৈ ধৰিলে আৰু ক্ৰমাৎ নিজকে শ্যেলীৰ সংগৰপৰা আঁতৰাই নিবলৈ ধৰিলে।

শ্যেলীয়ে অক্সফ'ৰ্ডৰপৰা হেৰিয়েটলৈ লিখা চিঠিবোৰ টান চিঠি আছিল। সেইবোৰত শ্যেলীৰ অত্যুৎসাহ ফুটি উঠিছিল। কিন্তু বিষয়বোৰৰ মৰ্মাৰ্থ উপলব্ধি কৰাটো বৰ কঠিন আছিল। চিঠিবোৰে হেৰিয়েটৰ মনত অশান্তি দিছিল, তেওঁ আমনি পাইছিল। গডউইনৰ ৰচনাৰপৰা দিয়া উদ্ধৃতিবোৰে তেওঁক কন্দুৱাইছিল। চিঠিবোৰ পঢ়ি আমনি পোৱাতকৈয়ো তেওঁ ভয় খাইছিল বেচি। বিপজ্জনক ভাবাদৰ্শৰ প্ৰতি সুন্দৰী ৰমণীয়ে কৰবাত কাচিৎহে আগ্ৰহ দেখুৱায়। সৌন্দৰ্য্য সততে মিতভাষী। গতানুগতিক ধৰ্মীয় আনুষ্ঠানিকতাবোৰৰ প্ৰতি ই সদায় শ্ৰদ্ধাশীল। ভেনাছ জুপিতাৰৰ সৌহৃত যেন আছিল।

শ্যেলীৰ চিঠিবোৰ হেৰিয়েটে মাকক দি দিলে। মাকে ক'লে সেইবোৰ দেউতাকক দিবলৈ। এই গৰাকী ভদ্ৰলোকে শ্যেলীৰ ভাবচিন্তাবোৰ জঘন্য বুলি অভিহিত কৰিলে। শ্যেলীৰ ভৱিষ্যত সম্পৰ্কে হেৰিয়েটৰ মাক-দেউতাক সন্দিহান হৈ পৰিল। অবিবেচক কামকাজৰদ্বাৰা নিজকে আনৰপৰা আঁতৰাই অনা এই চেৰাবলীয়া ডেকাটোৰ সৈতে তেওঁলোকৰ জীয়াৰী হেৰিয়েটে নিজৰ ভাগ্য জড়িত কৰাটো সমীচীন হ'বনে? হেৰিয়েটে সুখ-স্বাচ্ছন্দ্যৰ বিলাসী জীৱন, নাচ-গান আৰু সাজ-পাৰৰ সুৰুচিপূৰ্ণ আড়ম্বৰ ভাল পাইছিল। লোকৰ প্ৰশংসাৰ প্ৰতিও তেওঁৰ দুৰ্বলতা আছিল। একোৰে

প্ৰতি শ্ৰদ্ধা নথকা আনকি বিয়া বোলা প্ৰথাটোও শ্ৰদ্ধাৰ চকুৰে নোচোৱা এই পাগল ল'ৰাটোৰ লগত হেৰিয়েটে কি ধৰণৰ জীৱন অতিবাহিত কৰিবগৈ লাগিব? তথাপিতো, ধৰ্মৰ দাবী আৰু অনুশাসন...

শ্যেলী অক্সফৰ্ডৰপৰা আহি পোৱাৰ আগতে হেৰিয়েট আৰু এলিজাবেথৰ মাজত তীব্ৰ আলোচনা হ'ল। এলিজাবেথে শ্যেলীৰ পিনে হয়ভৰ দিলে। শ্যেলীতো চমৎকাৰ লোক। এনে লোক কেইজন ওলায়? এনে এগৰাকী পুৰুষৰ লগত জীৱন কটোৱাৰ সৌভাগ্যৰ তুলনাত দুই-চাৰিটা সামান্য সাংসাৰিক কৃতকাৰ্য্যতা কিমান যে তুচ্ছ কথা!

হেৰিয়েটে ক'লে, 'তই তো ককায়েৰক অসাধাৰণ পুৰুষ বুলি বুজাব খুজিছ, যেন তেওঁৰ মান আৰু কোনো নায়েই। পিছে তেওঁ যে তই কোৱাৰ নিচিনাই সেই সম্পৰ্কে মই নিশ্চিত হওঁ কেনেকৈ? আমি সদায় গাঁৱত দিন কটাইছোঁ, জীৱন সম্পৰ্কে আমাৰ জ্ঞান তেনেকৈ নায়েই। মোৰ মা-দেউতাই, আনকি তোৰ পিতাৰেও—তেওঁতো পাৰ্লামেণ্টৰ সদস্য— বিচ্চীৰ চিন্তা ভাবনাবোৰ পছন্দ নকৰে। যেই কি নহওক, ধৰি ললোঁ বাৰু তেওঁ প্ৰতিভাবান লোক। কিন্তু যেতিয়া তেওঁ দেখা পাব যে মই তেওঁ ভবাতকৈ বহুত নিম্ন পৰ্যায়ৰ প্ৰাণী, মই সমূলি তেওঁৰ জোৰৰ নহয়, তেতিয়া তেওঁ হতাশ নহ'বনে? তেনে এটা সম্ভাৱনীয়তা নোহোৱা নহয় যেতিয়া তেওঁৰ লগত অন্তৰংগ সম্বন্ধ এটা স্থাপন কৰাৰ মোৰ অধিকাৰ ক'ত? আন বহুতৰ দৰেই মই এজনী সাধাৰণ গাভৰু ছোৱালী। তেওঁ মোক তেওঁৰ আদৰ্শৰ অনুৰূপ বুলি ভাবিছে হয়, কিন্তু মোৰ স্বৰূপটো ওলাই পৰিলে তেওঁ অতিশয় আচৰিত হ'ব।'

ইমানখিনি বিনয় নম্ৰতা থকা ছোৱালী এজনীয়ে ভবা-চিন্তা কৰিব পাৰে, কিন্তু প্ৰেমত নপৰে। যুক্তিতৰ্কৰ স্থান প্ৰেমত নাই।

শ্যেলী আহিলত এলিজাবেথে পৰিস্থিতিটো তেওঁক বুজাই ক'লে। শুনাৰ লগে লগেই তেওঁ হেৰিয়েটক বিচাৰি ওলাল। তেওঁক লগ পালে হয় কিন্তু দেখিলে যে তেওঁ অত্যন্ত নিৰাবেগ। উদাসীন আৰু গম্ভীৰ হৈ আছে। এলিজাবেথে যেনেকৈ কৈছিল ঠিক তেনে। শ্যেলীক নিজ পক্ষ সমৰ্থন কৰি ক'বলৈ তেওঁ নক'লে; মাত্ৰ ইয়াকেহে ক'লে বোলে তেওঁ (শ্যেলী) তেওঁৰ পিছত লাগিব নালাগে। তেওঁৰ সৰ্বব্যাপী

নাস্তিকতাবাদৰ বাবে শ্যেলীক তেওঁ তিৰস্কাৰ কৰিবলৈকো নাপাহৰিলে।

শ্যেলীয়ে প্ৰতিবাদ কৰি ক'লে, "কিন্তু হেৰিয়েট, মোৰ যুক্তিসিদ্ধ মতামতবোৰ মোক প্ৰকাশ কৰিবলৈ নিদিয়াটো যে অতি তাৎপৰ্য্যৰ ব্যাপাৰ। আৰু ভগৱান সম্বন্ধে মোৰ মতামত যিয়েই নহওক কিয়, মই ভগৱান মানোৱেই বা নামানোৱেই, সেই কথাই মোক এজন ভাই হিচাপে, বন্ধু হিচাপে বা প্ৰেমিক হিচাপে অযোগ্য বুলি প্ৰমাণ কৰাৰ যুক্তি ক'ত?"

হেৰিয়েটে উত্তৰ দিলে, "তুমি যি ভাবা ভাবিব পাৰাঁ, সেইবোৰ কথালৈ মই মোৰ মূৰ নঘমাও, কিন্তু তোমাৰ লগত মোৰ ভাগ্য জড়িত কৰিবলৈ মোক নক'বা।"

পোন প্ৰথমবাৰৰ বাবে শ্যেলী এগৰাকী নাৰীৰ অৱজ্ঞাৰ সন্মুখীন হ'ল। মধ্য আফ্ৰিকাত ৰাতিৰ অন্ধকাৰ হঠাতে নামি অহাদি, পুৰুষৰ ওপৰতো নাৰীৰ অবজ্ঞা আৰু ঔদাসীন্য সমান ক্ষিপ্ৰতাৰেই বৰ্ষণ হ'ব পাৰে।

দুখত উদ্ভ্ৰান্ত হৈ শ্যেলী আঁতৰি গ'ল। বৰফত পোতখাই থকা, পাতবোৰ সৰি গৈ লঠঙা হৈ পৰা গছবোৰৰ মাজে মাজে গৈ তেওঁ ফিল্ড প্লেচলৈ ঘূৰি গ'ল। তেতিয়া কিনকিনিয়া বৰফ পৰি আছিল। শ্যেলীৰ কিন্তু তালৈ কাণেই নাই। কেইঘণ্টামান ধৰি তেওঁ কবৰস্থানখনৰ নিৰ্জ্জনতাত ইফাল-সিফাল কৰি কটালে। কবৰ স্থান!—অথচ তৰুণ প্ৰেমৰ কুঁহিপাত মেলিছিল তাতেই।

শেহৰাতি দুই বজাত তেওঁ ঘৰলৈ ঘূৰিলে আৰু শুবলৈ গ'ল। কাষত ৰাখিলে এটা গুলীভৰ্ত্তি পিষ্টল আৰু এসোপামান বিহ। সেইবোৰ তেওঁ নিজৰ ৰাসায়নিক পৰীক্ষা গৃহৰপৰা আনি লৈছিল। পিছে তেওঁৰ শটো দেখিলে এলিজাবেথে যে কিমান দুখ নাপাব— এই কথা মনলৈ অহাত তেওঁ আত্মহত্যা কৰাৰপৰা বিৰত থাকিলে।

পিচদিনা তেওঁ হগলৈ এখন চিঠি লিখিলে। হেৰিয়েটৰ বিৰুদ্ধে তেওঁ কোনো উষ্মা প্ৰকাশ নকৰিলে, পিতাকৰ বিৰুদ্ধেও নকৰিলে। মিঃ গ্ৰ'ভৰ বিৰুদ্ধেও নকৰিলে। অসহিষ্ণুতাৰ মানসিকতাটোৱেই এই কৰুণ পৰিস্থিতিৰ বাবে দায়ী বুলি সাব্যস্ত হ'ল।

'মই শপত খাই ঘোষণা কৰিছোঁ— মোৰ শপত মই নাৰাখিলে

চিৰন্তন কালে মোক অভিশাপ দি ধ্বংস কৰিব— শপত খাই কৈছোঁ যে অসহিষ্ণুতাক মই কেতিয়াও ক্ষমা নকৰিম। এই এটা মাত্ৰ বিষয়ত প্ৰতিশোধপৰায়ণতা মই যুক্তিযুক্ত বুলি গণ্য কৰোঁ আৰু ইয়াক উদগনি দিওঁ। মোৰ হাতত থকা প্ৰতিটো মুহূৰ্ত্ত মই এই উদ্দেশ্যে ব্যয় কৰিম। অসহিষ্ণুতা হ'ল সমাজৰ বাবে এক ডাঙৰ অনৰ্থ। ইয়াৰ ফলত ব্যক্তিবিশেষৰ মাজত থকা মধুৰতম সম্পৰ্কত আঘাত কৰা কিছুমান প্ৰতিকূল ধাৰণাৰ সৃষ্টি হয়। মই যদি ইয়াৰ ওপৰত প্ৰতিশোধ ল'ব পাৰিলোহেঁতেন! অসহিষ্ণুতাৰ এই দৈত্যটোক মই যদি পিহি নিঃশেষ কৰিব পাৰিলোহেঁতেন! কেতিয়াও আৰু উঠি আহিব নোৱাৰাকৈ তাক যদি তাৰ জন্মস্থান নৰকলৈ দলিয়াই দিব পাৰিলোহেঁতেন! তেতিয়াহ'লে সংসাৰত সৰ্বব্যাপী সহিষ্ণুতাৰে বিস্তাৰ হ'লহেঁতেন।

"কবিতাৰ যোগেদি মোৰ এই অতৃপ্ত অনুভূতি কিছু পৰিমাণে চৰিতাৰ্থ কৰিবলৈ মই বিচাৰোঁ। এই অসহিষ্ণুতাই মোক কিদৰে আঘাত কৰিছে তুমি দেখিবলৈ পাবা, শুনিবলৈও পাবা। তেওঁ আৰু মোৰ নহয়। তেওঁ মোক সন্দেহবাদী বুলি ঘৃণাৰ চকুৰে চায়। কি যে গোড়ামি! ভাবিলেই অবাক হ'ব লাগে। মই যদি তোমাৰ এই নিষ্ঠুৰতম নিৰ্যাতন ক্ষমাৰ চকুৰে চাওঁ, তেন্তে ভগৱানে যেন মোক— ভগৱানৰ যদি ক্ৰোধ আছে— ভগৱানে যেন মোক চূৰ্ণ-বিচূৰ্ণ কৰি পেলায়!"

"ক্ষমা কৰিবা, মোৰ কোৱা শেষ হ'ল। প্ৰেমানুৰাগত স্বাৰ্থপৰতা নিহিত থাকে বুলি মোৰ সন্দেহ হয়। প্ৰতিটো মুহূৰ্ত্ততে মোৰ আত্মা চূৰ্ণ-বিচূৰ্ণ হৈ গৈছে যেন লাগিছে। এনে অনুভৱ মই প্ৰতিহত কৰিব পৰা নাই। কিন্তু এনেদৰে অনুভৱ আৰু নকৰিবলৈ মই দৃঢ় সংকল্প। এইটো স্বাৰ্থপৰতাৰ কথা হৈছে। মই আনৰ বাবে অনুভৱ কৰিম, কিন্তু মোৰ নিজৰ বাবে— নিজৰ বাবে এনে কৰাৰ প্ৰচেষ্টাত মই যেন মৰিয়েই যাওঁ। এৰা মৃত্যু হ'ব পৰম মুক্তি। আত্মহত্যা বাৰু অনুচিত কাৰ্য নে কি? যোৱা নিশা মই এটা খজা পিষ্টল আৰু এথেপা বিহ কাষত লৈ শুইছিলোঁ, কিন্তু মই নমৰিলোঁ। তোমাৰ কথা আৰু মোৰ ভনীজনীৰ কথা নভবা হ'লে কালিয়েই মই চিৰবিদায় ল'লোহেঁতেন।"

বন্ধ শেষ হোৱালৈ আৰু এপষ কাল বাকী আছে। এইখিনি দিন তেওঁ ফিল্ড প্লেচতে কটাব লাগিব। ঘৰত থাকিতো শান্তি নহ'ব।

মাক-দেউতাক উভয়ৰে অসন্তোষৰ সন্মুখীন হ'ব লাগিব, ভনীয়েকহঁতো বিব্ৰত হোৱাৰ কথাটোও তো আছেই।

এলিজাবেথে বাৰে বাৰে নিমন্ত্ৰণ কৰিলে হয়, কিন্তু শ্যেলী ঘৰত থকা বাকী দিন কেইটাত হেৰিয়েট তেওঁলোকৰ ঘৰলৈ যাবলৈ মান্তি নহ'ল।

মানুহে তলে তলে কোৱাকুই কৰিবলৈ ল'লে বোলে হেৰিয়েটৰ আন কাৰোবাৰ লগত বাগদান হৈ আছে।

নিজৰ মনৰ বেদনাৰ উপশম ঘটাবৰ এটাই মাত্ৰ উপায়— আনক সুখী কৰিবলৈ যত্নপৰ হোৱা। যেনে চিন্তা তেনে কাম। লগে লগে শ্যেলীয়ে খাটাং কৰি পেলালে যে তেওঁৰ বন্ধু হগ এলিজাবেথৰ প্ৰেমত পৰিব লাগে, কিন্তু তাইক তেওঁ কোনোদিন দেখাকে নাই। এলিজাবেথে লিখা কিছুমান কবিতা শ্যেলীয়ে হগলৈ পঠাই দিলে— কবিতাবোৰত সৎ উদ্দেশ্যই নিহিত আছিল—অত্যাচাৰ-উৎপীড়নৰ প্ৰতি বিদ্বেষ। আৰু এটা বস্তু কবিতাবোৰত আছিল—সেইটো হ'ল ছন্দবিভ্ৰান্তি, অৰ্থাৎ ছন্দৰ আঁৰ বা খুঁত।

এলিজাবেথ তো শ্যেলীৰ উপযুক্তা শিষ্যা। গতিকে তেওঁৰ কবিতাবোৰত এনেবোৰ কথা থাকিবই— 'সংসাৰত সকলোৱেই ইটো-সিটোৰ ভাই-ভনী—আনকি পাষাণ হৃদয়ৰ ইংৰাজটোৰ চাবুকৰ কোবত চেপেটা লগা নিগ্ৰোটোৰ লগতো এই ভ্ৰাতৃত্বৰে সম্বন্ধ।' ঠিক এনেবোৰ ভাবচিন্তাই কবিতাবোৰত ফুটি উঠিছিল।

শ্যেলীয়ে এলিজাবেথক হগৰ কবিতাবোৰ দিলে। তেওঁৰ নিজৰ মতে সেইবোৰ কবিতা আছিল অতীব সুন্দৰ। এটা কবিতাত শ্যেলীক এডাল লহপহকৈ বাঢ়ি অহা ওক গছৰ লগত তুলনা কৰা হৈছিল। হেৰিয়েটক কল্পনা কৰা হৈছিল সেই ওকজোপা সাবটি ধৰি মাৰি পেলোৱা এডাল আইভি লতা স্বৰূপে।

শ্যেলীয়ে ভনীয়েকক ক'লে— 'তই এটা কথা নিলিখিলি। আইভি লতাডালে ওক গছডাল মেৰাই ধৰি মাৰি পেলোৱাৰ পিচত যেন ই নিজে সৃষ্টি কৰা দুখ-যন্ত্ৰণাবোৰক উপহাস কৰিবৰ উদ্দেশ্যেই ওচৰতে থকা পাইন গছ এডাল মেৰিয়াই ধৰিলে!'

ওচৰতে থকা পাইনডাল আছিল মিঃ হে'লাৰ নামৰ জনৈক চহকী

ভূ-স্বামী। দৃঢ় মতবাদৰ মানুহ। নিজৰ পত্নীক অ'ত ত'ত হোৱা নাচগানৰ ঠাইলৈ লৈ যাবলৈকে যেন তেওঁক বিধাতাই বিশেষভাৱে সৃষ্টি কৰিছিল!

'তেওঁ চিৰকাললৈ মোৰ বাবে হেৰাই গ'ল', শ্যেলীয়ে আক্ষেপ কৰি ক'লে। তেওঁ এতিয়া বিবাহিতা। বিয়া হ'ল এচপৰা মাটিৰ লগত। সম্পূৰ্ণ ভাবানুভূতিবিহীন। তেওঁ নিজেও তেনেকুৱাই হ'বগৈ। সেই সমস্ত সূক্ষ্ম অনুভূতি লোপ পাব। এই প্ৰসংগটো আমি আৰু নুলিযাওঁ।'

হগক ফিল্ড প্লেচলৈ মতাৰ অভিপ্ৰায় শ্যেলীৰ আছিল। তেতিয়া হ'লে এলিজাবেথে হগৰ সুন্দৰ মনটোৰ লগত চিনাকি হ'ব পাৰিলেহেঁতেন। পিছে মিঃ ষ্টকডেলে দেউতাকক কোনোবা অশুভ শক্তিৰ বিৰুদ্ধে সাৱধান কৰি দিয়াৰ কথা তেওঁৰ মনত আছিল, গতিকে তেওঁ বাধা দিলে, হগক নিমন্ত্ৰণ কৰা নহ'ল।

॥৫॥

# ইয়াকে প্ৰমাণ কৰা হ'ল

বন্ধৰ দিনকেইটাত ঘটা দুৰ্ভাগ্যজনক পৰিস্থিতিটোৰ এমাহমানৰ পিচৰ কথা। মেচাৰ্চ মানদে আৰু শ্লেটাৰ নামৰ অক্সফৰ্ডৰ কিতাপৰ দোকানখনত এদিন হঠাতে শ্যেলীৰ আৱিৰ্ভাব হ'ল। এই দোকানখনৰ স্বত্বাধিকাৰীসকলক টিমথি শ্যেলীয়ে পুতেকৰ সাহিত্যিক ধান্দাৰ বিষয়ে আগতে কৈছিল। হুৰমূৰকৈ শ্যেলী দোকানলৈ সোমাই গ'ল। তেওঁৰ চুলি আউলি-বাউলি। কামিজৰ বুকুৰ বুটাম খোলা। কাষলতিৰ তলত নবন্ধা পুস্তিকা এখনৰ এটা স্তূপ নুৰা। দোকানীহঁতক তেওঁ ক'লে বোলে পুস্তিকাখন খনে ছয় পেনি দামত বেচিব লাগে আৰু দোকানত চকুত পৰাকৈ সজাই থবও লাগে। কৈ তেওঁ নৰলেই, নিজেই খিৰিকিৰ দাঁতিত মানুহৰ চকুত পৰা ঠাইত পুস্তিকাখন আঠা লগাই থ'বলৈ হাতে কামে নিজেই লাগি গ'ল।

কিতাপৰ দোকানৰ মানুহকেইজনে বেচ আমোদ পোৱা যেন দেখুৱাই শ্যেলীৰ পিনে চাই ৰ'ল। অক্সফৰ্ড বিশ্ববিদ্যালয়ত নতুনকৈ ভৰ্ত্তি হোৱা ধনী পৰিয়ালৰ ডেকা ল'ৰাহঁতক অক্সফ'ৰ্ডৰ ব্যৱসায়ীসকলে এনেয়েও পিতৃসুলভ প্ৰশ্ৰয়ৰ ভাবেৰে চায়েই। তাতে আকৌ এইজন হ'ল টিমথি শ্যেলীৰ ল'ৰা। গতিকে বাধা দিয়াৰ প্ৰশ্ন ক'ত? কিন্তু তেওঁলোকে যদি পুস্তিকাখন সাৱধানে পঢ়ি চালেহেঁতেন তেন্তে তাত থকা বিস্ফোৰক চিন্তা দেখি তেওঁলোক নিতান্তই আতংকিত হৈ পৰিলেহেঁতেন। তেনে এখন পুস্তিকাকে শ্যেলীয়ে তেওঁলোকৰ খিৰিকি আৰু কাউন্টাৰত এঠাইছে! কি যে কাণ্ড! পুস্তিকাখনৰ শিৰোনামাটো আছিল 'নাস্তিকতাৰ প্ৰয়োজনীয়তা'। অক্সফৰ্ডৰ নিচিনা মধুৰভাষী, ধৰ্মপ্ৰাণ চহৰ এখনত ইয়াতকৈ অপবাদজনক কথা আৰু কি ৰটনা হ'ব পাৰে! পুস্তিকাখন চহী কৰিছিল জনৈক জেৰেমিয়া ষ্টুকেলে। কোন এইজন ষ্টুকেলে কোনেও চিনি নাপায়। এই কাল্পনিক ষ্টুকেলেজনে পুস্তিকাখনত অৱতাৰণা কৰা যুক্তিসমূহ পঢ়ি চোৱাহেঁতেন দোকানখনৰ গৰাকীহঁত আৰু অধিক শঙ্কিত হ'লহেঁতেন।

'কোনো এক বিবৃতিৰ সমৰ্থনত প্ৰমাণ বা নজিৰস্বৰূপে উল্লেখ

কৰা কথাবোৰ পৰীক্ষা কৰি চোৱাটো সত্যপ্ৰতিষ্ঠাৰ বাবে নিশ্চিত উপায় বুলি সদায় স্বীকৃত হৈ আহিছে। ইয়াৰ (এই প্ৰক্ৰিয়াৰ) সাৰ্থকতা সম্পৰ্কে বহলাই আলোচনা কৰাৰ প্ৰয়োজন নাই।'

এই স্বতঃসিদ্ধ সত্যৰ উল্লেখেৰেই পুস্তিকাখন আৰম্ভ কৰা হৈছিল। জ্যামিতিক উপপাদ্যৰ ৰূপত ইয়াক লিখা হৈছিল, আৰু ভগৱানৰ অস্তিত্বৰ অসম্ভাব্যতা ই প্ৰতিপাদন কৰিছিল। পুস্তিকাখন শেষ হৈছিল এ. প্ৰ. বি. (এয়ে প্ৰতিপাদ্য বিষয়)—এই তিনিটা আখৰেৰে।

গণিতৰ কোনো জ্ঞান শ্যেলীৰ নাছিল, কিন্তু সত্য প্ৰতিষ্ঠাৰ বাবে এই পদ্ধতি (ফৰ্মুলা) টো তেওঁ যাদুকৰৰ সম্মোহিনী কৌশল বুলি গণ্য কৰিছিল। কিবা এক সৰ্বব্যাপী মঙ্গলদায়ক শক্তিৰ ওপৰত তেওঁৰ গভীৰ আস্থা আছিল, সেই শক্তিয়েই সমগ্ৰ বিশ্বৰ স্ৰষ্টা আৰু নিয়ন্ত্ৰক বুলিও তেওঁ বিশ্বাস কৰিছিল, তথাপি 'নাস্তিক' শব্দটো তেওঁ বৰ ভাল পাইছিল। শব্দটোত যেন কিবা এক অগতানুগতিক, বিদ্ৰোহী তাৎপৰ্য্য লুকাই আছে। সেইবাবেই বোধহয় ইয়াৰ আবেদন তেওঁৰ ওচৰত আছিল অতি প্ৰবল।

গোড়ামিৰ বিৰোধিতা কৰিবৰ বাবে তেওঁ এই শব্দটো প্ৰয়োগ কৰিছিল। ইটন স্কুলত তেওঁক এই অভিপ্ৰায়েৰেই ক্ষতবিক্ষত কৰা হৈছিল আৰু ঠিক 'নাইট এৰাণ্ট' (দুঃসাহসিক কাৰ্য্যৰ সন্ধানত ভ্ৰমণৰত বীৰব্ৰতী) এজনে তেওঁৰ প্ৰতি জনোৱা প্ৰত্যাহ্বান গ্ৰহণ কৰাদি (তেওঁলৈ দলিয়াই দিয়া 'দস্তানা' পাত বুটলি লৈ) শ্যেলীয়েও এই অভিধাটো এতিয়া গ্ৰহণ কৰিলে। নিজৰ জাতিৰ দৈহিক আৰু নৈতিক সাহসৰ লগত তেওঁ বৌদ্ধিক সাহসো যোগ দিলে। ইয়াৰ ফলত তেওঁ ডাঙৰ বিপদৰ সন্মুখীন হ'ল। লগতে অৱশ্যম্ভাবী অপবাদৰো।

'নাস্তিকতাৰ প্ৰয়োজনীয়তা'খন প্ৰকাশ হ'বৰ কুৰি মিনিট হৈছে কি নহৈছে, এনেতে ৰেভাৰেণ্ড জন ৱাকাৰ নামেৰে নিউ কলেজৰ জনৈক ফেল' (সদস্য) দোকানৰ কাষেদি যাওক। মানুহজন আছিল কুৰ্চুটিয়া প্ৰকৃতিৰ। নলগা ক্ষেত্ৰত লাগি আনক হাৰাশাস্তি কৰি ভাল পায়। পুস্তিকাখন তেওঁৰ চকুত পৰিল।

'নাস্তিকতাৰ প্ৰয়োজনীয়তা'! কাণ্ড চোৱা। চাৰ ৱাকাৰ স্তম্ভিত হ'ল, মূৰটো যেন তেওঁৰ আচন্দ্ৰাই কৰিলে। তেওঁ কোবাকুবিকৈ দোকানলৈ

সোমাই গ'ল আৰু ডাঙৰ মাতেৰে মিঃ মানডে আৰু মিঃ গ্লেটাৰক নাম ধৰি মাতি সুধিলে, 'বোলোঁ এইবোৰৰ মানে কি?'

'আচলতে ইয়াৰ বিষয়ে আমি একো নাজানো, মহাশয়, পুস্তিকাখন আমি নিজে পঢ়ি চোৱা নাই।...'

" 'নাস্তিকতাৰ প্ৰয়োজনীয়তা'! কিয়, শিৰোনামাটোৰ পৰাই চোন আপোনালোকে ভিতৰত কি আছে বুজিব লাগিছিল।"

'হয়, মহাশয়, হয়। আপুনি ঠিকেই কৈছে। এতিয়া আমাৰ দৃষ্টি আকৰ্ষণ হ'ল যেতিয়া...'

'আৰু এতিয়া আপোনসবৰ মনোযোগ আকৰ্ষণ হ'ল যেতিয়া, মহাশয়সকল, অনুগ্ৰহ কৰি পুস্তিকাখনৰ প্ৰতিটো কপিকে আপোনালোকৰ দোকানৰ খিৰিকিৰপৰা আঁতৰাই পেলাওক আৰু সেই সমস্ত কপি আৰু লগতে দোকানৰ আন ঠাইত যিমান কপি আছে আটাইবোৰ গোটাই ৰান্ধনি ঘৰলৈ লৈ গৈ চুলাত সুমুৱাই দিয়ক গৈ।'

এনে এটা আদেশ জাৰী কৰিবৰ বাবে মিঃ ব্লাকাৰৰ সামান্য অধিকাৰো নাছিল, কিন্তু কিতাপৰ দোকানী দুজনে বঢ়িয়াকৈ বুজিছিল যে মিঃ ব্লাকাৰে গৈ বিশ্ববিদ্যালয়ৰ কৰ্তৃপক্ষৰ ওচৰত আপত্তি কৰিলেই তেওঁলোকৰ দোকানখনত প্ৰবেশ নিষিদ্ধ বুলি ঘোষণা কৰা হ'ব। তেতিয়াতো তেওঁলোকৰ ব্যৱসায় কৰাৰ ভিকাছনেই ভাগিব। সেইবাবে তেওঁলোকে মিঃ ব্লাকাৰৰ কথা মানি লোৱা বুজাবলৈ সেও মনা হাঁহি এটা মাৰিলে আৰু কৰ্মচাৰী এজনক পঠাই দি কিবা এটা কথা পাতিবৰ বাবে অলপ সময়ৰ বাবে শ্যেলীক মতাই পঠালে।

'আমি একান্ত দুঃখিত, মিঃ শ্যেলী, আমি বৰ বেয়া পাইছোঁ, কিন্তু আমাৰ উপায় নাছিল। মিঃ ব্লাকাৰ নেৰানেপেৰা হৈ লাগিল, গতিকে আপোনাৰ নিজস্ব স্বাৰ্থৰ খাতিৰতে...'

কিন্তু নিজৰ স্বাৰ্থৰ কথা শ্যেলীয়ে কেতিয়াও নাভাবিছিল। তীক্ষ্ণ স্বৰে, মাতত খুব জোৰ দি দি, অতিশয় চিন্তিত কিতাপ বিক্ৰেতা দুজনক তেওঁ জনাই দিলে যে যথেচ্ছা চিন্তা কৰিবৰ আৰু সেই চিন্তা জগতক জনাই দিয়াৰ অধিকাৰ তেওঁৰ আছে।

'আৰু,' তেওঁ পৰম উল্লসিত সুৰত কৈ গ'ল, "অক্সফৰ্ডৰ এই গেঁৰ নসৰা চৰাইজাকৰ আগত জাল পেলোৱাই নহয়, মই তাতোকৈ

ডাঙৰ কামো কৰিছোঁ। মই এই পুস্তিকাৰ একোটা কপি প্ৰতিজন বিচপলৈ, বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্যলৈ, প্ৰতিখন কলেজৰ অধ্যক্ষ, ৱাৰ্ডেন আৰু ডীনলৈ পঠাইছোঁ। প্ৰতিখনতে মোৰ নিজৰ হাতেৰে 'জেৰেমিয়া ষ্টুকেলেৰ' শ্ৰদ্ধাৰে বুলি নিজহাতে লিখি দিছোঁ!"

* * *

কেইদিনমান পিছত হগৰ কোঠাত পিয়ন এজন ওলালগৈ। হাতত এখন চিঠি। বিশ্ববিদ্যালয়ৰ ডীনগৰাকীয়ে শ্যেলীলৈ লিখা চিঠি। চিঠিখনৰ খবৰটো হ'ল, শ্যেলীয়ে অনুগ্ৰহ কৰি ডীনগৰাকীক তৎক্ষণাত দেখা কৰিবগৈ লাগে। লগে লগে শ্যেলী ওলাই গ'ল। তেওঁ কমন ৰুমত মাষ্টাৰগৰাকী আৰু কেইবাজনো ফেল'ক বহি থকা দেখিলে—কেইগৰাকীমান বিদ্বান আৰু কঠোৰ নীতিপৰায়ণ, প্ৰাচীনপন্থী, গোঁড়া। মোটামুটি গাৰে খ্ৰিষ্টানৰ এটা সৰু জুম। এইসকলে শ্যেলীক কোনোদিনেই দেখিব নোৱাৰিছিল, কাৰণ শ্যেলীয়ে দীঘলকৈ চুলি ৰাখে, সাজপাৰত সম্ভ্ৰমতা ৰক্ষা নকৰে—যিহকে মন যায় তাকে পিন্ধে, আৰু পৰীক্ষামূলক বিজ্ঞানৰ প্ৰতি তেওঁৰ আছে এক কুৰুচিদুষ্ট আগ্ৰহ!

ডীনগৰাকীয়ে শ্যেলীক 'নাস্তিকতাৰ আৱশ্যকতা'ৰ এটা কপি দেখুৱাই সেইখন তেওঁ লিখা নে সুধিলে। তেওঁ সোধাৰ ভঙ্গীটো আছিল ৰুক্ষ, খাবাংখাচ আৰু গৰ্বিত। সেইবাবে শ্যেলীয়ে একো জবাব নিদিলে।

"এই পুস্তিকাখন তুমি লিখা হয় নে নহয়, একে আষাৰতে কোঁৱা।"

"মই লিখা বুলি যদি প্ৰমাণ কৰিব পাৰে তেন্তে আপোনাৰ প্ৰমাণ উলিয়াওক। মোক এইদৰে জেৰা কৰাটো উচিতো নহয়, আইনসঙ্গতো নহয়। আপোনাৰ আচৰণ ধৰ্ম্মগত অপৰাধৰ তদন্ত কৰা আদালতৰ বিচাৰকৰ বেলিকাহে শুৱায়; এখন স্বাধীন দেশত স্বাধীন লোকৰ ক্ষেত্ৰত এনে আচৰণে শোভা নাপায়।"

'এইখন তোমাৰ ৰচনা নহয় বুলি ক'ব খোজাঁ নে কি?'

"উত্তৰ দিবলৈ মই বাধ্য নহয়।"

'তেন্তে হ'লে তোমাক কলেজৰপৰা বহিষ্কাৰ কৰা হৈছে আৰু কালিলৈ পুৱাৰ ভিতৰত তুমি এই ঠাই এৰি যাব লাগিব।"

এজন ফেল'ই কলেজৰ চাব মোহৰ মাৰি বন্ধ কৰা খাম এটা তেওঁলৈ আগবঢ়াই দিলে। বহিষ্কৰণৰ আদেশটো তাত আছিল।

আদেশটো পোৱা মাত্ৰকে শ্যেলী হগৰ কোঠালৈ লৰ মাৰিলে আৰু চোফাখনত দীঘল দি পৰিলে। খণ্ডত কঁপি কঁপি তেওঁ বাৰে বাৰে ক'বলৈ ধৰিলে, 'বহিষ্কৃত কৰিছে, মোক উলিয়াই দিছে।'

শ্যেলীৰ ওপৰত বিহা শাস্তিটো আছিল ভয়ানক। ইয়াৰ ফলত তেওঁৰ পঢ়া-শুনাৰ অন্ত পৰিল, অন্য কোনো বিশ্ববিদ্যালয়তো তেওঁক ভৰ্তি হ'ব নোৱৰা কৰিলে। শ্যেলীয়ে ভাল পাইছিল এটা শান্তিৰ জীৱন— এই বহিষ্কৰণৰ আদেশটোৱে তাৰো অন্ত পেলালে। তদুপৰি তেওঁৰ মূৰৰ ওপৰত পিতাকৰ উগ্ৰ আৰু সহজে শাম নকটা এচকু খঙো জাপি দিলে।

হগৰো তেওঁৰ বন্ধুৰ সমানেই খং উঠি গ'ল। ডেকা বয়সৰ কথা। বন্ধুৰ দুঃখ দেখি তেওঁৰ মন বিতত হ'ল। পাৰিলে নিজে গাই বাই চাই কিবা এটা কৰাৰ মন। সেই অভিপ্ৰায়েৰে তেওঁ কলেজৰ 'মাষ্টাৰ' আৰু 'ফেল''সকললৈ শ্যেলীৰ ওপৰত বিহা শাস্তিৰ প্ৰতিবাদ জনাই এখন আবেদন পঠালে। শ্যেলীৰ দৰে এজন মানুহৰ ওপৰত যে এনে এটা শাস্তিবিধান হ'ব পাৰে সেই কথাত তেওঁ বেজাৰ আৰু আশ্চৰ্য্য প্ৰকাশ কৰিলে। বহিষ্কৰণৰ আদেশটো পুনৰ বিবেচনাৰ বাবেও তেওঁ আবেদনখনত লিখিলে। হগৰ চিঠিখন যথাস্থানত দিয়া হ'ল। ৰুদ্ধদ্বাৰ সভাখন তেতিয়াও চলি আছিল। খন্তেকৰ ভিতৰতে পিয়নটো ঘূৰি আহিল আৰু হগক ক'লে বোলে তীনে তেওঁক তৎক্ষণাত মাতি পঠাইছে।

হগৰ লগত সাক্ষাৎকাৰ অকণমান সময়ৰ বাবেহে হ'ল।

'এইখন তুমি লিখা নে?'

সেইমাত্ৰ তেওঁ লিখা চিঠিখন দেখুৱাই তেওঁলোকে হগক সুধিলে। হগে হয় বুলি শলাগিলে।

'আৰু এইখন?' নাস্তিকতাৰ সম্পৰ্কে লিখা পুস্তিকাখন হগৰ হাতত দি তেওঁলোকে সুধিলে।

এজন সুপ্ৰতিষ্ঠিত আইনবিদৰ দৰে, বিশদ যুক্তিতৰ্কেৰে হগে বুজাই দিলে যে প্ৰশ্নটো নিতান্তই অবান্তৰ। এই একেটা প্ৰশ্নৰে উত্তৰ দিবলৈ অস্বীকাৰ কৰা বাবে শ্যেলীৰ ওপৰত শাস্তি বিহাটোও যে অন্যায় হৈছে

সেই কথাও তেওঁ ক'লে। নিজৰ অধিকাৰ সম্পৰ্কে সচেতন প্ৰতিজন লোকেই...

তেওঁৰ কথা শেষ হ'বলৈ নাপালেই। মাষ্টাৰগৰাকীয়ে ভেকাহি মাৰি ক'লে, 'হ'ব, যথেষ্ট হৈছে আৰু। তোমাকো বহিষ্কাৰ কৰা হৈছে।' সেই সময়ত তেওঁৰ মনৰ গতি লক্ষ্য কৰিলে ভাব হ'লহেঁতেন যেন তেওঁ কলেজৰ আটাইবোৰ ল'ৰাকে বহিষ্কাৰ কৰাত আছে। হগকো কলেজৰ মোহৰ মৰা এটা বন্ধ খাম দিয়া হ'ল।

সেইদিনাই কলেজত এখন ডাঙৰ জাননী টঙাই দিয়া হ'ল। সেইখনত চহী আছিল মাষ্টাৰ আৰু ডীনৰ। তাত কোৱা হৈছিল যে তেওঁলোকক সোধা কেইটামান প্ৰশ্নৰ উত্তৰ দিবলৈ অস্বীকাৰ কৰাৰ বাবে শ্যেলী আৰু হগক কলেজৰপৰা বহিষ্কাৰ কৰা হ'ল।

---

।।৩।।

# টিমথি শ্যেলীৰ উগ্ৰ তৰ্ক

বহিষ্কৃত দুগৰাকী টালি-টোপোলা লৈ অক্সফৰ্ড এৰিবলৈ সাজু হ'ল। শ্যেলীয়ে বাপেকৰপৰা কি খবৰ পায় জানিবলৈ বাট চাই ৰ'ল। ইতিমধ্যে তেওঁ লণ্ডনত ইফাল-সিফাল কৰিবৰ বাবে তেওঁৰ কিতাপৰ দোকানীৰপৰা কুৰি পাউণ্ড ধাৰে ল'লে।

হগক লগত লৈ তেওঁ বিভিন্ন হোটেললৈ গ'ল, কিন্তু এখনো তেওঁলোকৰ পছন্দ নহ'ল। হয় ওচৰৰ ৰাস্তাটো বৰ কোলাহলপূৰ্ণ, নহয় অঞ্চলটো বৰ লেতেৰা, নহয় লিগিৰী ছোৱালীবোৰ বৰ চাধাচিধা। গৈ গৈ তেওঁলোকে পলাণ্ড ষ্ট্ৰীটৰ কথা শুনিলে; পলাণ্ড নামটোৱে তেওঁলোকক ব্ৰাৰ্চলৈ মনত পেলাই দিলে। ব্ৰাৰ্চ মানেইতো স্বাধীনতা। শ্যেলী নিশ্চিত হ'ল যে পলাণ্ড ষ্ট্ৰীটৰ যেই কোনো এটা হোটেলতে স্বাধীনমনা মানুহ এজন থাকিবৰ বাবে উপযুক্ত স্থান হ'ব। এই পলাণ্ড ষ্ট্ৰীটতে তেওঁ যিটো ঘৰ প্ৰথমে চালেগৈ সেইটোৱেই তেওঁৰ পছন্দ হ'ল—সেইটোৱেই যেন তেওঁৰ মনে বিচৰা ঘৰটো। বন আৰু লতাৰে সুশোভিত, কেঁচা-পকা আঙুৰৰ ওলমি থকা প্ৰকাণ্ড একোটা থোপা,—যেন পৃথিৱীত সেইটোৱেই সৰ্বসুন্দৰ ঘৰটো।

“ইয়াতেই আমি থিতাপি ল'ম,” শ্যেলীয়ে ক'লে, “আৰু আমাৰ অক্সফৰ্ডৰ দিনবোৰৰ পুনৰাবৃত্তি ঘটাম। জুইৰ দাঁতিত বহি পঢ়িম, ইফালে সিফালে ফুৰিবলৈ যাম, আমি কৰি ভালপোৱা পৰীক্ষা-নিৰীক্ষাবোৰ কৰিম। ইয়াতেই আমি চিৰকাল থাকিম।” এই আঁচনি সফল হোৱাত অন্তৰায় আন একো নাছিল। প্ৰয়োজন আছিল মাত্ৰ বাপেক দুজনৰ সম্মতি।

* * *

অক্সফৰ্ডৰ ঘটনাবোৰ কাণত পৰিলত টিমথি শ্যেলী খণ্ডত অগ্নিশৰ্মা

হৈ পাৰিল। তেওঁৰ দৰে এজন আভ্যৱন্ত জমিদাৰ, পাৰ্লামেণ্টৰ সদস্য আৰু তেওঁৰ অঞ্চলৰ 'জাষ্টিচ অফ্ দ্যা পিচ'ৰ দৰে এজন লোকৰ বাবে এনে এটা ঘটনা অতি অসন্মানজনক। পুতেকৰ বিপক্ষে নাস্তিকতাৰ অভিযোগটোৱেই তেওঁক আটাইতকৈ বিতত কৰিছিল, কাৰণ ৰাইজে তেওঁক 'লিবাৰেল' বুলি জানিছিল, আৰু ৰাজনৈতিক মতাদৰ্শৰ ক্ষেত্ৰত এনে অগতানুগতিক চিন্তাৰ নিয়ন্ত্ৰক হিচাপে ধৰ্মীয় মতাদৰ্শত গোড়ামিৰ প্ৰয়োজন হয়।

তেওঁ হগৰ পিতাকলৈ এখন চিঠি লিখিলে। তাত তেওঁ নিজৰ ল'ৰা আৰু মিঃ হগৰ ল'ৰাৰ অক্সফৰ্ডত ঘটা ঘটনাৰ বাবে অনুশোচনা প্ৰকাশ কৰিলে। যিমান সোনকালে পাৰি হগক ঘৰলৈ ঘূৰাই নিবলৈ তেওঁ অনুৰোধ কৰিলে। "মোৰ বেলিকা, মই মোৰ ল'ৰাক পেলেৰ 'নেচাৰেল থিয়লজি'খন পঢ়িবলৈ পৰামৰ্শ দিম। এইখন অতি প্ৰাসংগিক গ্ৰন্থ। কিতাপখন মই তাৰ সৈতে পঢ়িম।"

ইয়াৰ পিছত তেওঁ 'নিজৰ ডেকা ল'ৰালৈ' দ্বিতীয়খন চিঠি লিখিলে। এইখনৰ ভাষা অতি কঢ়া। "তোমাৰ অপৰাধমূলক মতামত আৰু অনুচিত কাম-কাজৰ বাবে তুমি দুৰ্ভোগৰ সন্মুখীন হ'ব লগা হওঁতে পিতা হিচাপে মই তোমাৰ প্ৰতি সহানুভূতি জনাইছোঁ। পিছে তুমি জানি থোৱা ভাল হ'ব যে মোৰ নিজৰ চাৰিত্ৰিক সন্মান অক্ষুণ্ন ৰখাৰ দায়িত্ব মোৰ আছে। তোমাৰ ভাই-ভনীহঁতৰ সুনাম ৰক্ষা কৰাৰ দায়িত্বও মোৰ আছে। সৰ্বোপৰি, এজন খ্ৰীষ্টান হিচাপে তোমাৰ প্ৰতি মই দৃঢ় আৰু নিশ্চিত ব্যৱস্থা ল'ব লাগিব।

তুমি যদি মোৰপৰা কিবা সহায়সাৰথি বা ৰক্ষণাবেক্ষণ বিচাৰাঁ, তেন্তে তুমি মোৰ এই কেইটা চৰ্ত্ত মানিব লাগিব—

**প্ৰথমঃ "তৎক্ষণাত ফিল্ড প্লেচলৈ যাব লাগিব আৰু কিছু দিনৰ বাবে মিঃ হগৰ লগত যোগাযোগ বন্ধ ৰাখিব লাগিব।"**

**দ্বিতীয়ঃ "মই এগৰাকী ভদ্ৰলোক তোমাৰ বাবে নিযুক্ত কৰিম আৰু তুমি তেওঁৰ কথা আৰু পৰামৰ্শ মানি চলিব লাগিব।"**

**এইকেইটা চৰ্ত্ত মানি নল'লে টিমথি শ্যেলীয়ে পুতেকক নিজ দুষ্কাৰ্য্য আৰু দোষণীয় অভিমতৰ পৰিণাম যিদৰে ভোগে ভুগিবলৈ এৰি দিব।**

**পিতাকৰ চিঠিৰ উত্তৰ শ্যেলীয়ে চমুকৈ দিলে—**

মৰমৰ পিতা,

আপুনি মোৰপৰা আপোনাৰ পৰামৰ্শ সম্পৰ্কে মোৰ মনৰ প্ৰতিক্ৰিয়া জানিবলৈ বিচাৰিছে। মই দুঃখেৰে জনাব লগা হৈছো যে আপোনাৰ "নিজৰ চৰিত্ৰৰ প্ৰতি আৰু আপোনাৰ পৰিয়ালৰ প্ৰতি আপোনাৰ দায়িত্ববোধ আৰু খ্ৰীষ্টান হিচাপে আপোনাৰ অনুভূতি"ত ই মৰ্মাঘাত দিব লগা হোৱা বাবে মই মনত কষ্ট পাইছোঁ। আপোনাৰ দুয়োটা চৰ্ত্তৰ এটাও মই স্বীকাৰ কৰিব নোৱাৰোঁ। ভৱিষ্যতেও এনে অনুৰোধ কৰিলে মোৰ প্ৰতিক্ৰিয়াও এনে ধৰণৰে হ'ব। আপোনাৰ সদয় বিবেচনাৰ বাবে অশেষ ধন্যবাদেৰে,

আপোনাৰ স্নেহৰ, শ্ৰদ্ধাশীল পুত্ৰ,
পাৰ্চি বি. শ্যেলী।"

* * *

পিতা-পুত্ৰৰ মাজৰ কূটনৈতিক সম্বন্ধত প্ৰধান অন্তৰায় হিচাপে যিটোৱে দেখা দিলে সেইটো হ'ল এই যে পিতাকে যেনে তেনে প্ৰকাৰে উভয়ৰ মাজৰ সম্পৰ্ক ব্যাহত হোৱাটো নিবিচাৰিছিল, কাৰণ তেনে এটা পৰিস্থিতি হ'লে অনুশাসনমূলক ব্যৱস্থা লোৱাটো কঠিন হ'ব। তেওঁৰ 'চৰ্ত্ত' দুটা পুতেকে প্ৰত্যাখ্যান কৰিলত টিমথি শ্যেলী কিংকৰ্ত্তব্যবিমূঢ় হ'ল।

চাৰ টিমথি প্ৰকৃততে বেয়া মানুহ নাছিল। পুৰণা মদ এবটলৰ আনক সৈমান কৰিব পৰাৰ শক্তিকণত তেওঁৰ বিশ্বাস আছিল প্ৰবল। তেওঁ ঠিক কৰিলে যে লণ্ডনলৈ গৈ দুয়ো বিপথগামীক মিলাৰ্চ হোটেললৈ ৰাতিৰ সাজ খাবৰ বাবে মাতি আনিব; সেইখন হোটেলৰ মদটুপি ভাল।

ডেকা দুজন অহালৈ অপেক্ষা কৰি বহি থাকোঁতে তেওঁ নিজকে ক'লে, "ডেকা মানুহ বুলিলে কথা-বতৰা অলপ ৰসালকৈ আৰম্ভ কৰিব লাগে। আৰু দেখাত হাস্যাস্পদ যেন লাগিলেও, তেওঁলোকৰ লগত ইটো-সিটো কথা আলোচনাও কৰিব লাগে। সিমান দূৰলৈকে যাব লাগে। পকা অভিজ্ঞতাৰ চিন্তাশীল লোক এজনে ওঠৰ বছৰীয়া দাৰ্শনিক এজনক সহজে সেও মনাব পাৰিব লাগে। আৰু মূৰামূৰি

সময়ত হ'লেও, সুবিবেচনাৰ এষাৰ কথাই বহুতো দুৰ্ভাগ্যজনক পৰিস্থিতি বাধা দিব পাৰে।... পাৰ্চি যে মোৰ উত্তৰাধিকাৰী, আৰু মোৰ পিছত পদবীটো (='চাৰ' উপাধিটো) যে সিয়েই পাব সেই কথা মই পাহৰিলে কেনেকৈ হ'ব'? তাক আকৌ পোন বাটলৈ ঘূৰাই আনিব লাগিব।"

এই সুন্দৰ মানুহগৰাকীয়ে পেলেৰ ঘাই ঘাই যুক্তিবোৰ মনতে নিয়াৰিকৈ আওৰাই সন্তোষেৰে হাতদুখন মোহাৰিলে।

ইতিমধ্যে দুই বন্ধু পলাণ্ড ষ্ট্ৰীটৰপৰা ছাউথৱাকলৈ খোজকাঢ়ি গৈ আছে, আৰু যাওঁতে দুয়ো ইজনে-সিজনে শুনাকৈ ডাঙৰ ডাঙৰকৈ ভল্টেয়াৰৰ 'ফিলছফিকেল ডিক্সনাৰী'ৰপৰা অ'ৰ-ত'ৰ একোটা অংশ পঢ়িছে। কিতাপখন শেলীয়ে কোনোবা দোকান এখনত পাইছিল। বৃদ্ধ ফৰাচী লেখকগৰাকীয়ে ইহুদীসকলক মন্তব্য কৰা কথাটোত তেওঁলোকে বেচ আমোদ পাইছিল আৰু সেই কথাটোত পেটু নাড়ী ছিগাকৈ হাঁহিছিল। সেইদৰেই বাইবেলত থকা অসহিষ্ণুতাৰ অসংখ্য উদাহৰণ আৰু জিহোভাৰ ঘৃণনীয় আৰু অন্যাৱশ্যকীয় নিষ্ঠুৰতাবোৰেও তেওঁলোকক হাঁহিৰ খোৰাক যোগাইছিল।

দুই বন্ধু যেতিয়া মিলাৰৰ হোটেল পালেগৈ, টিমথি শেলী আৰু তেওঁৰ গোমস্তা, জনৈক মিঃ গ্ৰাহাম, ইতিমধ্যে তাত উপস্থিত আছিলেই। মিঃ শেলীয়ে মিঃ হগৰ প্ৰতি বৰ আদৰ সাদৰ দেখুৱালে, কিন্তু নিজৰ পুতেকৰ লগত কিবা অসংলগ্ন, অদ্ভুত ধৰণতহে কথা পাতিবলৈ ল'লে। কথাৰ মাজে মাজে আকৌ নাটকীয় ভঙ্গিমা! তেওঁৰ কথা-কাণ্ড ডেকাদুজনৰ দৃষ্টিত বেছ হাস্যাস্পদ যেন লাগিল।

শেলীয়ে হগক ফুচফুচাই সুধিলে, 'পিতাৰ বিষয়ে তোমাৰ কি ধাৰণা হৈছে'?'

'এ, এইজনতো তোমাৰ পিতা নহয়। এওঁ হ'ল ইহুদীবোৰৰ ভগৱান জিহোভা। এই জিহোভাৰ কথা তুমিচোন পঢ়িছাই!'

কথা শুনি পাৰ্চিয়ে উদ্ভ্ৰান্ত যেন হৈ হোঁ হোঁ কৈ হাঁহি দিলে, আৰু বহি থকাৰপৰা পিচলি মজিয়াত পিঠি দি পৰিল।

'বিচ্চী, তোৰ হৈছে কি'? গা বেয়া কৰিছে নে কি'? বলীয়া হৈছ নে কি'? কেলেই এইদৰে হাঁহিছ?' অপমানিত বোধ কৰি পিতাকে সুধিলে।

ভাগ্য ভাল, সেই মুহূৰ্ত্তে ৰাতিৰ সাজ খাবৰ হ'ল বুলি জনোৱা হ'ল। খোৱামুঠিৰ আয়োজন সুন্দৰ হৈছিল। সেইবাবে কথা-বতৰাও প্ৰায় আন্তৰিকতাৰে আগবাঢ়িল। মুহুদি পৰিবেশন কৰাৰ সময়ত চাৰ টিমথিয়ে পুতেকক পিছদিনা পুৱাৰ বাবে প্ৰয়োজনীয় ঘোঁৰাবাগীৰ বন্দৱস্ত কৰিবলৈ পঠাই দিলে আৰু নিজে হগক ভালৰি বোলাই হাত কৰি ল'বলৈ আগবাঢ়িলে।

'তুমি মই ভবাৰপৰা একেবাৰে বেলেগ মানুহ। তুমিতো বেচ সদাশয়, মধ্যমপন্থী, সুবিবেচক, সুন্দৰ ভদ্ৰলোক। মোৰ এই দুৰ্কপলীয়া ল'ৰাটো লৈ মই কি কৰোঁ, মোক কিবা এটা দিহা দিয়াচোন। ল'ৰাটো অলপ উদণ্ড প্ৰকৃতিৰ, নহয় জানো?'

'এৰা, অলপ অচৰপ হয়।'

'তেন্তে মই কি কৰোঁ?'

'ভাগিনীয়েকজনীক বিয়া কৰাবলৈ পোৱাহেঁতেন বোধহয় সি ইমানলৈ নগ'লহেঁতেন... তাক আদৰ-যত্ন কৰোঁতা কোনো এগৰাকী লোক সি বিচাৰিছে—সুভাৰ্য্যা এগৰাকী। তাৰ বিয়া পাতি দিলে কেনে হয়?'

'সেইটো কাম মই কৰোঁ কেনেকৈ? সেইটো অসম্ভৱ কথা। কোনোবা ছোৱালী এজনী মই দেখুৱাই দি সেইজনীকে বিয়া কৰাবলৈ ক'লেই সি তৎক্ষণাত অসন্মতি প্ৰকাশ কৰিব। মই তাক ভালদৰে জানো?'

'আপুনি তাক এইজনী ছোৱালীকে বিয়া কৰা বুলি ক'লে সি যে আপত্তি কৰিবই সেই কথা মই ভালকৈ জানো। তাৰ বাবে মই তাক দোষো নিদিও। কিন্তু আপুনি এটা কাম কৰিব পাৰে। আপুনি চাইচিতি তাৰ যোৰৰ হ'ব বুলি ভবা এজনী গাভৰু ছোৱালীৰ লগত তাৰ কিবা প্ৰকাৰে পৰিচয় কৰাই দিয়ক। বিয়াৰ কথা একো নক'ব। চাব যাতে ছোৱালীজনী তাৰ উপযুক্ত ভাৰ্য্যা হ'ব পাৰে। ছোৱালীজনী যদি তাৰ ভাল লাগে ভাল কথা, নালাগিলে আপুনি আন এজনী চাব পাৰিব।'

মিঃ গ্ৰাহাম ওচৰতে বহি আছিলে। এইবাৰ তেওঁ মাজতে মাত দিলে। ক'লে বোলে পৰামৰ্শটো সুন্দৰ। দুয়ো ভদ্ৰলোকে লগে লগে ফুচফুচাই ফুচফুচাই তেওঁলোকৰ জনা-শুনাৰ ভিতৰত কাৰ ক'ত গাভৰু ছোৱালী আছে তাৰে এখন তালিকা কৰাত লাগি গ'ল। তেনেতে শ্যেলী ঘূৰি আহিল। বাপেকে তেওঁক আৰু বেচি পুৰণি মদ এবটল

আনিবলৈ পুনৰ পাচিলে। তেওঁলোকে গলাধঃকৰণ কৰা টুপিতকৈয়ো বেছি পুৰণি মদ এবটল তেওঁক লাগে। লগে লগে তেওঁ নিজকে প্ৰশংসা কৰিবলৈকো লাগি গ'ল। সংসদত তেওঁক সকলোৱে ইমান শ্ৰদ্ধা কৰে! গোটেই সদনে তেওঁক শ্ৰদ্ধা কৰে। বিশেষকৈ অধ্যক্ষই। তেওঁতো এদিন কৈয়েই পেলালে—"মিঃ শ্যেলী, আপুনি নহ'লে আমাৰ কি উপায় হ'ব ভাবিয়েই পোৱা নাই।" নিজৰ অঞ্চলটোতো তেওঁক মানুহে বৰ ভাল পায়। স্থানীয় বিচাৰক হিচাপেও নিজৰ সুনামৰ কথা তেওঁ বখানিলে। অলপ দিনৰ আগতে দুটা চোৰাং চিকাৰীক কেনেকৈ শাস্তি বিহিছিল তাৰো সবিস্তাৰ বৰ্ণনা কৰিলে। 'গ্ৰাহাম, তই মানুহ দুটা চিনি পাৱ নহয়? সিহঁতে কি কৰে তই জাননে?' গ্ৰাহামে জানে বুলি শলাগিলে। 'আৰু এটা কথা জানানে নাজানা? সিহঁতৰ এটা জেলৰপৰা ওলাই মোৰ ওচৰলৈ আহি মোক ধন্যবাদ দি গ'লহি।'

নিৰ্দয় শাস্তিবিধান ভোগ কৰিব লগা মানুহটো ইমান কৃতজ্ঞ হ'বলৈ কিনো কাৰণ ওলাল হ্‌গে ভাবি নাপালে। ইতিমধ্যে মিঃ শ্যেলীয়ে পুৰণা মদৰ ঢোকে তেতিয়ালৈ গুণ দিছে বুলি ভাবি লৈ তেওঁৰ চিন্তাৰ প্ৰধান বিষয়টোলৈ আহিল।

'ভগৱান এজন নিশ্চয় আছে,' তেওঁ ক'লে। 'ভগৱান এজন থকাৰ কথাটোত কোনো সন্দেহ থাকিব নোৱাৰে—সামান্য সন্দেহো থাকিব নোৱাৰে।'

উপস্থিতসকলৰ কোনেও একো সন্দেহ প্ৰকাশ নকৰিলে। হ্‌গলৈ পোনাই তেওঁ ক'লে, 'এই বিষয়ে তোমাৰ কোনো সন্দেহ নাই, আছে নে কি?'

'নাই, একো নাই।'

'থাকিলে মই কথাটো তোমাক এক মুহূৰ্তৰ ভিতৰতে প্ৰমাণ কৰি দিব পাৰোঁ।'

'নাই, সন্দেহ মোৰ নাই।'

'আস্‌.... তথাপিতো মোৰ যুক্তিবোৰ শুনিবলৈ তুমি বোধহয় ভালেই পাবাঁ।'

'বৰ ভাল পাম।'

'মই তেন্তে তোমাক পঢ়ি শুনাওঁ, ৰ'বা।' এই বুলি কৈ তেওঁ

খপ্‌জপ্‌কৈ আটাইকেইটা জেপ খুচৰি মুচৰি চালে, কোনোটোৰপৰা চিঠি এখন, কোনোটোৰপৰা বিল এখন ওলাল; শেহত এটা জেপত আধা টুকুৰা কাগজ পালে। তাতে কিবা কিবি লিখি থোৱা আছিল। তাকে তেওঁ পঢ়িবলৈ ল'লে। বিচ্চীয়ে মূৰটো আগলৈ হলাই দি একান্তমনে শুনিবলৈ ল'লে।

কেইমিনিটমানৰ পিচত, হগৰ পিনে মূৰ ঘূৰাই, বিচ্চীয়ে ক'লে, 'এইটো যুক্তি মই আগতে শুনিছোঁ। ক'ত পাইছো বাৰু?'

'পেলেৰ কিতাপত পাইছোঁ।'

পৰম সন্তুষ্টিৰ ভাবেৰে টোকাটো পঢ়ি যোৱাজনে ক'লে, 'ঠিকেই। এইবোৰ পেলেৰ যুক্তি। পেলেৰ কিতাপৰপৰা আজি পুৱা মই এইবোৰ ইয়াত টুকি লৈছিলোঁ; কিন্তু মূলতে পেলেই সেইবোৰ মোৰপৰা লোৱা। পেলেৰ কিতাপৰ প্ৰতিটো কথাই মোৰপৰা লোৱা।'

এই বুলি কৈ তেওঁ কাগজখিলা ভাজ কৰি জেপত ভৰালে। পুতেকে বাপেকক আগতকৈও বেচি অৱজ্ঞাৰে চালে। সান্ধ্যভোজন শেষ হ'ল। মিলমাল একো নহ'ল। শ্যেলী পিতাকৰ লগত যাবলৈ মান্তি নহ'ল। বাপেকেও পুতেকক এটা ফুটা কড়িও দিবলৈ সন্মত নহ'ল। কিন্তু হগ আৰু টিমথি শ্যেলীৰ মাজত পাৰস্পৰিক বুজাপৰাৰ সম্বন্ধ এটা হ'ল। টিমথি শ্যেলীয়ে দেখিলে যে তেওঁৰ পুতেকৰ বন্ধুটি পুতেকতকৈ অধিক বিবেচনাসম্পন্ন, অধিক সহৃদয়। তেওঁ পাৰ্চিতকৈ বেলেগ; পাৰ্চিৰ অনবৰতে যেন এটা ফেপেৰি পাতি ধৰাৰ প্ৰবৃত্তি, সদায় যেন আবেগিকভাৱে উত্তেজিত, অহৰহ আদৰ্শৰ কথা, সেইবোৰ কোনোবাই সমালোচনা কৰিলেও তেওঁৰ সন্মানত লাগে। কিন্তু হগৰ কথা সুকীয়া। কোমল বয়সীয়া হ'লেও হগে জীৱন কি বুজি পাইছিল। বিবাহ সম্পৰ্কে তেওঁৰ ধাৰণাবোৰ আছিল যুক্তিযুক্ত। চাৰ টিমথিৰ বিষয়ে হগৰ অভিমত হ'ল এই যে পাৰ্লামেণ্টত নিউ শ্বৰহামক প্ৰতিনিধিত্ব কৰা সদস্যজনৰ বাকচাতুৰ্য্য ক্ৰুটীহীন নাছিল, কিন্তু তেওঁ বৰ অতিথিপৰায়ণ আছিল। মুঠতে তেওঁ এজন বেচ ভাল মানুহ।

কেইদিনমান পিছত হগে জীৱন কি বুজি পোৱাৰ আৰু এটা উদাহৰণ দাঙি ধৰিলে। তেওঁ পিতাকৰ লগত বুজাপৰালৈ আহিল। পিতাক আছিল এটা অভিজাত, গোড়া টোৰী পৰিয়ালৰ মুৰব্বী। ফিল্ড প্লেচৰ মুৰব্বীগৰাকী

আছিল হুইগ। পুতেকৰ গতিমতি দেখি তেওঁ যিমান বিতত হৈছিল, হগৰ পিতাক নিজৰ ল'ৰাৰ মতিগতি দেখি সিমান বিচলিত হোৱা নাছিল।

পিতাকৰ পৰামৰ্শ অনুযায়ী হগে আইন পঢ়িবলৈ বুলি য়ৰ্ক চহৰলৈ গ'ল। তাত এজন স্থাবৰসম্পত্তিৰ দালালৰ কোঠাকেইটামানত থাকিবলৈ ল'লে। পলাণ্ডু ষ্ট্ৰীটত শ্যেলীক অকলশৰীয়া কৰি এৰি থৈ হগ গ'লগৈ। শ্যেলী তাতে ৰ'ল—আধা পকা, আধা কেঁচা আঙুৰৰ থোপাৰ মাজত যেন বিষাদাচ্ছন্ন, উজ্জ্বল দুচকুৰে এটা শিয়াল।

---

॥৭॥

# গাভৰুৰ পঢ়াশাল

লণ্ডনত অকলশৰীয়া। বন্ধু-বান্ধৱ নাই, কাম নাই, হাতত পইচা নাই। শ্যেলী হতাশাত ডুব গ'ল। বিষাদৰ কবিতা লিখি বা হ'গলৈ চিঠি লিখি তেওঁ সময় কটাবলৈ ল'লে। সন্ধ্যা সময়ত কি কৰিব ভাবি নাপাই আঠ বজাতে পাটীত পৰিবলৈ ল'লে। নিজৰ দুৰ্দ্দশাৰ কাহিনীটো ৰোমন্থন কৰি থকাৰপৰা নিষ্কৃতি পোৱাৰ একমাত্ৰ পথ হ'ল টোপনি। কিবা ভাবিবলৈ ল'লেই তেওঁৰ তৰলমতি কিন্তু সুন্দৰী ভাগিনীয়েকজনীৰ ছবিখনে তেওঁক মনোকষ্ট দিবলৈ ধৰে। এই যন্ত্ৰণাদায়ক মূৰ্তিৰ বিৰুদ্ধে তেওঁৰ অন্তৰখন কঠিন কৰিবলৈ তেওঁ যুক্তিবাদৰ (syllogism) আশ্ৰয় ল'লে।

তেওঁ নিজকে ক'লে: 'মই এগৰাকী ব্যক্তিক ভাল পাইছিলোঁ। যাক ভাল পাইছিলোঁ তেওঁ পূৰ্বৰ গৰাকী ব্যক্তি হৈ থকা নাই; ফলতঃ, যিহেতু প্ৰেমানুভূতি বোলা কথাটো মনৰ লগতহে সম্পৃক্ত, দেহৰ লগত নহয়, সেইবাবে সেই ব্যক্তিৰ আৰু মোৰ বাবে অস্তিত্ব নাই।... সেইবাবে সমাধিৰ অন্ধকাৰত প্ৰিয়তমাৰ মৃত শৰীৰত সৃষ্টি হোৱা পোকবোৰক ভালপোৱা আৰু এই ব্যক্তিগৰাকীক ভাল পোৱা একে কথা।'

এই যুক্তি তেওঁ নিজে বৰ সুন্দৰ বুলি বিবেচনা কৰিছিল। তৎসত্ত্বেও যে তেওঁ মনত সান্ত্বনা লাভ কৰিব পৰা নাছিল সেই কথা ভাবি তেওঁ বৰ আচৰিত হৈছিল।

টকাৰ নাটনিৰ সমস্যাটো বৰ গুৰুতৰ হৈ পৰিল। পিতাক নিৰ্বিকাৰ। এদিন বাটত লগ পাই শ্যেলীয়ে তেওঁক বিনম্ৰভাৱে ভাল-বেয়া সুধিলে। বাপেকে পুতেকলৈ ওন্দোলোৱা মুখেৰে ঘোপাকৈ চাই লৌকিকতা ৰক্ষা কৰি কিবা এষাৰ কৈ আঁতৰি গ'ল। ভাগ্য ভাল, ভনীয়েকহঁতে শ্যেলীক পাহৰি যোৱা নাছিল, আৰু সিহঁতৰ জেপ খৰচৰ ধনকে ককায়েকলৈ পঠাই আছিল। তেওঁৰ বৰ্ত্তি থকাৰ উপায় মাত্ৰ সেই পইচাকেইটাই। এলিজাবেথৰ ওপৰত ইমান কঢ়া নজৰ ৰখা হৈছিল যে তেওঁৰ একো

কৰাৰ উপায় নাছিল, কিন্তু তাইৰ তলৰ ভনীয়েক কেইজনীয়ে এই সময়ত শ্ৰীমতী ফেনিঙৰ ক্লেপহাম কমন বোলা ঠাইত থকা 'একাডেমি ফৰ ইয়ং লেডিজ'ত পঢ়ি আছিল। অলপ দিনৰ ভিতৰতে শ্ৰীমতী ফেনিঙৰ ছাত্ৰীহঁতৰ হেলেন শ্যেলীৰ ককায়েকৰ লগত জনাশুনা হ'ল। ধুনীয়া এহাল চকুৰে, বুকু খোলা কামিজ পিন্ধা আৰু আউলী-বাউলী চুলিৰে সুদৰ্শন যুৱক শ্যেলীয়ে ভনীয়েকৰ সহপাঠিনীসকলৰ দৃষ্টি সহজেই আকৰ্ষণ কৰিলে।

শ্যেলী আহি কিশোৰীহঁতৰ জুমটোত সোমাই বৰ বৰ বিষয়ত বক্তৃতা দিয়ে। জেপ ওফন্দি থাকে বিস্কুট আৰু বাদামেৰে। ছোৱালীহঁতে তেওঁলৈ মুগ্ধ দৃষ্টিৰে চায়। জুমটোৰ আটাইতকৈ ধুনীয়া ছোৱালীজনীৰ মনটো আলোকিত কৰিবলৈ তেওঁ স্থিৰ কৰিলে। অত সৌন্দৰ্য্য, অত লাবণ্য, অত কমনীয়তা ভ্ৰান্ত ধাৰণাৰ কবলত পৰিবলৈ এৰি দিব নোৱাৰি।

ভনীয়েকহঁতৰ আটাইতকৈ ডাঙৰ বন্ধু হেৰিয়েট ৱেষ্টব্ৰুকৰ প্ৰতিয়েই শ্যেলী আটাইতকৈ মুগ্ধ হৈছিল আৰু তেওঁলৈ সপ্ৰশংস দৃষ্টিৰে চাইছিল। ধুনীয়া, মৰমলগা ছোৱালী হেৰিয়েট। ষোড়শী গাভৰু। পাতল মুগা বৰণীয়া চুলি, গাৰ ৰং আছিল 'দুধে আলতা'। গায়ে গাবিয়ে তেওঁ আছিল সৰুফুটীয়া, খীণমিন। কিন্তু তেওঁৰ আছিল যুৱতীসুলভ প্ৰাণ চাঞ্চল্য আৰু ৰমণীয় সতেজতা। এবাৰ এটা পৰিস্থিতি উদ্ভৱ হ'ল: শ্ৰীমতী ফেনিঙে টিমথি শ্যেলীৰ আদেশ অনুযায়ী শ্যেলীক ক'লে বোলে তেওঁ ভনীয়েকহঁতৰ ওচৰলৈ অহাযোৱা কৰাটো কমাব লাগে। হেৰিয়েটৰ পৰিয়ালৰ ঘৰ আছিল মে ফেয়াৰ বোলা অঞ্চলৰ চেপেল ষ্ট্ৰীটত। তেওঁ প্ৰায়ে ঘৰলৈ গৈছিল। শ্যেলীৰ সৰু সৰু ভনীয়েক কেইজনীয়ে তেওঁৰ হাততে শ্যেলীলৈ যি হয় কেক, বিস্কুট আৰু পা-পইচা পঠাই দিছিল। তেওঁ পলাণ্ড ষ্ট্ৰীটত থকা সন্ন্যাসীজনক নি সেইবোৰ দিয়েগৈ আৰু এইদৰেই এই দুই তৰুণ-তৰুণীৰ মাজত একান্ত বন্ধুত্ব স্থাপিত হ'ল।

হেৰিয়েট ওৱেষ্টব্ৰুকৰ পিতাক আছিল এগৰাকী অৱসৰপ্ৰাপ্ত কৰ সংগ্ৰাহক। তেওঁ টকা-কড়ি কিছু কৰিছিল। জীয়েকজনীক সুৰুচিসম্মত শিক্ষা লাভ কৰোৱাৰ তেওঁৰ ইচ্ছা আছিলে। হেৰিয়েটৰ মাক আগতেই ঢুকাইছিল, তেওঁতকৈ বয়সত বহুত ডাঙৰ এগৰাকী বায়েক এলিজাই তেওঁক ডাঙৰ দীঘল কৰিছিল। ৱেষ্টব্ৰুক পৰিয়ালটোৱে যে শ্যেলীৰ

প্ৰতি আগ্ৰহ দেখুৱাব সেইটো সহজেই বুজিব পৰা কথা। কাৰণ শ্যেলী হ'ল এজন বেৰনেটৰ পুত্ৰ, প্ৰভূত সম্পত্তিৰ উত্তৰাধিকাৰী আৰু দেখাত এজন তৰুণ দেৱতাৰ দৰে বিতোপন। এনে এজন যুৱক আছিল ভাবা ঘৰত, খাইছিল শাক পাত; তাকো ভনীয়েকহঁতে জেপখৰচৰপৰা পয়চা ৰাহি কৰি তেওঁলৈ দি আছিল বুলিহে, নহ'লে বেচেৰা লঘোণত মৰিলেহেঁতেন।

এলিজাই এই আদৰ্শ পুৰুষজনক চাবলৈ বৰকৈ ইচ্ছা প্ৰকাশ কৰাত হেৰিয়েটে পিচৰবাৰ শ্যেলীৰ ওচৰলৈ যাওঁতে তেওঁক লগত লৈ গ'ল। বৰ বাইদেউ এলিজাৰ চেহেৰাপাতি দেখি শ্যেলীয়ে অলপ ভয়েই খালে। তেওঁ আছিল আইবুঢ়ী, অৰ্থাৎ বয়স প্ৰায় পাৰ হ'ল, কিন্তু বিয়া বাৰু নহ'ল; শুকান-উবান, হাড় ওলোৱা চেহেৰা। গাৰ বৰণ শেঁতা, চালত অ'ত ত'ত ফোঁহাৰ শুকান দাগ বৈ যোৱা। চকুহাল মাছৰ দৰে, কিন্তু তেওঁ মীনাক্ষী নাছিল। নিৰ্বোধৰ দৰে আগলৈ থৰ লাগি চাই থকা তেওঁৰ অভ্যাস। তেওঁৰ আছিল একোছা বৰ শকত আৰু দীঘল ক'লা চুলি— সেই সোপাই মানুহজনীক গায়ে মুখে প্ৰায় গিলিপ মাৰি থোৱাদি থৈছিল। এলিজাই তাইৰ চুলিটাৰ লৈ বৰ গৰ্ব কৰিছিল।

হেৰিয়েটৰ আচৰণৰ স্বতঃস্ফূৰ্ত্ততা, আন্তৰিকতা আৰু আনন্দোচ্ছ্বাসৰ লগত বায়েকৰ আচৰণৰ কৃত্ৰিমতা স্পষ্টকৈ ধৰা পৰিছিল। কিন্তু তাইৰ অভিপ্ৰায় বন্ধুত্বসুলভ বুলি বুজিব পৰাৰ লগে লগেই বিচ্চীৰ তাইৰ প্ৰতি মনোভাৱ সলনি হ'ল। তাই যে তেনেই সাধাৰণ আৰু ৰূপ লাবণ্যবিহীন সেই কথা বিচ্চীয়ে পাহৰি গ'ল। শ্যেলীৰ মনে মনে ভয় আছিল জানোচা ভনীয়েক সঘনে তেওঁৰ ওচৰলৈ আহি থকাত বায়েকে আপত্তি কৰে! কিন্তু তেনে আপত্তি তাই একো নকৰিলে। বৰং তাই নিজেই ভনীয়েকক মাজে মাজে লৈ যাব বুলি ক'লে আৰু পিচত কেইবাবাৰো শ্যেলীক তাই মিঃ ব্ৰেষ্টব্ৰুক ঘৰত নথকা সময়ত সিহঁতৰ ঘৰলৈ ভাত খোৱাকৈ মাতিলে।

এলিজাই ভনীয়েক হেৰিয়েটৰ সৈতে শ্যেলীৰ ওচৰত পঢ়িবলৈ আগ্ৰহ প্ৰকাশ কৰিলে আৰু তেওঁৰ তত্ত্বাৱধানত ফিল'ছফিকেল ডিক্সনেৰীখন পঢ়িবলৈকো কথা দিলে। এইদৰে তাই ডেকা কবিগৰাকীৰ অন্তৰ পূৰাকৈ জয় কৰিলে।

হেৰিয়েটে শ্যেলীৰ লগত ফুৰাচকা কৰাটো ইয়ং লেডিজ অকাডেমীত বু-বু বা-বা হ'বলৈ ল'লে। এগৰাকী শিক্ষয়িত্ৰীয়ে তেওঁক সাৱধান কৰি দিয়াটো উচিত বুলি ভাবিলে।

"ডেকা ল'ৰা শ্যেলীৰ স্ত্ৰীলোক সম্বন্ধে ধাৰণাসমূহ অতিমাত্ৰা অগতানুগতিক বুলি তেওঁৰ কুখ্যাতি সৰ্বজনজ্ঞাত। তেওঁৰ নৈতিক আদৰ্শসমূহে খুব সম্ভৱ তেওঁৰ হাব-ভাববোৰতকৈ ভাল নহয়।" শ্যেলীয়ে তেওঁলৈ লিখা চিঠি এখন হেৰিয়েটে শিক্ষয়িত্ৰীগৰাকীক দি দিব লগা হৈছিল। চিঠিখন কিছুমান মাৰাত্মক চিন্তাৰে ভৰি আছিল। এটা নাস্তিকৰ লগত চিঠি-পত্ৰৰ আদান-প্ৰদান কৰা বাবে তেওঁক স্কুলৰপৰা উলিয়াই দিয়া হ'ব বুলি ভাবুকিও দিয়া হৈছিল। স্থানীয় অভিজাত পৰিয়ালবোৰৰ ছোৱালীবোৰে হেৰিয়েটক লগ নিদিয়া হ'ল আৰু স্কুলত তেওঁৰ জীৱন অতিশয় দুৰ্বহ হৈ পৰিল।

এদিন নিশা শ্যেলীয়ে জুইৰ ওচৰত বহি অকলশৰে কিতাপ এখন পঢ়ি আছে। তেনেতে তেওঁ এলিজাৰপৰা খবৰ পালে বোলে হেৰিয়েটৰ অসুখ, শ্যেলী গৈ তেওঁৰ ওচৰত থাকিব পাৰিলে ভাল হয়। শ্যেলী গৈ দেখিলে যে তেওঁ বিচনাত পৰি আছে। অত্যন্ত শেঁতা হৈ পৰিছে। কিন্তু দেখাত আগতকৈয়ো মৰম লগা হৈছে। তেওঁৰ বাদামী ৰঙৰ চুলিবোৰ তেওঁৰ গালে মুখে আউলি-জাউলী হৈ পৰি আছে।

পিতাক ব্ৰেষ্টব্ৰুক জীয়েকক মাত লগাবলৈ ওপৰ মহলালৈ উঠি গৈছিল। তেওঁক দেখি শ্যেলী অতিশয় বিব্ৰত হ'ল। কাৰণ ধ্যান-ধাৰণাত তেওঁ যিমানেই প্ৰচলিত ৰীতি-নীতিৰপৰা মুক্ত নহওক কিয়, ৰাতিখন তেওঁ গাভৰু ছোৱালী এজনীৰ বিচনাৰ দাঁতিত থকাটো নিতান্তই উচিত বিবেচনাৰ কথা হোৱা নাছিল।

ব্ৰেষ্টব্ৰুক মহাশয়ে কিন্তু বেচ অমায়িক হৈয়ে দেখুৱালে। জীয়েকহঁতলৈ চাই ক'লে, "তোমালোকে বেয়া নাপাবা। মই তোমালোকৰ লগত থাকিব নোৱাৰিম। তলত কেইবাজনো আলহী বৈ আছে। তোমালোকো আমাৰ লগলৈ আহিলেই ভাল লাগিব।"

শ্যেলীয়ে তেওঁক ধন্যবাদ জনালে, কিন্তু ক'লে বোলে তেওঁ যাব নোৱাৰিব। ব্ৰেষ্টব্ৰুক পৰিয়ালৰ বন্ধু-বান্ধৱসকলৰ প্ৰতি তেওঁৰ কোনো অনুৰাগ নাছিল। তেওঁ হেৰিয়েটৰ বিচনাৰ কাষতে বহিল। ওচৰতে

এলিজা। তেওঁৰ মুখত সৰু সৰুকৈ কথা ওলাইছে, গোটেই প্ৰেমবিষয়ক। বিষয়টো সম্পৰ্কে তেওঁৰ উচ্ছ্বাসৰ অন্ত নাই। হেৰিয়েটে মূৰ কামোৰা বুলি ক'লে। ওচৰত কোনোবাই কথাবতৰা পাতি থাকিলে তেওঁ আমনি পায়, মূৰৰ বিষটো বেছিকৈ হয়।

"ভাল বাৰু তেন্তে, মই যাওগৈ", এই বুলি কৈ এলিজা গ'লগৈ। মাজ নিশাৰ বহুত পিচলৈকে প্ৰেমিক যুগল অকলশৰে থাকিল। তলৰ মহলত তেতিয়াও ৱেষ্টব্ৰুকৰ বন্ধু মহলৰ পান-ব্যসন আৰু উচ্চস্বৰৰ হাঁহি-খিকিন্দালি চলি আছিল।

পিচদিনা হেৰিয়েট সম্পূৰ্ণ সুস্থ হৈ উঠিল।

* * *

যেতিয়াৰপৰাই এগৰাকী গাভৰু শ্যেলীৰ ওচৰলৈ অহাযোৱা কৰাত বাধা নাথাকিল আৰু তেওঁৰ মনটো আলোকিত কৰাৰ দায়িত্ব তেওঁ গ্ৰহণ কৰিলে, তেতিয়াৰপৰাই শ্যেলীৰ অকলশৰীয়া জীৱন যাত্ৰাৰ কষ্ট লাঘব হোৱা যেন হ'ল। তথাপিতো ভনীয়েক এলিজাবেথৰপৰা বিচ্ছিন্ন হৈ থাকিব লগাৰ দুখটো তেওঁৰ থাকিয়েই গ'ল। তেওঁ ককায়েকৰ চিঠিৰ উত্তৰো নিদিয়া হ'ল। তেওঁক বাৰু কোঠাৰ ভিতৰত বন্ধ কৰি থয় নেকি? যেনেতেনে প্ৰকাৰেই হওক ফিল্ড প্লেচলৈ গোপনে গৈ এলিজাবেথক লগ পাবলৈ শ্যেলীয়ে মন বান্ধিলে। কেতিয়াবা কেতিয়াবা তেওঁ শান্তিপ্ৰয়াসী আক্ৰমণ এটা কৰাৰ কথাও ভাবিলে। কোনো আগজাননী নিদিয়াকৈ কোনোবা এটা সন্ধিয়াত তেওঁ যদি ফিল্ড প্লেচত হাজিৰ হয়গৈ, শান্তভাৱে আৰু নীৰৱে পিতাকৰ তৰ্জ্জন-গৰ্জ্জন, গালি-গালাজৰ সন্মুখীন হয়, তেতিয়া তেওঁৰনো কি অনিষ্ট হ'ব? কিন্তু সিমানলৈ যাব লগা নহ'লেই। কামটোত সহায় কৰি দিলে মোমায়েক পিনফল্ডে। এই ভদ্ৰলোক গৰাকী আছিল শ্যেলীৰ মাকৰ ভায়েক। ফিল্ড প্লেচ আক্ৰমণ কৰাৰ বাবে তেওঁ ভাগিনীয়েকক এটা সুযোগ দিব বুলি কথা দিলে।

পিনফ'ল্ড আছিল এগৰাকী বয়সীয়া অভিজ্ঞ নাবিক। নেলচনৰ অধীনত তেওঁ ট্ৰাফালগাৰত এখন যুদ্ধ জাহাজৰ কেপ্তেইন আছিল। তেওঁ আছিল

ৰঙীয়াল প্ৰকৃতিৰ দীলদৰিয়া লোক। হৈ চৈ কৰি ভাল পায়। চপল মনৰ ভাগিনীয়েকটোক তেওঁ গম্ভীৰপ্ৰকৃতিৰ ভিনীহিয়েকতকৈ বেচি ভাল পাইছিল। পাৰ্চি নাস্তিক নে কি সেই কথাত তেওঁ নালাগিছিল। ল'ৰাটো আছিল অফুৰন্ত প্ৰাণশক্তিৰ গৰাকী, সেইটোৱেই আছিল তেওঁৰ বাবে প্ৰধান কথা। তেওঁ পাৰ্চিক কাকফিল্ডলৈ মাতি পঠালে। সেই ঠাই ফিল্ডপ্লেচৰপৰা দহ মাইল দূৰ। শ্যেলী গৈ সেইখিনি পালত মোমায়েকে তেওঁক বৰ আদৰসাদৰ কৰিলে।

মোমায়েকৰ প্ৰতি শ্যেলী বৰ কৃতজ্ঞ হ'ল। তেওঁ তেওঁৰ (পিনফ'ল্ডৰ) মনটোও আলোকিত কৰিবলৈ ওলাল আৰু বয়সস্থ কেপ্তেইনজনে নিজকে পণ্ডিত বুলি এনেদৰে প্ৰমাণ কৰিলে যে শ্যেলীৰ শিক্ষাদান আৰম্ভ হোৱাৰ দহ দিনৰ পিচতে তেওঁ স্থানীয় গীৰ্জাৰ ৰেক্টৰ আৰু পাদ্ৰীগৰাকীক তৰ্ক বিদ্যাত নিজৰ পাৰ্গতালি দেখুৱাই চমক খুৱাই দিব পাৰিছিল।

কাকফিল্ডত মিছ হিট্‌চনাৰ নামেৰে এগৰাকী শিক্ষয়িত্ৰীৰ লগত শ্যেলীৰ পৰিচয় হ'ল। তেওঁৰ ঘৰ আছিল ওচৰৰে হাৰ্চটপিয়েৰপয়ণ্ট নামৰ চহৰত। তেওঁ দেখাত সুশ্ৰী আছিল বুলিব পাৰি, নাকটো আছিল ৰোমানসকলৰ দৰে আৰু তেওঁৰ বয়স আছিল উনত্ৰিছ বছৰ। ৰাজনৈতিক আদৰ্শত তেওঁ আছিল ৰিপাব্লিকান পন্থী। মানুহগৰাকী ভাবপ্ৰৱণ আৰু আত্মগৰ্বী বুলি জনাজাত আছিল। তেওঁকো বুজোতা কোনো নাই বুলি তেৰোঁ আক্ষেপ প্ৰকাশ কৰিলে। শ্যেলীয়ে তেওঁৰ দৃষ্টিভংগীৰ উদাৰতাৰ বাবে তেওঁক প্ৰশংসা কৰিলে—শ্যেলীৰ বাবে এইটো স্বাভাৱিক কথা—কিন্তু তেওঁ ঈশ্বৰবিশ্বাসী বুলি জানি খেদ প্ৰকাশ কৰিলে। তেওঁ ক'লে যে তেওঁলোকৰ মাজত 'বিতৰ্কমূলক পত্ৰালাপ' হ'ব আৰু তাৰ যোগেদি তেওঁ তেওঁক এই জটিলতাৰপৰা মুক্ত কৰিব।

কেপ্তেইন পিনফল্ডে ইতিমধ্যে টিমথি শ্যেলীক বশ মনোৱাৰ দুঃসাহসী অভিযান আৰম্ভ কৰিলে। হুইগ দলৰ নেতা ডিউক অফ্ নৰফকৰ লগ লগাৰ অভিপ্ৰায় তেওঁ ব্যক্ত কৰিলে। বহু। অভিজাত শ্ৰেণীস্বাৰ্থৰ বিবেচনাৰ ওচৰত শ্যেলীৰ পিতাকৰ পুতেকৰ ওপৰত চলোৱা উৎপীড়নে সেও মানিলে। শ্যেলীক সসন্মানে ফিল্ডপ্লেছলৈ ঘূৰি যোৱাৰ অধিকাৰ দিয়া হ'ল। বিনা চৰ্ত্তে তেওঁক বছৰি দুশ পাউণ্ড দিবলৈকো পিতাক ৰাজী হ'ল।

* * *

শ্যেলীয়ে এলিজাবেথক লগ ধৰাৰ সুযোগ পালে, কিন্তু এলিজাবেথৰ পৰিৱৰ্ত্তন দেখি তেওঁ অতি আচৰিত হ'ল। তেওঁ আগতকৈ বেছি ৰঙীয়াল, বেছি স্ফূৰ্ত্তিবাজ হ'ল, কিন্তু লগতে অবিশ্বাস্যভাৱে পাতল আৰু চুলুং স্বভাৱৰো হ'ল। শ্যেলীৰ মনত পৰিল যে এলিজাবেথ আগতে তেনে নাছিল। আগতে তেওঁ গহীন প্ৰকৃতিৰ আৰু নতুন ভাবাদৰ্শৰ প্ৰতি পৰম উৎসাহী আছিল। কিন্তু শ্যেলীয়ে এতিয়া দেখিলে যে নাচ-গান, সস্তীয়া আমোদ-প্ৰমোদ আৰু তৰলমতীয়া কথাবতৰাৰ বাহিৰে আন একোতে এলিজাবেথৰ আগ্ৰহ নাই। তেওঁৰ সমস্ত ধান্দা চৌখিন সমাজৰ ধ্যান-ধাৰণাতে নিবদ্ধ হৈ পৰা দেখা গ'ল।

পূৰ্বতে কৰাদি এতিয়া আকৌ শ্যেলীয়ে হগৰ চিঠিবোৰ ভনীয়েকক পঢ়ি শুনাব খুজিলে, কিন্তু ভনীয়েকৰ প্ৰতিক্ৰিয়া হ'ল বিপৰীত।

"অ, তুমি আৰু তোমাৰ সেই হাস্যাস্পদ বন্ধু! মই জনা প্ৰতিজন লোকেই ভাবে যে তোমালোক দুয়োটাই পাগল।"

এলিজাবেথে বিয়াৰ প্ৰসংগও উলিয়ালে। বিয়াৰ বাহিৰে আন চিন্তা তাইৰ নাছিল আৰু শ্যেলীক আন একো বিষয়েই ইমান দৰে বিৰক্ত কৰা নাছিল। এই বিষয়টো সম্পৰ্কে ককায়েকৰ সৈতে একেলগে পঢ়া সকলো কথা আৰু গডউইনৰ উচ্চ চিন্তা তাই পাহৰি যোৱা যেন লাগিল।

শ্যেলীয়ে তাইক ক'লে, "বিবাহ হ'ল এক জঘন্য আৰু ঘৃণনীয় আচাৰ। এই উৎপীড়ক বন্ধনটোৰ কথা ভাবিলেই মোৰ মন বিৰক্তিৰে ভৰি পৰে। মুক্ত মনক শৃংখলিত কৰিবৰ বাবে এইটোৱেই হ'ল নিষ্ঠুৰতম উপায়। নাস্তিকতাৰ লগত মুক্ত প্ৰেম নিত্য সহচৰ; সেইদৰে ধৰ্মৰ লগত বিবাহ। ন্যায়পৰায়ণ লোকৰ বাবে বিধি-বিধানৰ প্ৰয়োজন নাই। এলিজাবেথ, দহোকুৰি, খিবাহ্-বিধিখন আকৌ এবাৰ ভালদৰে পঢ়ি চোৱা। পঢ়ি চাই নিজকে সুধিবাঁচোন, কোনো আত্মসন্মান থকা ব্যক্তিয়ে তেওঁ ভালপোৱা ছোৱালীজনীক এনেবোৰ অপমানজনক পৰিস্থিতিৰ বলী হ'বলৈ এৰি দিব পাৰেনে?"

"তথাপিতো তোমাৰ ইচ্ছা যে তোমাৰ বন্ধু হগক মই বিয়া কৰাওঁ?"

"নিশ্চয়, সেইটোৱেই মোৰ ইচ্ছা। কিন্তু এই বিয়া মানুহেঁ সজা

সামাজিক বিধি-বিধান অনুযায়ী নহ'ব; মুক্তভাৱে হ'ব। প্ৰেম হ'ব এই বিবাহৰ পুৰোধা।"

এলিজাবেথে ঘৃণা আৰু তাচ্ছিল্যৰে উত্তৰ দিলে, "এয়ে তেন্তে এজন ককায়েকে ভনীয়েকক দিয়া সন্মানজনক উপদেশ?"

শ্যেলীয়ে বুজিলে যে ভনীয়েকৰ মন একেবাৰে সলনি হৈ গৈছে, শুধৰণিৰ পৰ্য্যায় পাৰ হৈছে। এনে এজনী ছোৱালীৰ মনত নতুনকৈ সাঁচ বহুৱাবলৈ যত্ন কৰা বৃথা। "মই নিজকে প্ৰবঞ্চনা কৰোঁ কিয়? তাই হেৰাই গ'ল, সব পিনৰপৰাই হেৰাই গ'ল। ভণ্ডামিপূৰ্ণ ধৰ্মকথা আৰু গতানুগতিক তুলুঙা বিষয়ৰ বাহিৰে আন একোৰে সম্পৰ্কে তাই কথা পাতিব নাজানে। তাই মোৰ পৰা বিচাৰে যে নতুন ঢঙৰ ককায়েক হিচাপে মই স্বামীসকলৰ বাবে শিয়াল সাজি হোৱা দিব লাগে। মোৰদ্বাৰা সেইটি নহৈছে— কস্মিন কালেও নহৈছে।"

কেৱল ভনীয়েকক লগ পাবলৈহে শ্যেলী ফিল্ডপ্লেচলৈ ঘূৰি গৈছিল। এতিয়া তেওঁ দেখিলে যে তাত তেওঁ আৰু থকাৰ দৰকাৰ নাই। থকা ঠাইৰ অভাব তেওঁৰ হোৱা নাছিল— আন কেইবা ঠাইৰপৰাও তেওঁলৈ আমন্ত্ৰণ গৈছিল। কেপ্তেইন পিনফল্ডেও তেওঁ আকৌ কাকফিল্ডলৈ ঘূৰি গ'লে বৰ ৰং পালেহেঁতেন। ব্ৰেষ্টব্ৰুক পৰিয়ালে জহকালিটো ৱেলছত কটাবলৈ স্থিৰ কৰিছিল; ছোৱালীকেইজনীয়ে শ্যেলীকো তেওঁলোকৰ লগত ওলাবলৈ বুলি ধৰিলে। হগে এমাহৰ বাবে তেওঁক য়ৰ্কলৈ মাতি পঠাইছিল। এইটো কথাকে তেওঁ আটাইতকৈ ভাল পাইছিল। কিন্তু শ্যেলীৰ পিতাকে কথাটো সহ্য নকৰিলেহেঁতেন, কাৰণ অক্সফৰ্ডৰ এই দুই অপৰাধীৰ মাজৰ বিচ্ছেদত তেওঁ এক প্ৰতীকী তাৎপৰ্য্য দেখিবলৈ পাইছিল। প্ৰথম তিনিমাহৰ ভাট্টা পহিলা ছেপ্তেম্বৰত প্ৰাপ্য হৈ আছে। গতিকে এইকেইটা দিন ধৈৰ্য্য ধৰাই ভাল। হগে শ্যেলীক জোকাই চিঠিত লিখিলে বোলে ৰূপহী গাভৰু হেৰিয়েটৰ কথা আগ নকৰি পুৰণা বন্ধুৰ কথা যে তেওঁ আগ নকৰে সেইটো দেখ দেখ কথা।

শ্যেলীয়ে প্ৰত্যুত্তৰত লিখিলে—"তোমাৰ ঠাট্টা-মস্কৰাত মই বেচ আমোদ পাইছোঁ। পিচে মই প্ৰেমৰ বিষয়ে যদি কিবা জানো, তেন্তে জানি থ'বাঁ যে মই প্ৰেমত পৰা নাই। মই ব্ৰেষ্টব্ৰুকৰ দুয়োজনী ছোৱালীৰপৰাই চিঠি পাইছোঁ; দুয়োজনীকে মই পৰম শ্ৰদ্ধাৰ চকুৰে চাওঁ।"

কলৈ যাব নাযাব ভাবি-চিন্তি দোধোৰ-মোধোৰত পৰি থাকোঁতেই শ্যেলীৰ মাকৰ ভতিজাক জনৈক টমাছ্ গ্ৰ'ভে তেওঁক কোৱাম এলান নামেৰে ৰডনৰশ্বায়াৰৰ এক আৰণ্যক অঞ্চললৈ মাতি পঠালে। তেওঁৰ ভাড়াটো হাতত পৰালৈকে তাত তেওঁ খৰচ বচাই চলিব পাৰিব। তেওঁ গ্ৰ'ভৰ আমন্ত্ৰণ গ্ৰহণ কৰিলে।

লণ্ডনেদি যোৱাৰ বাটত মিচ হিট্‌চনাৰক লগ ধৰি তেওঁক লগত লৈ মধ্যাহ্ন ভোজন কৰাৰ ইচ্ছা শ্যেলীৰ আছিল। সেই মৰ্মে তেওঁ মিচ হিটচনাৰক জনাইছিলো। পিচে ৰোমাননাকী স্কুল শিক্ষয়িত্ৰীয়ে অলপ ইতস্ততঃ কৰিলে, কথাটো বৰ প্ৰশস্ত নহ'ব বুলি ভাবিলে। তেওঁ আৰু শ্যেলীৰ মাজত ইমান বিৰাট ব্যৱধান! কথাটো জানিবলৈ পোৱাৰ লগে লগেই শ্যেলীয়ে অগ্নিশৰ্মা হৈ সমতা সম্পৰ্কে মিচ হিট্‌চনাৰলৈ এখন দীঘল চিঠি লিখিলে। তাত তেওঁ শিক্ষয়িত্ৰী গৰাকীক 'মোৰ প্ৰাণৰ ভগিনী' বুলি সম্বোধন কৰিছিল। মিচ হিট্‌চনাৰে নিজকে ভৱিষ্যতৰ লেডী শ্যেলী বুলি কল্পনা কৰিবলৈ ল'লেই আৰু ঘনে ঘনে নিজৰ চেহেৰাটো আয়নাত চাবলৈ ধৰিলে।

---

॥৮॥

# এই স্বৈৰ বন্ধন...

পোন প্ৰথমবাৰৰ বাবে শ্যেলীৰ গিৰিমালাৰ নিৰ্জনতাৰ অভিজ্ঞতা লাভ হ'ল। পোন প্ৰথমবাৰৰ বাবে পাহাৰী জুৰিৰ কুলু কুলু সুৰ তেওঁৰ কাণত পৰিল, কিন্তু শৈলমালাৰ প্ৰভাৱ তেওঁৰ ওপৰত নপৰিল। তেওঁ হুগলৈ লিখিলে, "ইয়াৰ নৈসৰ্গিক দৃশ্য অপূৰ্ব, স্বৰ্গীয়, কিন্তু ই অতি নিষ্প্ৰাণ, নীৰস, বৈচিত্ৰহীন, অলোভনীয়। সঁচা কথা ক'বলৈ গ'লে, এই ঠাইখন একান্তই আমনিদায়ক।" গছেৰে আবৰি থকা কোনো জলপ্ৰপাতৰ ওচৰত বহি তেওঁ বন্ধু-বান্ধৱৰপৰা পোৱা চিঠিবোৰ পঢ়ি সময় কটায়। তেওঁ আছিল অসংখ্য 'প্ৰাণ'ৰ পথ প্ৰদৰ্শক। সেই সকলৰ ভিতৰত আছিল মিচ হিট্‌চনাৰ, চিৰবিশ্বস্ত হুগ, কেপ্তেইন পিনফল্ড—তেওঁ আছিল ধাৰ্মিক জনৰ যম—এলিজা আৰু হেৰিয়েট ৱেষ্টব্ৰুক আৰু যে আন কত অজ্ঞাত নাম!

ৱেষ্টব্ৰুক পৰিয়ালটো ঘূৰি গৈ লণ্ডন পোৱাৰ কেইদিনমান পিচৰ কথা। শ্যেলীয়ে হেৰিয়েটৰপৰা অতিশয় উদ্বেগজনক এখন চিঠি পালে। পিতাকে তেওঁক শ্ৰীমতী ফেনিঙৰ স্কুললৈ ঘূৰি যাবলৈ কৈছে। সেইখন স্কুলতে হেৰিয়েটৰ কিমান যে নগুৰ-নাগতি হৈ নগৈছে! সেইখন স্কুলৰে ল'ৰা-ছোৱালীয়ে তেওঁক এঘৰীয়া কৰিছিল; তেওঁৰ লগত জুই পানী অসপ্তাৰ কৰিছিল, আৰু তেওঁক 'হতভাগ্য ত্যাজ্য ব্যক্তি' বুলি ঘোষণা কৰিছিল। এনে এখন বন্দীশালত দিন কটোৱাতকৈ তেওঁ আত্মহত্যা কৰিব। "জীয়াই থাকি লাভ কি?" তেওঁ শ্যেলীলৈ লিখিলে, "মোক কোনেও ভাল নাপায় আৰু মোৰো ভাল পাবলৈ কোনো নাই। আনৰ কাৰণে অপ্ৰয়োজনীয় আৰু নিজকে নিজৰ ওচৰত অসহ্য যেন বোধ হোৱা ব্যক্তি এগৰাকীৰ ক্ষেত্ৰত আত্মহত্যা বাৰু অপৰাধ নে? ভগৱানৰ বিধান তো নায়েই, এনে স্বাভাৱিক কাৰ্য্যত বাধা দিবলৈ সামাজিক বিধানৰ কিবা অধিকাৰ আছে জানো?"

চিঠি পাই শ্যেলী আতংকত শিয়ঁৰি উঠিল। এই স্কুলীয়া ছোৱালীজনীৰ যুক্তি তেওঁৰ মানত অকাট্য যেন লাগিল। তেৱেঁইতো এই ছোৱালীজনীৰ মন প্ৰভাৱিত কৰিছিল। তেনেস্থলত তেওঁ এতিয়া এই বিষম পৰিস্থিতিত নিৰ্বিকাৰ হৈ থাকিব পাৰে কেনেকৈ? তেনে কৰা মানে যে তেওঁক নিশ্চিত মৃত্যুৰ মুখলৈ ঠেলি দিয়া। হেৰিয়েটক অবিচলিত হৈ থাকিবলৈ পৰামৰ্শ দি তেওঁ চিঠি লিখিলে, ক'লে বোলে হতাশ হোৱাৰ আগতে তেওঁ প্ৰতিবাদ কৰিব লাগিব। তেওঁ স্কুললৈ যাবলৈ আপত্তি কৰিব লাগিব। তেওঁ মিঃ ব্ৰেষ্টব্ৰুকলৈকো মৃদু ভৰ্ৎসনামূলক এখন চিঠি লিখিলে।

শ্যেলীৰ চিঠি পাই বৃদ্ধ হুইগ গৰাকী ঘৃতাহুতি হ'ল। অভিজাত মহলৰ এই তৰুণ বংশধৰটিৰ তেওঁৰ পাৰিবাৰিক কথাত হস্তক্ষেপ কৰাৰ কি অধিকাৰ আছে? ছমাহ কি বেছি দিন ধৰি তেওঁ ব্ৰেষ্টব্ৰুক জীয়ৰীহঁতৰ লগত হাট-বাট কৰি আছে। তেওঁ হেৰিয়েটক বিয়া কৰাব বুলিও এলিজাই ভাবিছিল। কিন্তু ভাবীকালৰ বেৰনেট এজনে সামান্য দোকানী এজনৰ ছোৱালী বিয়া কৰাইছে বুলিনো কোনোবাই শুনিছেনে? ডেকাটি নিশ্চয় আন কিহবাৰ ধান্দাতহে আহিছিল।

হেৰিয়েটৰ শোৱনী কোঠাত সন্ধিয়া পৰত পোন প্ৰথমবাৰৰ বাবে লগ পাওঁতেই শ্যেলীৰ বিষয়ে ব্ৰেষ্টব্ৰুকৰ এটা স্পষ্ট ধাৰণা হৈছিল। তললৈ নামি গৈ লগে ভাগে চ'ৰা ঘৰত এগিলাছ মদ খাবলৈ তেওঁ শ্যেলীক মাতিছিল, কিন্তু তেওঁ চৰম অবজ্ঞাৰে সেই অনুৰোধ প্ৰত্যাখ্যান কৰিলে।

আঢ্যৱন্ত বেৰনেট ছাৰ বিচ্চী শ্যেলীৰ নাতিনীয়েক সৰ্বসাধাৰণৰ সুহৃদ হ'ব পাৰে কেনেকৈ? বা সমতাত বিশ্বাসীয়েই বা হয় কেনেকৈ? বেচতো! ওপৰ মহলৰ দহ গৰাকী সদায় একেই— তেওঁলোকৰ ধ্যান-ধাৰণা সলনি নহয়।

ক্লেপহামলৈ যাবলৈ ওলাবলৈ হেৰিয়েটক আদেশ দিয়া হ'ল। তেওঁ আকৌ শ্যেলীলৈ চিঠি দিলে। এই চিঠিত আত্মহত্যাতকৈ কম দুখজনক উপায় এটাৰ কথা উল্লেখ আছিল। ঘৰত তেওঁ বৰ অশান্তিত দিন কটাইছে, বৰ নিষ্ঠুৰভাৱে তেওঁক উৎপীড়ন কৰা হৈছে। এইবোৰৰপৰা হাত সাৰিবলৈ এটাই মাথোন উপায় এতিয়া আছে—তেওঁ শ্যেলীৰ লগত পলাই যাব লাগিব। শ্যেলীয়ে যদি সন্মতি দিয়ে তেন্তে তেওঁ

সাজু।

চিঠি পায়েই শ্যেলীয়ে লণ্ডনলৈ যাত্ৰা কৰিলে। তেওঁৰ মনত তেতিয়া অবৰ্ণনীয় সংঘাত।

হেৰিয়েটৰ সাম্প্ৰতিক পৰিস্থিতিৰ বাবে তেৱেঁই যে কিছু পৰিমাণে দায়ী সেই বিষয়ে তেওঁৰ মনত সন্দেহ নাছিল। তেওঁৰ দৃষ্টিভংগী, ধ্যান-ধাৰণাক তেৱেঁই গঢ় দিলে, অসীম সাহসেৰে তেৱেঁই অনুপ্ৰাণিত কৰিলে আৰু অন্যায় অবিচাৰৰ ভয়াবহতাৰ ওচৰত মূৰ নোদোৱাবলৈকো তেৱেঁই শিকালে। তেওঁ দিয়া চিঠি এখনৰ বাবেইতো তেওঁ প্ৰথমবাৰৰ বাবে দুৰ্নামৰ ভাগী হ'ব লগা হৈছিল।

কিন্তু হেৰিয়েটক লৈ পলাই গ'লেই যেনিবা, সিহঁত চলিব কেনেকৈ? তাৰ কোনো নিৰ্দিষ্ট বৃত্তি নাই, প্ৰত্যাশাৰ স্থলো নাই। আৰু এটা কথা, হেৰিয়েটক সি সঁচাকৈয়ে ভাল পায় জানো? তাৰ অঙ্কুৰিত প্ৰেমবাসনা ভাগিনীয়েকে কলিতে মুচৰি ছিঙাৰ পিছত সি আকৌ কাৰোবাক ভাল পাব পাৰিব?

তথাপিতো হেৰিয়েটৰ প্ৰতি তাৰ অনুৰাগ নকমিল। তাই আছিল দেখিবলৈ বৰ ধুনীয়া। সামান্যভাৱে সোণালীমুগা বৰণীয়া এমূৰ চুলিৰে ৰূপহী গাভৰুজনীক এনিশা তেওঁ বিচনাত দেখিছিল। সেইজনী গাভৰুক লগত লৈ পলাই যোৱাৰ চিন্তাটোত আছিল কি তীব্ৰ মাদকতা।

ইয়াতোকৈ অধিক আবেগপূৰ্ণ চিন্তাই তেওঁৰ মনত উক নিদিয়াকৈ নাছিল।

হেৰিয়েটক লগ পাই শ্যেলীয়ে দেখিলে যে তেওঁৰ মুখ বিবৰ্ণ আৰু ক্ষীণ, শোকাচ্ছন্ন।

"তোমাক উৎপীড়ন কৰিছে?"

"নহয়, নহয়,..কথাটো তেনে নহয়।" কিবা এটা ক'ব খুজি তেওঁ সংকোচ কৰি ক'ব পৰা নাই। মোৰ কষ্ট হৈছে, কাৰণ মই তোমাৰ প্ৰেমত পৰিছোঁ—এই বুলিয়ে তেওঁ ক'ব খুজিছিলে, কিন্তু শ্যেলীৰ চকুৰে চকুৰে পৰিলত কথাটো ওলাই পৰিল। শ্যেলীৰ প্ৰেমত তাই পাগলী হৈছিল। তেওঁ তাইক সম্পূৰ্ণ সলনি কৰি পেলালে। শ্যেলীক লগ পোৱাৰ আগতে তাই আছিল গতানুগতিক বৃটিছ ভাব-আদৰ্শৰ এজনী স্কুলীয়া ছোৱালী। সৈন্যবাহিনীৰ ৰঙা কোটবোৰৰ প্ৰতি তাইৰ

আকৰ্ষণ আছিল তীব্ৰ, আৰু তাই ৰচা দিবা স্বপ্নবোৰৰো নায়কজন আছিল সৈন্যবাহিনীৰ একোজন বিষয়া। কিন্তু বিয়াৰ প্ৰসংগত তাই নায়ক হিচাপে চিন্তা কৰিছিল ক'লা কোট পিন্ধা একোজন পাদুৰীক।

যুক্তিসন্মত ভাব-চিন্তা এইবোৰ। কিন্তু শ্যেলী আহি তাইৰ জীৱনত সোমাল মাত্ৰকে এই সমস্ত ভাব চিন্তা ওলটপালট হৈ গ'ল। তেওঁ ধৰ্ম আৰু ৰাজনীতি সম্পৰ্কে দীঘলীয়া বক্তৃতা দিয়া প্ৰথমবাৰ শুনোতে তাইৰ বেচ ভয় লাগিছিল। মনে মনে তাই খাটাং কৰিছিল যে শ্যেলীক তাই ঘূৰাব। কিন্তু আৰম্ভণিতেই তেওঁৰ যুক্তিয়ে তাইক অভিভূত কৰি পেলালে। তাই উপলব্ধি কৰিলে যে শ্যেলী তাইতকৈ বহুত ওপৰৰ। গতিকে তেওঁৰ হাতত পৰাজিত হোৱাটোত তাইৰ বাবে আনন্দৰ বাহিৰে আন একো নাছিল।

ৱেষ্টব্ৰুক পৰিয়ালটো ৱেলচত থাকোঁতে তেওঁলোকৰ ওচৰলৈ শ্যেলী নগ'লত হেৰিয়েটে তেওঁ তাইৰ জীৱনৰপৰা হেৰাই গ'ল বুলিয়েই ভাবি লৈছিল। তেওঁলৈ দিয়া চিঠিত তাই নিজৰ দুখ-কষ্টবোৰ অতিৰঞ্জিত কৰি লিখিছিল। ইয়াৰ উদ্দেশ্য আছিল তাইৰ নায়কজনক তাইৰ জীৱনলৈ ঘূৰাই নিয়া। কোনো এগৰাকী ৰমণীৰ পক্ষ লৈ ভ্ৰমণৰত বীৰব্ৰতীৰ দুঃসাহসিক কাৰ্য্যত আত্মনিয়োগ কৰাটো শ্যেলীয়ে ভাল পোৱা নাছিল। এনে কাৰ্য্য যুক্তিহীন বুলি তেওঁ ভাবিছিল। নাৰীৰ বাবে গোটেই জীৱনটো উচৰ্গা কৰি দিয়াৰ অধিকাৰ এজন পুৰুষৰ নাই। মানৱতাৰ সেৱাতহে জীৱনটো উৎসৰ্গীত হ'ব লাগে বুলি তেওঁ গভীৰভাৱে বিশ্বাস কৰিছিল। কিন্তু হেৰিয়েটৰ মৰম লগা মুখখনলৈ চাই তেওঁ নিজৰ মতাদৰ্শ জলাঞ্জলি দিলে। ইমান ধুনীয়া সেই মুখখনি শ্যেলীৰ মুখৰ এষাৰ কথাই পৰম তৃপ্তিৰে প্লাৱিত কৰি পেলাব পাৰে। হেৰিয়েটৰ হাত এখন তেওঁ নিজৰ মুঠিৰ মাজত ল'লে আৰু মনে-প্ৰাণে নিজকে তাইৰেই বুলি ঘোষণা কৰিলে।

সামান্য সাংসাৰিক বুদ্ধিৰে পৰিস্থিতিটো বিচাৰ কৰি শ্যেলীয়ে দেখিলে যে তৎক্ষণাতে হেৰিয়েটক পলুৱাই নিয়াটো বুদ্ধিমানৰ কাম নহ'ব। পৰিণতি বিপজ্জনক হ'ব পাৰে আৰু পৰিস্থিতি অযথা জটিল কৰি কি লাভ? পৰিয়ালৰ মানুহে যদি তাইৰ ওপৰত জোৰ-জুলুম চলাই তেন্তে তাই তেওঁলৈ সংকেত পঠালেই হ'ল। তেওঁ তৎক্ষণাত সুমেৰু-কুমেৰু

য'তেই নাথাকক কিয়, উৰি আহি তেওঁক লৈ গুচি যাব।

হেৰিয়েটৰ মন দয়িতাৰ প্ৰসন্নতাৰে ভৰি পৰিল। শ্যেলীয়ে তাইক ভাল পায়—এই সুখানুভূতিৰ উপলব্ধিত তাইৰ গোলাপী দুগাল আৰু ৰক্তিম হৈ পৰিছিল।

* * *

হেৰিয়েটক এৰি থৈ যোৱাৰ পিচ মুহূৰ্ত্ততে শ্যেলীয়ে দকৈ হুমুনিয়াহ চাৰিলে। তেওঁ বৰ ব্যাকুল হ'ল, মনটো বিষণ্ণ হৈ পৰিল। পৰিস্থিতিটো জনাই তেওঁ হগলৈ চিঠি লিখিলে। হগে উত্তৰত তেওঁৰ বন্ধুক কঢ়াকৈ ক'লে বোলে আগতে হেৰিয়েটক বিয়া কৰাই ল'ব লাগে। পিচতহে পলোৱা-চলোৱাৰ কথা। বিয়াৰ প্ৰতি শ্যেলীৰ বিৰোধিতাৰ কথা তেওঁ ভালদৰে জানে, কিন্তু তেওঁ সবল যুক্তি দাঙি ধৰিলে। "তুমি তাইক বিয়া নকৰালে কোনে ভুগিব? তুমি নে তেওঁ? দেখ দেখ কথা যে তেৱেঁই অকলে ভুগিব। তেওঁকহে জগতে হাঁহিব। তেওঁহে নিজৰ সুনাম আৰু সুৰক্ষা বিপদগ্ৰস্ত কৰিব লাগিব। তেওঁক এনে কৰিবলৈ কোৱাৰ অধিকাৰ তোমাৰ আছে নে?" হগৰ এই যুক্তি অতি চতুৰভাৱে উত্থাপিত কৰা হৈছিল, কাৰণ স্বাৰ্থপৰতা বদ গুণটোকে শ্যেলীয়ে আটাইতকৈ বেচি ঘিণ কৰিছিল। কিন্তু তেওঁৰ মতে বিবাহো হ'ল এক লজ্জাজনক অনৈতিক ব্যাপাৰ। পলিটিকেল জাষ্টিচ গ্ৰন্থত বিবাহবন্ধনৰ বিপক্ষে লিখা অধ্যায়কেইটা তেওঁৰ মনত লাগি আছিল। এনেতে তেওঁক যেন কোনোবাই সোঁৱৰাই দি আশ্বস্ত কৰিলে যে গডউইন মহাশয়ে নিজেই এবাৰ নহয়, দুবাৰ বিয়া কৰাইছিল।

শ্যেলীয়ে হগলৈ লিখিলে—"যুক্তিৰদ্বাৰাহে সামাজিক সংস্কাৰ এনে ব্যাপকভাৱে সাধিত হ'ব লাগে যাতে সংস্কাৰকৰ গাত শিলগুটি নপৰে। তাকে নকৰি ব্যক্তিবিশেষৰ উদাহৰণ দি সামাজিক পৰিবৰ্ত্তন সাধন কৰিবলৈ ওলোৱাটো দেখ দেখকৈয়ে অবান্তৰ কথা।"

পিচে তেওঁ নিজৰ মতবাদ কাৰ্য্যত প্ৰয়োগ কৰিবলৈকো খৰখেদা নকৰিলে। কেপ্তেইন পিনফল্ডে তেওঁক কাকফিল্ডলৈ মাতি গৈছিল। তালৈ গ'লে যে তেওঁ তেওঁৰ 'প্ৰাণৰ ভগিনী', ৰোমাননাকী, ৰূপহী

স্কুল শিক্ষয়িত্রীগৰাকীক লগ পাব সেই কথা তেওঁ জানিছিল। তেওঁক সত্য উপলব্ধি কৰোৱাৰ বাবে প্ৰক্ৰিয়াটো তেওঁৰ সম্পূৰ্ণ কৰাৰ মন হ'ল। সেইবাবে, তেওঁৰপৰা সংকেত পালেই তেওঁ লগে লগে গুচি যাব বুলি হেৰিয়েটক কথা দি শ্যেলী লণ্ডনলৈ গ'ল গৈ।

এনে পৰিস্থিতিত ঘটনাই কি সম্ভাব্য গতি ল'ব পাৰে সেই বিষয়ে কাৰোবাৰ মনত সন্দেহ থাকিবলৈ হ'লে, মানুহ গৰাকী ঊনৈশ বছৰীয়া হ'ব লাগিব। প্ৰেমত পৰি হাবু-ডুবু খোৱা ছোৱালী এজনী, লগতে তেওঁৰ আছে প্ৰেমিকৰপৰা পোৱা এনে এটা প্ৰতিশ্ৰুতি—গতিকে তেওঁ অন্তৰৰ অভিলাষ সৰহ সময় দমাই ৰাখিব নোৱাৰিলে। এসপ্তাহ পাৰ হ'বলৈ নাপালেই, শ্যেলীলৈ জৰুৰী বাৰ্ত্তা গ'লেই। শ্যেলী ঘূৰি আহিল। উৎপীড়কহঁতে এণ্ড্ৰমিডাক ক্লেপহামৰ ড্ৰেগনৰ হাতত সোধাই দিবলৈ নেৰানেপেৰাকৈ লাগিছিল।

শ্যেলীয়ে দেখিলে যে হেৰিয়েটক লৈ পলাই যোৱাৰ বাহিৰে আন উপায় নাই—বিয়া পিচে পৰেও হ'ব, অৱশ্যে যথাসম্ভৱ শীঘ্ৰেই হ'ব।

পিচদিনাখন এডিনবৰা ডাকগাড়ীত এই দুই তৰুণ-তৰুণী উত্তৰ দিশ অভিমুখে ৰাওনা হ'ল। তেওঁলোকৰ উভয়ৰ বয়স একেলগ কৰিলে পঁয়ত্ৰিছো পাৰ নহয়।

এইটো হ'ল দৃঢ় সংকল্পৰ কথা, আবেগৰ কথা নহয়— অত্যন্ত ৰূপহী প্ৰেয়সীৰ মৰম লগা মুখখনলৈ চাই চাই, মুখামুখিকৈ বহি তৰুণ 'নাইট'জনে নিজকে আশ্বস্ত কৰিলে। ডাকগাড়ী ঘটলং ঘটলং কৰি নিজ বাটত গৈ থাকিল।

---

॥৭॥

# ফুলকুমলীয়া দম্পতী এহাল

এহাল তৰুণ প্ৰেমিক-প্ৰেমিকা। দেখিবলৈ বৰ মৰম লগা। পৰিয়ালবৰ্দ্ধাৰা নিৰ্যাতিত। এনে এহাল দম্পতীয়ে স্বাভাৱিকতেই লোকক তেওঁলোকৰ প্ৰতি আকৰ্ষিত কৰে, কৌতূহলীও কৰে। এনে আকৰ্ষণ প্ৰায় অপ্ৰতিৰোধ্য। টকা-সিকাৰ কথা থাকিলে এডিনবৰা চহৰৰ নাগৰিকসকলৰ ওচৰ চপা টান কথা। পিছে তেওঁলোকেও এই কোমল বয়সীয়া দম্পতী যুগলক আদৰসাদৰ নেদেখুৱাকৈ থাকিব নোৱাৰিলে। হাতত কড়িকণা এটাও নোহোৱাকৈ তেওঁলোকৰ দুৱাৰমুখত হাজিৰ হৈছে, অথচ মনত অন্তহীন উদ্যম। এনে এহাল ল'ৰা-ছোৱালীক আওকাণ কৰা যায় কেনেকৈ?

লণ্ডন এৰাৰ আগতে শ্যেলীয়ে বন্ধু এজনৰপৰা কেই পাউণ্ডমান ধাৰে লৈছিল। এডিনবৰা পোৱালৈ তাৰ এটা কপৰ্দ্দকো নৰ'ল। পিতাকৰপৰা সহায় পাবলৈ আশা কৰা বৃথা। পুতেকে ছোৱালী পলুৱাই নিয়াৰ খবৰ পাই বাপেক চাগে খঙত উথলি বলিয়াৰ দৰে হৈছে।

পিছে শ্যেলীয়ে ভাড়াঘৰৰ মালিক এজনক লগ পালে। ভদ্ৰলোক আছিল ৰসিক প্ৰকৃতিৰ। তেওঁৰ আগত শ্যেলীয়ে তেওঁলোকৰ কাহিনীটো ক'লে। তেওঁলোকৰ দুৰ্দ্দশাৰ কথা শুনি আৰু হেৰিয়েটৰ সৌন্দৰ্য্যত পমি গৈ তেওঁ তলৰ মহলৰ এটা সুন্দৰ ফ্লেট শ্যেলীক ভাৰালৈ দিলে। চৰ্ত্ত হ'ল যে ভাৰাৰ পয়চাখিনি সোনকালে আদায় দিব লাগিব।

ইয়াতোকৈ ডাঙৰ কথা, ভদ্ৰলোকে তেওঁলোকক প্ৰথম কেইদিনমান চলিবৰ জোখাৰে কিছু ধনো ধাৰলৈ দিলে আৰু স্কটিচ চাৰ্চৰ প্ৰথানুযায়ী অনুষ্ঠুপীয়াকৈ বিয়াখনৰ যা-যোগাৰ কৰিবলৈকো গাত ল'লে। এই বিষয়ত তেওঁৰ একমাত্ৰ চৰ্ত্ত হ'ল যে বিয়াৰ দিনা নিশা শ্যেলীয়ে তেওঁক আৰু তেওঁৰ বন্ধুবান্ধৱসকলক ভালকৈ এটা ভোজ দিব লাগিব।

এইদৰেই চাৰ বিচ্চীৰ নাতিয়েকে এডিনবৰা চহৰৰ বেপাৰীহঁতৰ লগত বিয়াৰ ভোজ খালে। ডেকা-গাভৰু হালৰ চকুত চাত মাৰি ধৰা ৰূপ আৰু মদৰ ৰাগীয়ে ভদ্ৰলোকসকলৰ মূৰত ধৰিলেগৈ। ফলত এডিনবৰা

চহৰৰ এই সৎ পিউৰিটানসকলৰ আচৰণে শালীনতাৰ সীমা কিছু চেৰাই গ'ল। কথাটো শ্যেলীয়ে ভাল নাপালে। তেওঁলোকৰ ঠাট্টা-বিদ্রূপ অশ্লীল পৰ্য্যায়লৈ গ'ল। বিনম্র স্বভাৱৰ হেৰিয়েট লাজত ৰঙা-চিঙা পৰিলে। পৰিস্থিতি চম্ভালিবলৈ বুলি শ্যেলী হঠাতে থিয় হ'ল আৰু সকলোকে শুভৰাত্ৰি জনালে।

প্ৰত্যুত্তৰত সকলোৱে হো-হো কৈ হাঁহি দিলে।

অলপ পিচতে কোনোবাই তেওঁলোকৰ দুৱাৰত টুকুৰিয়ালে। দুৱাৰ খুলি দি শ্যেলীয়ে দেখে যে সন্মুখত ভাৰাঘৰৰ মালিক আৰু তেওঁৰ বন্ধুসকল থিয় হৈ আছে। মদৰ নিচাত মতলীয়া মাতেৰে তেওঁ ক'লে—

"এই অঞ্চলত এটা প্ৰথা আছে। বিয়াৰ দিনা মাজ নিশা কইনাজনীক হুইস্কিৰে ধুৱাই দিব লাগে।..."

"আৰু এখোজ আগবাঢ়িবি চাবি, মই তহঁতৰ লাওখোলা উৰাই দিম।" দুহাতত দুটা পিষ্টল লৈ শ্যেলী গৰ্জ্জি উঠিল।

দেখাত ছোৱালী ছোৱালী যেন লগা এই ডেকাজন ভিতৰি বিপজ্জনক বুলি ভাবি, সশ্ৰদ্ধ শুভৰাত্ৰি জনাই জুমটো সেই ঠাইৰপৰা ঢলং-পলংকৈ তলৰ মহলালৈ নামি গ'ল।

এইদৰে শ্যেলী আৰু হেৰিয়েট পতি-পত্নী হ'ল। এখন বিৰাট অপৰিচিত চহৰত তেওঁলোক এতিয়া স্বাধীন কিন্তু অকলশৰীয়া। পৰস্পৰৰ প্ৰতি ভাবাবেশত তেওঁলোক নিমগ্ন হৈ পৰিল।

ডাক-গাড়ীত হেৰিয়েটক উঠাই লৈ পলুৱাই নিওতে যিজন তৰুণ স্বামীয়ে সেই পলায়ন কাৰ্য্য 'দৃঢ় ইচ্ছা প্ৰণোদিত আৰু কামাবেগসম্ভূত নহয়' বুলি ঘোষণা কৰিছিল, সেই জনেই এতিয়া কেইদিনমানৰ ভিতৰতে তৰুণী ভাৰ্য্যাৰ প্ৰেমত আকণ্ঠ ডুব গ'ল।

হেৰিয়েট দেখিবলৈ সঁচাকৈয়ে অত্যন্ত মনোমোহিনী আছিল। চিৰ আনন্দোচ্ছল, সুচাৰু, কমনীয়। চুলিবোৰ পৰিপাটিকৈ আঁচোৰা, এডাল চুলিও ইফাল সিফাল হৈ নাথাকে। তীক্ষ্ণধী, আচৰণত সহজ সৰল, গাৰ ক'তো সামান্য দাগ এটিও নথকা, ভাঁজ এটাও নপৰা সুশ্ৰী চেহেৰা—যেন ৰঙা বগা এপাহ ফুল।

এটা সু-সংস্কৃত মনৰ অধিকাৰী হেৰিয়েট নাছিল, কিন্তু দেশ-বিদেশৰ নানানটা বিষয়ৰ খা-খবৰ তেওঁ ৰাখিছিল। তেওঁ বহুত কথা জানিছিল।

অসংখ্য কিতাপ তেওঁ পঢ়িছিল। প্ৰায় গোটেই দিনটোৱেই তেওঁৰ পঢ়াৰ অভ্যাস আছিল। নৈতিক আদৰ্শানুগত সম্পৰ্কীয় কিতাপ-পত্ৰ পঢ়িবলৈ তেওঁ বেচি ভাল পাইছিল।

তেওঁৰ প্ৰেমিকেই আছিল তেওঁৰ প্ৰভু। ন্যায়ৰ প্ৰতি থকা তেওঁৰ আসক্তিয়ে হেৰিয়েটকো অনুপ্ৰাণিত কৰিছিল। ফেনেলেনৰ টেলেমাক আছিল তেওঁৰ প্ৰিয় নায়ক। 'অসহন'(অসহিষ্ণুতা), 'সমতা', ন্যায় আদি শব্দবোৰ তেওঁ অনবৰত আওৰাই থাকিছিল আৰু এনে কিছুমান প্ৰবচন তেওঁৰ কুমলীয়া ওঁঠত আখৈ ফুটাদি ফুটিছিল যে শুনিলে দেশৰ উচ্চ সদনৰ অধ্যক্ষ গৰাকীও হয়তো হতবাক হ'লহেঁতেন। এংলিকান ধৰ্মটো তেওঁ কেলিপচই নচিকাক উপেক্ষা কৰাৰ দৰে উপেক্ষা কৰিছিল।

শিশুসুলভতা সদায়ে আনন্দদায়ক, কিন্তু ল'ৰা-ছোৱালীৰ অহৰহ সান্নিধ্য আমনিদায়ক। হেৰিয়েটৰ মনোহৰ আবেদন, মধুৰ স্বভাৱ, আৰু নিঃস্বাৰ্থতাই শ্যেলীক মুগ্ধ কৰিছিল ঠিকেই, তথাপিতো তেওঁৰ মনে মাজে মাজে হগৰ দুষাৰ চোকা কথা শুনিবলৈ বা মিচ হিট্‌চনাৰৰ সান্নিধ্যৰ উষ্ণতা আৰু বুদ্ধিব্যগ্ৰতা উপভোগ কৰিবলৈ বিচাৰি যেন হুমুনিয়াহ কাঢ়িছিল। মিচ হিটচনাৰে হেৰিয়েটৰ লগত তেওঁৰ বিয়া হোৱাৰ কথা শুনিলে কি ভাবিব সেই চিন্তাই শ্যেলীক বিব্ৰত কৰিছিল।

মিচ হিট্‌চনাৰলৈ তেওঁ লিখিলেঃ

"প্ৰিয়তমা বান্ধৱী,

তোমাক এইদৰে সম্বোধন কৰাৰ অধিকাৰ মোৰ আছেনে? নে মোৰ দুপকীয়া আচৰণৰ বাবদ সৎ আৰু জ্ঞানীজনৰ শ্ৰদ্ধা মই হেৰুৱাইছোঁ'? ...এটা সপ্তাহৰ ভিতৰতে কেনেকৈ যে মোৰ সমস্ত আঁচনি সলনি হৈ গ'ল! আমি যে পৰিস্থিতিৰ কেনে আজ্ঞাবহ দাস! মোৰ দৰে নাস্তিক এটাই আনুষ্ঠানিক বিবাহ কেনেকৈ মানি ল'লোঁ, মোৰ বিবেকে কেনেকৈ ইয়াত মত দিলে সেই কথা তুমি হয়তো মোক সুধিবা। এই কথাকে তোমাক মই ক'ব খুজিছোঁ...।"

ইয়াৰ পিচত হগৰ পদানুসৰণ কৰি তেওঁ প্ৰমাণ কৰি দেখুৱালে যে যশস্যাৰ লগত জড়িত সা-সুবিধাবোৰৰপৰা প্ৰিয়জনক বঞ্চিত কৰাৰ অধিকাৰ কাৰো নাই।

"প্ৰিয়তমা বান্ধৱী, তুমি মোক দোষ দিলেও দিবাঁ। কাৰণ এতিয়াও

তুমি মোৰ বাবে প্ৰিয়তমা। দোষ দিলেও মোক এইটো ভুলৰ বাবে সহানুভূতিৰ চকুৰে চাবাঁ। তোমাৰ যিখিনি আছে, তোমাতকৈ বয়সত সৰু ষোল্লবছৰীয়া হেৰিয়েটৰ সেইখিনি নাই। উদাৰ ব্যক্তিত্বসম্পন্না এই ছোৱালীজনীৰ উদাৰতা বিকশিত কৰি তাক কাৰ্য্যকৰ আৰু মনোৰমকৈ গঢ় দিয়াত মোক সহায় কৰা... তেওঁ এনেয়েই সুন্দৰ আৰু মই হ'লো মোহান্ধতাৰ দাসৰো দাস।"

ভদ্ৰ মহিলাক এডিনবৰালৈ নিমন্ত্ৰণ জনাই শ্যেলীয়ে চিঠিখন সামৰিলে। তেওঁ লিখিলে যে হেৰিয়েট লগত থাকিব যেতিয়া আনে বেয়া বুলি ক'বলৈ কোনো কাৰণ নাথাকিব। মিচ হিটচনাৰে নিমন্ত্ৰণ গ্ৰহণ নকৰিলে। হেৰিয়েট আৰু হিট্‌চনাৰৰ বয়সৰ পাৰ্থক্য সম্বন্ধে থকা উল্লেখে হিট্‌চনাৰক ব্যথিত কৰিলে। চিঠিখনত থকা সহজ-সান্নিধ্যসূচক 'তুমি', 'তোমাৰ' আদি শব্দবোৰ বিশেষ কামত নাহিল। সেইবোৰে হিট্‌চনাৰৰপৰা ক্ষমা আদায় কৰিব নোৱাৰিলে।

কাকফিল্ডৰ কুমাৰী গৰাকী হেৰিয়েটৰ ব্যক্তিত্ব বিকশিত কৰাত সহায় কৰিবলৈ আগবাঢ়ি নাহিল হয়, কিন্তু এদিন ৰাতিপুৱা শ্যেলীয়ে তেওঁৰ কোঠাৰ দুৱাৰত কাৰোবাৰ টোকৰ শুনিবলৈ পালে। খিৰিকিৰে বাহিৰলৈ চাই দেখিলে হাতত টালি-টোপোলা লৈ ৰাস্তাত হগ থিয়দি আছে। বন্ধুক দেখা পাই শ্যেলীৰ মন আনন্দত তোলপাৰ কৰি উঠিল।

হাতৰ কাম পেলাই থৈ কেইসপ্তাহমানৰ বাবে হগ এডিনবৰালৈ আহিছে। শ্যেলী দম্পতিৰ ওচৰত তেওঁৰ আদৰ-আশ্বাসৰ সীমা নাই।

"আকৌ এবাৰ লগালগি হ'লোহঁক। এইবাৰ আৰু এৰাএৰি নাই। এইটো ঘৰতে তুমি পাটি পাৰিব লাগিব।" শ্যেলীয়ে পৰম উৎফুল্লিত হৈ বন্ধুক ক'লে।

হেৰিয়েট সোমাই আহিল। তেওঁক দেখিয়েই হগ মুগ্ধ হ'ল। এনে ফুল্ল কুসুমিত যৌৱন আৰু সৌন্দৰ্য্য তেওঁ আগতে দেখা নাছিল। ঘৰৰ মালিকক মাতি অনা হ'ল।

"আমাক আৰু এটা শোৱা কোঠা লাগে। এতিয়াই। বৰ জৰুৰী। নহ'লেই নহয়। এতিয়াই লাগে।" বেচেৰাক উত্তৰ দিবলৈকে তত দিয়া নাই। মুখ মেলিবলৈ সপ্তাহ পালত তেওঁ ওপৰ মহলাত এটা কোঠা দিব পাৰে বুলি ক'লে।

তিনিও বন্ধুৰ মাজত হাজাৰটা কথা কোৱা-বখনা কৰিবলৈ আছিল। তিনিও একেলগে কথা কয়, কোনে কাৰ কথা শুনিছে বা নুশুনিছে তালৈ গ্ৰাহ্য নাই। ইতিমধ্যে লেতেৰা সাজপাৰেৰে কলীমলী চাকৰণী এজনীয়ে মুখেৰে অসংলগ্ন দুই-চাৰি কথা কৈ চাহ আনি থ'লেহি।

চাহতাহ খোৱাৰ পিছত উত্তেজনা কিছু শাম কাটিলে। শ্যেলীয়ে তিনিও এপাক ফুৰি অহাৰ কথা ক'লে। সকলোৱে ভালেই পালে। মেৰী ষ্টুৱাৰ্টৰ প্ৰাসাদ চাবলৈ তেওঁলোক আগবাঢ়িল।

হেৰিয়েট আছিল 'অকাডেমী ফৰ ইয়ং লেডিজ'ৰ এগৰাকী ভাল ছাত্ৰী। ঐতিহাসিক ৰোমান্স পঢ়ি তেওঁ ভাল পাইছিল। দুৰ্ভগীয়া ৰাণী গৰাকীৰ কাহিনী তেওঁ সবিস্তাৰে বৰ্ণনা কৰিলে। 'হলৰইড হাউছ'ৰপৰা ওলোৱাৰ পিচত শ্যেলীয়ে ক'লে বোলে তেওঁৰ কেইখনমান চিঠি লিখিবলগীয়া আছে, গতিকে তেওঁ ঘৰলৈ ঘূৰি যাব, কিন্তু হগ আৰু হেৰিয়েটক 'আৰ্থাৰ'চ চিট' বোলা পাহাৰটোলৈ যাবলৈ ক'লে। তাৰপৰা গোটেই এডিনবৰা চহৰখন দেখা পায়।

দৃশ্যটো হগৰ বৰ ভাল লাগিল। তেওঁলোক দুয়ো তাত বহুত সময় বহি ৰ'ল। এনে আনন্দদায়ক সংগী পালে যিকোনো দৃশ্যকেই তেওঁৰ ভাল লাগিলহেঁতেন।

পাহাৰৰপৰা তেওঁলোক নামি অহা পৰত বতাহ মাৰি আছিল। বতাহে হেৰিয়েটৰ স্কাৰ্টৰ এটা ফাল উৰুৱাই দিলত তেওঁৰ সৰু গাখিটো ওলাই পৰিল। হগে কেৰাহিকৈ সেই পিনে চালে।

কথাটো তত ধৰিব পাৰি হেৰিয়েটে শিল এটাত বহি দিলে আৰু হগক ক'লে যে তাই তাতে 'চিৰদিন'ৰ কাৰণে থাকিব।

হগে ক'লে যে তেওঁৰ পেটে শাহে কটাই কাটিছে। তেওঁ বহুত কাকুতি-মিনতি কৰিলে কিন্তু হেৰিয়েটৰ উত্তৰ কোনো অক্ষৰেই দেখা নগ'ল। তাই অলৰঅচৰ হৈ ৰ'ল। সেই বাবে তাইক তাতে এৰি হগ নামি গ'ল। অলপ পিছতে ল'ৰি ল'ৰি পিচে পিচে হেৰিয়েটো নামি গ'ল।

এই দৰেই এই তিনি ব্যক্তিৰ বাবে কেইটামান বেচ সুখদায়ক সপ্তাহৰ আৰম্ভ হ'ল।

টকাৰ [illegible] নিৰ বৈয়ে গ'ল। পিছে [illegible] ৰোমাঞ্চক [illegible] [illegible] পিচেঁ [illegible] মাজে সময়ে [illegible]। "[illegible] ওপৰত [illegible]

হৈছে, ভাল কথা, হওক, কিন্তু টকা-পইচা বন্ধ কৰি দিয়াটো ভাল কথা হোৱা নাই।" এয়া মোমায়েকৰ কথা। হগৰ হাততো কিছু ৰাহি পইচা আছিল। টিমথি শ্যেলীয়ে পিছে হগৰ পিতাকলৈ এই বুলি লিখিছিল—"মই আপোনাক কথা এটা জনাই দিয়াটো মোৰ কৰ্তব্য বুলি ভাবোঁ। আমাৰ ডেকা ল'ৰাই গাভৰু ছোৱালী এজনী লৈ স্কটলেণ্ডৰ পিনলৈ পলাই গৈছে। শুনিবলৈ পাইছোঁ আপোনাৰ ল'ৰাও সিহঁতহালৰ লগ লাগিছে।"

ৰাতিপুৱা ৰাতিপুৱা শ্যেলীয়ে তেওঁলৈ অহা চিঠিবোৰ গোটাই আনিবলৈ যায়। চিঠিৰ সংখ্যাতো তাকৰ নহয়—বেচ বুজন। পুৱা জা-জলপান খোৱাৰ পিছত তেওঁ বুফঁ (Buffon) অনুবাদ কৰিবলৈ বহে। এইটো কামত তেওঁ ইতিপূৰ্বেই হাত দিছিল। হগ আৰু হেৰিয়েট ফুৰিবলৈ যায়। বতৰ বেয়া হ'লে হেৰিয়েটে পঢ়ে, হগে শুনে। হেৰিয়েটে ডাঙৰ ডাঙৰকৈ পঢ়ি ভাল পাইছিল আৰু তাই পঢ়িছিলোঁ ভালকৈ। তাইৰ উচ্চাৰণ আছিল স্পষ্ট আৰু মাতটো আছিল সুশ্ৰাব্য, মিঠা। 'টেলেমাক' (Telemaque)ৰ সৰহখিনি হেৰিয়েটে হগক পঢ়ি শুনালে। হগে একো আপত্তি কৰা নাছিল। ন্যায়বতী ইড'মিনিউচে (Idomeneus) ক্ৰেটক সজ উপদেশ দিয়াৰ অংশটো বৰ আমনিদায়ক আছিল। কিন্তু পাঠ টুকুৰা পঢ়োতা গৰাকী দেখিবলৈ ইমান ধুনীয়া আছিল যে হগে গোটেই দিন বিনাবাক্যব্যয়ে সেই পাঠপঢ়া শুনি থাকিবলৈ প্ৰস্তুত আছিল।

শ্যেলীৰ সৌজন্যবোধ হগৰ সমান নাছিল। পাঠপঢ়া শুনি থাকোঁতে থাকোঁতে তেওঁ মাজে মাজে কলমতিয়াবলৈ ধৰে আৰু তেওঁ এইদৰে টোপনি গ'লে হেৰিয়েটে বেয়া পায়। হগে হেৰিয়েটৰ ফলীয়া হৈ শ্যেলীক তেওঁৰ পত্নীৰ প্ৰতি অমনোযোগী এক হতভাগা বুলি ভৰ্ৎসনা কৰিবলৈ ধৰে। হেৰিয়েটৰ ফলীয়া হৈ মাত মাতি হগে কিবা যেন এক অনামী আনন্দ লাভ কৰে।

চনটো আছিল ১৮১১। বিখ্যাত ধুমকেতু ওলোৱাৰ বছৰ। তাতোকৈয়ো ডাঙৰ কথা। সেই সংখ্যাৰে চিহ্নিত বিখ্যাত মদ তৈয়াৰ কৰাৰ বছৰ। নিশাবোৰ আছিল উজ্জ্বল আৰু আকাশ আছিল মুকলি।

---

॥১০॥

# হগৰ কথা

ছয় সপ্তাহৰ মূৰত হগৰ য়ৰ্কলৈ ঘূৰি যাবৰ হ'ল। শ্যেলী আৰু হেৰিয়েটৰ এডিনবৰাত কৰিবলৈ একো নাছিল, অকল এডিনবৰাতে কিয়, সংসাৰৰ ক'তো নাছিল, সেইবাবে তেওঁলোক দুয়ো হগৰ লগত যাবলৈ ওলাল। বছৰটোৰ বাকী ভাগ সময় তেওঁ য়ৰ্কত কটাব লাগিব বাবে দম্পতীযুগলে সেইখিনি সময় য়ৰ্কতে কটাবলৈ পাঙিলে আৰু তাৰ পিছত হগ আজৰি হ'লে তিনিও লণ্ডনলৈ ঘূৰি যাব আৰু তাতে 'চিৰকাল' থাকিব—লিখিব, পঢ়িব, পৰস্পৰক পঢ়ি শুনাব। এইদৰেই দিনবোৰ অতিবাহিত হ'ব।

হেৰিয়েটে কষ্ট নাপাওক বুলি ভাবি তেওঁলোকে এখন ঘোঁৰা বাগী ভাৰালৈ ল'লে। ৰাস্তাৰ দুয়ো কাষে ইখনৰ পিছত সিখনকৈ চালগোম আৰু বাৰ্লিৰ পথাৰ। অভিনবত্বহীন এক ক্লান্তিকৰ দৃশ্য।

"পিছে চালগোম কোনবোৰ আৰু বাৰ্লি কোনবোৰ?" হেৰিয়েটে সুধিলে।

"এস্, একো চিনি নাপায়। বৰ নগৰীয়াজনী ওলাইছে", শ্যেলীয়ে খঙেৰে ভেকাহি মাৰিলে। হগ বাগীখনৰ এচুকত চুপ চাপ বহি আছিল। তেওঁ আছিল পৰিহাসপ্ৰৱণ লোক। তেওঁ ভাবি বিচাৰ্ডি খালে যে ন্যায়ৱতী আইড'মিনিউছে তেওঁৰ শিষ্যক দেখোন একো কথাকে শিকোৱা নাই।

সময় কটোৱাৰ অভিপ্ৰায়ে হেৰিয়েটে বাগীৰ ভিতৰতে ডাঙৰ ডাঙৰকৈ হলক্ৰটৰ উপন্যাস এখন পঢ়িবলৈ ল'লে। বৰ কঢ়া দৃষ্টিভংগীৰ আৰু নৈতিক আদৰ্শত বিশ্বাসী এই লেখকগৰাকীৰ ৰচনা অনুপ্ৰেৰণা বা উৎসাহদায়ক নাছিল। বিচ্চীয়ে মাজে মাজে দকৈ একোটা হুমুনিয়াহ চাৰিবলৈ ধৰিলে।

"হেৰিয়েট, সোণজনী, সেই আটাইসোপা পঢ়াৰ দৰকাৰ আছে জানো?"

"নিশ্চয় আছে।"

"মাজে মাজে জঁপিয়াই যাব নোৱাৰানে?"

"নাই নোৱাৰি, অসম্ভৱ কথা।"

প্ৰথমবাৰ বাগী সলোৱাৰ সময়তে শ্যেলী উধাও হ'ল। অশৰীৰী জীৱৰ দৰে এক লহমাৰ ভিতৰতে অন্তৰ্ধান হোৱাৰ কায়দাটো শ্যেলীয়ে ভালদৰে জানিছিল। হগে বিচাৰি পালেগৈ— বাৰউইক বোলা ঠাইত সাগৰৰ দাঁতিত বিষণ্ণ মনে মাৰ যাবলৈ ধৰা বেলিটোলৈ চাই বহি আছে।

য়ৰ্ক চহৰখন শ্যেলীৰ সমূলি ভাল লগা নাছিল। ধৰ্ম বিষয়ক কথাত আৰু নাগৰিকৰ দায়-দায়িত্বৰ বিষয়ত চহৰখনৰ লোকে বৰ বেচি গুৰুত্ব দিয়ে। শ্যেলীয়ে সেইটো ভাল পোৱা নাছিল। থকা কোঠাও যিকেইটা ভাৰালৈ পালে সেই কেইটাও সৰু সৰু কুঠৰী, ঠাইটুকুৰাও লেতেৰা, মালিকো ফিটা ব্যৱসায়ী অমাৰ্জ্জিত লোক। 'ইয়াত থকাটো অসম্ভৱ', শ্যেলীয়ে হেৰিয়েট আৰু হগক ক'লে। কিন্তু অন্য ক'ৰবালৈ যাবলৈ টকা লাগে। তেওঁ কেপ্তেইন পিনফল্ডৰ ওচৰলৈকে যাবলৈ ঠিক কৰিলে। সজ আৰু স্বাধীনচেতা লোকৰ ৰক্ষক তেৱেঁইহে। তদুপৰি কাকফিল্ডলৈ গ'লে তাত আকৌ মিচ হিট্‌চনাৰক লগ পাব। কি ঠিক, তেওঁক বুজাই-বঢ়াই য়ৰ্কলৈ লৈয়ো আহিব পাৰেবা! আৰু ঘূৰি যাওঁতে লণ্ডনত সোমাই এলিজা ৱেষ্টব্ৰুককো লৈ যাব। হেৰিয়েটে এলিজা এলিজা কৰিয়েই আছে। এনে এটা ব্যৱস্থা হ'লে শ্যেলীৰ মানস ভগ্নী কেইজনী একেলগে গোট খাব।

শ্যেলী লণ্ডনলৈ ওলাল। হেৰিয়েট আৰু হগক একেলগে এৰি থৈ গ'ল। কি অদ্ভুদ পৰিস্থিতি! অচিনাকি এখন চহৰ, চা-চিনাকি বুলিবলৈ ক'তো কোনো নাই। দুয়োৰে অবাধ স্বাধীনতা, যেন কোনো নিৰ্জ্জন দ্বীপতহে বাস কৰিছে! তৰুণ আৰু ৰসিক সংগীজনৰ সৈতে হেৰিয়েটে 'গৃহস্থালি' চন্তালিবলৈ লাগিল। এই কামত তেওঁ কিবা এক শিশুসুলভ আনন্দও উপভোগ কৰিছিল। হগ আছিল দুৰ্মুখ। তেওঁৰ বিদ্ৰূপাত্মক কথাবোৰত হেৰিয়েটে বৰ স্ফূৰ্ত্তি পাইছিল। হগৰ স্বভাৱ আছিল শ্যেলীৰ বিপৰীত— শ্যেলী আছিল সদায় গহীন গম্ভীৰ। বিচ্চীৰ এই স্বভাৱটো হেৰিয়েটৰ ভাল লাগিছিল। হগে সদায় হেৰিয়েটৰ গুণ বখানিছিল— এডিনবৰাত থাকোঁতেও, য়ৰ্কলৈ যাওঁতে বাটতো। হেৰিয়েটে ইয়াত আপত্তি

কৰিব লগা কিবা আছে বুলি নাভাবিছিল। পার্চি আছিল ভাল স্কুল শিক্ষক এজনৰ দৰে। হেৰিয়েটে যিমানবোৰ কথা জানে সেই আটাইবোৰ তেওঁক পার্চিয়েই শিকোৱা। তেওঁৰ ভুল-ভ্ৰান্তিবোৰ অতি গভীৰভাৱে শ্যেলীয়ে শুধৰাই দিছিল। তেওঁৰ দোষ-ক্ৰটী ক'ত শ্যেলীয়ে জানিছিল। ইয়াৰ বিপৰীতে কিন্তু হগে তেওঁ যিহকে কৰে তাকেই প্ৰশংসা কৰিছিল। তেওঁ পিন্ধা ফ্ৰকটো কেনেকুৱা, তেওঁৰ চুলি আঁচোৰাৰ ধৰণটো কেনে— এইবোৰ কথাত হগৰ চকু। হেৰিয়েটে টেলেমাক' পঢ়ি শুনাবৰ সময়ত হগে তেওঁৰ মাতটোৰ প্ৰশংসা কৰে। হগ আছিল সদায় স্ফূৰ্ত্তিবাজ। হেৰিয়েটৰ তেওঁক বৰ ভাল লাগিছিল।

কিন্তু হগৰ নিজৰ হাবভাব আছিল বেলেগ ধৰণৰ আৰু সি প্ৰশংসনীয়ও নাছিল। এই মোহিনী ছোৱালীজনীৰ লগত থাকি থাকি তেওঁৰ প্ৰতি হগৰ আসক্তি জন্মিল। প্ৰথমতে হগে নিজকে বুজালে যে এইটো এটা সাংঘাতিক বাসনা আৰু তেওঁৰ প্ৰিয় বন্ধুৰ পত্নী গৰাকী কদাপিও তেওঁৰ কামনাৰ পাত্ৰী হ'ব নোৱাৰে। পিছে বুদ্ধিমান লোকে নিজৰ বুদ্ধি আপোন অভিলাষ সিদ্ধিৰ বাবে কি দৰে কামত লগাব লাগে জানে।

'শ্যেলীয়ে তেওঁক মোৰ বুকুত পেলাই থৈ যোৱাটো মোৰ দোষনে?' হগে আত্মপক্ষ সমৰ্থন কৰি ভাবিলে। হেৰিয়েটৰ দৰে এগৰাকী পৰমা সুন্দৰী গাভৰু তাৰ পত্নী আৰু সি বহি বহি নৈতিক উৎকৰ্ষ সম্পৰ্কে দীঘল দীঘল চিঠি লিখিব! বলিয়ালী নহয় কি? হেৰিয়েট সঁচাকৈয়ে মোহিনী ৰূপহী— তেওঁৰ ৰূপৰ জুইত দগ্ধ নোহোৱাকৈ থাকে এনে সাধ্য কাৰ? তেওঁ বাটেদি গ'লে নৈতিকতাৰ পৰম ধ্বজাধাৰীহঁতেও তেওঁক চাবলৈ খিৰিকিৰ কাষলৈ লৰ মাৰে। ... বিচ্চিয়ে তেওঁক বাৰু প্ৰকৃততে ভাল পায়নে? তেওঁৰ প্ৰতি সি দেখোন কিবা এক অবজ্ঞাজনক স্নেহহে প্ৰদৰ্শন কৰে। আকৌ তেনে কৰাৰ যুক্তিও বিচাৰি পায়। কাৰণ হেৰিয়েট ... কি? তেওঁতো এজনী হোটেলৱালাৰ জীয়েকহে। বৰ অভিজাত মনৰ নিশ্চয় নহয়।

শ্যেলীক প্ৰথমবাৰ লগ পোৱাৰপৰাই দুটা পৰস্পৰবিৰোধী ভাব তেওঁৰ মনলৈ আহিছিল। বন্ধুৰ নৈতিক সাহস, স্পষ্টবাদিতা আৰু একান্ত আনুগত্যৰ তেওঁ প্ৰশংসা কৰিছিল। শ্যেলী তেওঁৰ বাবে আছিল এক একক ব্যক্তি,

এটুকুৰা খাটি হীৰা। কিন্তু শ্যেলীৰ উদ্দীপ্ত ভাষণ দিয়াৰ প্ৰৱণতা আৰু অকাৰ্য্যকৰী কৰ্মচাঞ্চল্য দেখি হগে বেচ ৰগৰো পাইছিল।

অক্সফৰ্ডত শ্যেলীৰ ওচৰত হগ আছিল যেন উজ্জ্বল বৰ্ণৰ ডন কুইক্‌ছটৰ ওচৰত সুৰুচিবান চাঙ্ক পাঞ্জা, আৰু তেওঁৰ ভয়ানক বাত চক্ৰই (উইণ্ডমিলে) বিধান কৰা শাস্তিৰ যথাযথ ভাগো তেওঁ পাইছিল। আৰম্ভণিতে শ্যেলীৰ প্ৰতি থকা তেওঁৰ সমাদৰৰ ভাবটোৱে তেওঁৰ লোকৰ দোষ খোচৰা তেওঁৰ স্বভাৱটো কিছু দমাই ৰাখিছিল, কিন্তু এতিয়া হেৰিয়েটৰ প্ৰতি ওপজা অনুচিত অনুৰাগৰ ফলত তেওঁৰ ছিদ্ৰান্বেষী মনটো পুনৰ অধিক সক্ৰিয় হৈ সাৰ পালে।

শ্যেলীৰ অনুপস্থিতিৰ প্ৰথম দিনাই হগে হেৰিয়েটক নদীৰ পাৰৰ পিনে ফুৰাবলৈ লৈ গ'ল। তেওঁ তাইলৈ আনন্দত বিভোৰ হৈ একান্ত মনে একেথৰে চাই ৰ'ল। মুখেৰে হেজাৰটা লাগ বান্ধ নোহোৱা কথা তেওঁ বিৰবিৰাই আছিল। হেৰিয়েটে শ্যেলী ঘূৰি অহাৰ কথা প্যাতিছিল। শ্যেলী সোনকালেই ঘূৰি অহালৈ তাই বাট চাইছিল। কাৰণ দুটা— এটা শ্যেলী নিজেই, কাৰণ শ্যেলীৰ অনুপস্থিতি তাই ভাল নাপায়; কিন্তু ঘাই কাৰণটো হ'ল যে তাইৰ মৰমৰ এলিজা তেওঁৰ লগতে ঘূৰি অহাৰ কথা আছে। তাই হগক ক'লে, "আপুনি দেখিবই, এলিজা বৰ ধুনীয়া ছোৱালী। তাইৰ চুলিকোচা সুন্দৰ, নিমজ আৰু চিকচিকীয়া। ... তাই বৰ চতুৰ ছোৱালী... মোৰ জীৱনৰ ডাঙৰ ডাঙৰ কথাবোৰত তায়েইহে মোক দিহা পৰামৰ্শ দি বাট দেখুৱাইছিল।"

"তুমিতো কণমানি ছোৱালী, তোমাৰ জীৱনত আকৌ বৰ ডাঙৰ কথা থাকিবলৈ কিটো আছে?"

হেৰিয়েটে তাই স্কুলত ভোগা হাৰাশাস্তিৰ কথা ক'লে... তাইৰ বিয়াত ওলোৱা প্ৰতিবন্ধকতাৰ কথা ক'লে, তাৰ পিচত তাই অতীতত ডুব গৈ এক লহমা পৰ বিষাদমনা হৈ ৰ'ল। তাৰ পিছত তাই হগক সুধিলে, "আত্মহত্যা সম্পৰ্কে আপোনাৰ মতামত কি? আপুনি কেতিয়াও নিজ হাতে নিজৰ জীৱনৰ অন্ত পেলোৱাৰ কথা ভবা নাইনে?"

"কেতিয়াও ভবা নাই। আশা কৰোঁ তুমিও ভবা নাই।"

"নভবা নহয়, ভাবিছোঁ। প্ৰায়েই ভাবিছোঁ। স্কুলত পঢ়ি থাকোঁতেও মই ৰাতি শোৱাৰপৰা উঠি আত্মহত্যা কৰাৰ কথা ভাবিছিলোঁ। মই

খিৰিকিৰে বাহিৰলৈ চাই চাই জোনটো আৰু তৰাবোৰ আৰু নিদ্ৰাৰত মোৰ ভনীকেইজনীৰপৰা বিদায় লওঁ... কিন্তু পিছ মুহূৰ্ত্ততে মই বিছনাত পৰোঁগৈ আৰু টোপনি যাওঁ।”

অন্তৰঙ্গভাৱে কথা পাতি পাতি তেওঁলোক দুয়ো আগুৱাই গৈ থাকিল। ইয়াৰ পিচত তেওঁলোক ঘৰলৈ চাহ কৰিবলৈ গ’ল। এইটো কাম কৰিবৰ বেলিকা হ্‌গৰ চেওটো বেচ হাঁহি উঠা হয়। চাহ খোৱাৰ পিচত হেৰিয়েটে ক’লে যে তাই তেওঁক কিবা এটা পঢ়ি শুনাব। কিন্তু সেই দিনা সন্ধিয়া তাই তেওঁক কি পঢ়ি শুনালে, সেই কথা তেওঁৰ মনত নাথাকিল। শুভৰাত্ৰি জনাই তেওঁক এৰি থৈ তাই যোৱাৰ পিছত হ্‌গে নিজকে সুধিলে, “তাই সঁচাকৈয়ে সৎ নে?”

পিচদিনা তাইক লগ পালত হ্‌গে ক’লে বোলে তাইৰ প্ৰেমত তেওঁ পাগল হৈ গৈছে।

হ্‌গৰ কথা শুনি হেৰিয়েট অপ্ৰস্তুত হ’ল। তাইৰ খঙো উঠিল। ষোল্ল বছৰীয়া ছোৱালী এজনী হিচাপে তাই যিদৰে নিজকে ৰক্ষা কৰিবলৈ চালে সি সঁচাই প্ৰশংসনীয়। তাই শ্যেলী আৰু সতীত্বৰ কথা ক’লে। “আপোনাৰ আচৰণ কেনে কদৰ্য্য আপুনি জনা নাইনে?” তাই ক’লে। “পাৰ্চিয়ে মোক আপোনাৰ তত্বাৱধানত এৰি থৈ গৈছে আৰু আপুনি তেওঁক বিশ্বাসঘাতকতা কৰিবলৈ ওলাইছে। ... পিছে মোৰ বিশ্বাস আপোনাৰ মনৰপৰা এই চিন্তা ইতিমধ্যেই আঁতৰিলে। .... এই সম্পৰ্কে আৰু এটা কথাও আপুনি নকয় যেন। ... আৰু শুনিলে দুঃখহে পাব বাবে ময়ো পাৰ্চিক এই কথা নজনাওঁ।”

কথাকেইটা তাই ৰংমনেৰেই ক’লে। প্ৰেমৰ পৰিস্থিতিবোৰ ৰূপহী নাৰীৰ বাবে সমৰক্ষেত্ৰ আৰু ৰণুৱাই ৰণ কৰি ভাল পায়েই। হেৰিয়েটৰ সাহসে কাম দিলে, হ্‌গে কথা দিলে যে তেওঁ আৰু দুনাই তাইৰ প্ৰতি তেনে ভাব প্ৰকাশ নকৰে, তেওঁ সজ হ’ব।

সেই দিনা সন্ধিয়া, কামৰপৰা ঘূৰি আহি হ্‌গে দেখিলে যে বিৰাট বপুৰ এগৰাকী মহিলা হেৰিয়েটৰ কাষতে চোফাত বহি আছে। তেওঁৰ চুলিবোৰ কাউৰী ক’লা, মুখখন ঈষৎ পাণ্ডু বৰ্ণ আৰু গাৰ গঠন অশ্বাকৃতি। হেৰিয়েটে হ্‌গৰ লগত মহিলা গৰাকীৰ চিনাকি কৰাই দিবলৈ বুলি ক’লে, “হ্‌গ এইজনীয়েই এলিজা। তাই আহিলে যে। তাই যে কিমান

ভাল, নহয় নে বাৰু? এলিজা, এখেত হগ, আমাৰ পৰম বন্ধু। পাৰ্চিয়ে এখেতৰ কথা তোক অনেকবাৰ কৈছে।"

এলিজাই দূৰৰপৰাই ডিঙিটো হলাই মূৰদোঁৱাই সৌজন্য প্ৰকাশ কৰিলে।

"মই ভাবিছিলোঁ বিচ্চিয়েহে তোমাক লগত লৈ অহাৰ কথা আছিল।"

এলিজাই ক'লে, "নহয়, নহয়"। ইমানকে মাত্ৰ কৈ তাই আকৌ হেৰিয়েটৰ লগত কথা পাতিবলৈ লাগিল আৰু তেওঁৰ প্ৰতি কোনো মনোযোগ নিদিলে।

শ্যেলী দম্পতীৰ ঘৰত এনে আচৰণ হগৰ বাবে একেবাৰে অপ্ৰত্যাশিত আছিল।

হগে ভাবিলে, "তেনেহ'লে এলিজা এইগৰাকীয়েই। এওঁতো দেখাত ভয়ঙ্কৰী। অতি সাধাৰণ তিৰোতা। হেৰিয়েটৰ লগত মোৰ পীৰিতিৰ খেলৰ ইমানতে ওৰ পৰিল যেন পাইছোঁ। এক প্ৰকাৰে চাবলৈ গ'লে ভালেই হৈছে...।"

আনে শুনাকৈ ডাঙৰকৈ হগে ক'লে, "হেৰিয়েট, মোৰ চেনেহীজনী, আজি আমাৰ চাহ খোৱা নহ'ব নেকি? মিচ ৱেষ্টব্ৰুক, আপুনি চাহ একাপ খাব নিশ্চয়", তেওঁলৈ চাই নম্ৰভাৱে হগে সুধিলে।

"নালাগে, মই নাখাওঁ" বুলি ভদ্ৰ মহিলাই উত্তৰ দিলে।

"তুমি, হেৰিয়েট, তুমি খাবাঁনে নাখাবাঁ?"

"নালাগে, মোকো নালাগে।"

হগে নিজেই চাহ একাপ কৰি লৈ এচুকত বহি মনে মনে খাবলৈ ধৰিলে।

সেই দিনাৰপৰাই হগৰ বাবে ঘৰখন অসহ্য হৈ পৰিল। এলিজাই ঘৰ চলোৱাৰ সমস্ত দায়িত্ব গাত পাতি ল'লে। আচলতে ক'বলৈ গ'লে তেওঁ এনেহে দেখুৱালে যেন আগৰেপৰাই তেওঁহে সেইখন গৃহস্থালি চম্ভালি আছে। হেৰিয়েটৰ গোটেই জীৱন তেওঁ তদাৰক কৰি আহিছে আৰু বিয়াৰ পিচৰ কেইটামান সপ্তাহ তাইৰ দায়িত্ব শ্যেলীৰ ওপৰত এৰি দিবলগীয়া হৈছিল যদিও তেওঁ এতিয়া পুনৰ তেওঁৰ দায়িত্ব চমজি ল'লে। জাহাজৰ কেপ্তেইন এজনে জাহাজখনত তেওঁৰ একাধিপত্য সাব্যস্ত কৰি আন কোনো দ্বিতীয় প্ৰাণীক জাহাজৰ পৰিচালনা কাৰ্য্যত উচ্চবাচ্য কৰিবলৈ নিদিয়াদি এলিজায়ো হেৰিয়েটৰ ওপৰত আন কাৰোবাৰ কৰ্ত্তৃত্ব

মানি ল'বলৈ ৰাজী নহ'ল।

শ্যেলীৰ আচৰণত খুঁত ধৰিয়েই তেওঁ নিজৰ কৰ্তৃত্ব প্ৰথমে সাব্যস্ত কৰিলে। ভনীয়েকক ক'লে, "মই আহি নোপোৱাহেঁতেন এই ডেকা মানুহটোৰ সৈতে তই অকলে থাকিব লাগিলহেঁতেন? বিশ্বাস কৰিবও নোৱৰা কথা। সি আকৌ তোক 'চেনেহীজনী' বুলি মাতে আৰু তয়ো সেইদৰে মাতিবলৈ দিয়। হে ভগৱান! মিচ ৱাৰ্নে শুনিলে বুলিব কি?"

হগে ফুৰিবলৈ যাবলৈ লগ ধৰিলত এলিজাই টিকিচ কৰি উঠিলে। "বোলো আপুনি ভাবিছে কি? হেৰিয়েট বৰ ক্লান্ত আৰু তাইৰ গা অলপো ভাল নহয়।"

কথা শুনি হগতো একেবাৰে অবাক! 'হেৰিয়েটৰ অসুখ? কি হৈছে হেৰিয়েটৰ?'

"তাইতো শক্তিহীন, নিস্তেজ। আপুনি দেখিছেই। নাই দেখা বুলিলে আপোনাক কণা বুলিবহে লাগিব।"

হেৰিয়েটে হগক ইড'মিনিউচৰ উপদেশাৱলী পঢ়ি শুনাব খুজিলত— হগৰ সেইবোৰৰ অতি প্ৰয়োজন হৈছিল— এলিজাই আচৰিত হৈ সুধিলে— "কি কৰিব খুজিছ, হেৰিয়েট, ডাঙৰ ডাঙৰকৈ পঢ়িব খুজিছ? তোৰ এনেয়ে নিস্তেজ শৰীৰ, টানিব পাৰিবনে? মিচ ৱাৰ্নে শুনিলে বুলিব কি?"

"এই মিচ ৱাৰ্নে বোলা ভূতুনী জনীনো কোন?" —এলিজা তাইৰ কোঠালৈ সোমাই যোৱাৰ লগে লগে হগে হেৰিয়েটক সুধিলে।

"তেওঁ হ'ল এলিজাৰ পৰম বান্ধৱী। তেওঁৰ বিষয়ে আমাৰ ধাৰণা বৰ উচ্চ।"

"কিয়? জন্মসূত্ৰে বা শিক্ষা-দীক্ষা সূত্ৰে তেওঁ অসাধাৰণ নেকি?"

"নহয়, মুঠেই নহয়। তেওঁৰ পিতাকেও আমাৰ পিতাৰ দৰেই হোটেল এখনহে চলায়।"

হগে স্বস্তিৰ নিশ্বাস টানি ওপৰলৈ চালে।

"তোমাৰ সেই মৰমৰ এলিজাগৰাকীয়ে কোঠাত সোমাই কি কৰিছে? তেওঁ পঢ়াশুনা কৰে নেকি?"

"নাই, নপঢ়ে।"

হেৰিয়েটে হগৰ গাত হেলান দি কিবা এটা গুপুত ৰহস্যহে যেন

ভেদ ভাঙিব খোজা যেন কৰি ক'লে,

"তেওঁ কোঠাত সোমাই চুলি ফণিয়াইছে?"

"আমি ফুৰিবলৈ যাওঁ ব'লা হেৰিয়েট।"

প্ৰথমতে হেৰিয়েটে যাব নুখুজিছিলে, কিন্তু সিপিনেদি চুলি আঁচোৰা পৰ্বটো দীঘলীয়া হোৱা দেখি কেইমিনিটমানৰ বাবে তাই হ্যগৰ লগত যাবলৈ মান্তি হ'ল।

প্ৰথম বাৰ তাইৰ গাত হাত দিবলৈ চেষ্টা কৰাৰ পিচৰপৰাই হ্যগে শালীনতা ৰক্ষা কৰি চলিবলৈ কৰা প্ৰতিজ্ঞা ৰক্ষা কৰি আছিল। এই কথাত হেৰিয়েটে সন্তোষ পাইছিল সঁচা, কিন্তু হতাশো হৈছিল। আত্মবিশ্বাস তাইৰ আছিল, পিছে অলপ প্ৰলোভনো তাই উপভোগ কৰিবলৈ পালে ভাল পালেহেঁতেন।

তেওঁলোক দুয়ো গৈ পুৰণিকলীয়া ৰোমান দলংখনৰ ওখ মাজভাগ পালেগৈ। নৈৰ পানীত তেতিয়া প্ৰচণ্ড সোঁত। আউছে নদীয়ে পাৰ ভাঙিছিল। সোঁতত কাঠৰ টুকুৰা আৰু অনেক প্ৰকাৰ জাঁজ উটি গৈছিল।

"হেৰিয়েট, সোণজনী, এলিজাই এই সোঁতৰ পকনীয়াত ঘূৰিবলৈ কিমান যে ভাল পালেহেঁতেন, নহয়নে? সৌ কাঠৰ টুকুৰাটো পাকঘূৰণি খাই খাই যে গৈ আছে, ঠিক তেনেকৈয়ে এলিজাও গৈ থাকিলহেঁতেন... পিছে, হায় ভগৱান, মিচ ৱাৰ্নে শুনিলে বুলিব কি?"

হেৰিয়েটে হাঁহি লুকুৱাবলৈ মূৰ ইফাললৈ ঘূৰালে। হ্যগে বৰ বেয়া কথা কয়, কিন্তু মানুহটো বেচ ফুচুৰী।

হেৰিয়েট, হাঁহিলে তোমাক ইমান ভাল লাগে। ইমান সুন্দৰ দেখায়।... ইমান সুৱদী শুনায়। ইমান ৰঙিয়ালি।"

হেৰিয়েটে বুজিলে সমৰ সন্মুখতে। তেওঁ বুকু ডাঠ কৰিবলে।

---

## ॥১১॥

# হগৰ কথা (অবিৰাম)

পিচদিনা শ্যেলী ভবাতকৈ আগতে ঘূৰি য়ৰ্ক পালেহি। তেওঁ ঘৰলৈ যোৱাৰ ফল একো নধৰিলে। দেউতাকে তেওঁক দেখা কৰিবলৈকে নিদিলে। শ্যেলীৰ বিয়াখন তেওঁ অক্ষমণীয় অপৰাধৰ কাৰ্য্য বুলি গণ্য কৰিছিল।

কেপ্তেইন পিনফলণ্ডক তেওঁ ক'লে, "এগাল জহৰা পোৱালি মই পোহপাল দিব পাৰোঁ, তাত মোৰ আপত্তি নাই, কিন্তু সেইজনীক বিয়া কৰায়.... তাৰ কথা মোৰ আগত আৰু নক'ব।"

মিচ হিট্‌চনাৰেও, কোনোবাই ক'ৰবাত বদনাম ৰটিব বুলি ভাবি, শ্যেলীৰ লগত য়ৰ্কলৈ আহিবলৈ মান্তি নহ'ল। লণ্ডনত তেওঁ গম পালে বোলে এলিজা ইতিমধ্যে য়ৰ্কলৈ গ'লেই। তেওঁলৈ নৰ'লেই। ক্লান্ত দেহমন লৈ শ্যেলী য়ৰ্ক পালেগৈ। পত্নী আৰু বন্ধুৰ সান্নিধ্যৰ উষ্ণতাতে তেওঁ সান্ত্বনাৰ থল বিচাৰি পাব বুলি আশা কৰিছিল। কিন্তু ঘৰৰ পৰিস্থিতি দেখা পাই তেওঁ বিব্ৰত আৰু বিহ্বল হৈ পৰিল।

এলিজাই কোঠাত সোমাই ওৰে দিন চুলি ফণিয়াই থাকে। হেৰিয়েট আৰু হগৰ মাজতো আগৰ দৰে মুকলি, অন্তৰংগ হাঁহি ধেমালি কৰি লাগবান্ধ নোহোৱা কথা-বতৰা পতাৰ সম্পৰ্ক নাই। তেওঁলোক যেন পৰস্পৰৰপৰা দূৰত। হগে হেৰিয়েটক কিবা এটা ক'লত তাই চমুকৈ উত্তৰ দি থ'লে। গোটেই পৰিবেশটো গোমা, অস্বস্তিকৰ।

হেৰিয়েট আৰু শ্যেলী অকলে লগালগি হ'লতে শ্যেলীয়ে ক'লে, "মৰমীজনী, হগৰ প্ৰতি তোমাৰ এই উদ্ধত আচৰণ মই ভাল পোৱা নাই। তেওঁ মোৰ পৰম মিত্ৰ। মোৰ অনুপস্থিতিত তেওঁ তোমাৰ তত্ত্বাৱধান লৈছে। এতিয়া তোমাৰ লগত বাইদেৱেৰা আছেহি বাবেই তুমি হগৰ প্ৰতি বীতৰাগ হোৱাটো উচিত হোৱা নাই। তেওঁক মই ভাই হেন জ্ঞান কৰোঁ।"

হেৰিয়েটে হুমুনিয়াহ ছাৰিলে। বক্ৰোক্তি কৰি ক'লে, "বেচ বন্ধুতো!"

হেৰিয়েটৰ কথা শুনি শ্যেলী অবাক হ'ল। কথাবোৰ তেওঁক ভাঙিপাতি

ক'বলৈ ক'লে।

হেৰিয়েটে আদ্যোপান্ত বিবৰিলে। "সি মোৰ গাত হাত দিছে... দুবাৰ। প্ৰথমবাৰ সি মোক ক'লে বোলে মোৰ প্ৰেমত সি পাগল হৈ গৈছে... মই সি চুপতি কৰিছে বুলি ধৰি ল'লোঁ... আৰু তেনে কথা দুনাই নক'বলৈ তাক কলোঁ। মই ভাবিলোঁ সেই আধ্যাৰ সিমানতে শেষ হ'ল। আনকি তোমাকো এই কথা কোৱাৰ অভিপ্ৰায় মোৰ নাছিল। কিন্তু কালি সি আকৌ আৰম্ভ কৰিলে। কালি সি মোক কৈ দিছে মই নহ'লে হেনো সি জীয়াই থাকিব নোৱাৰে আৰু তাৰ প্ৰেমত মই সন্মতি নিদিলে সি বোলে আত্মহত্যা কৰিব।"

শ্যেলীয়ে গাৰ তেজ গোট মৰা যেন পালে। তেওঁৰ হৃৎস্পন্দন যেন স্থবিৰ হৈ গ'ল।

"হগে? হগে এই কাম কৰিছে? তুমি তাক কিয় নক'লা যে...?"

"আস, মই ক'ব পৰা আটাইবোৰ কথা ক'লোঁ। কলোঁ যে সি তোমাৰ সজ বন্ধু নহয়, শঠ মিত্ৰহে, কলোঁ যে সি তোমাক বিশ্বাসঘাতকতা কৰিছে... কিন্তু সি উত্তৰ দিলে বোলে প্ৰেমত পৰিলে এইবোৰ কথাৰ কি মানে থাকে? পাৰ্চিয়ে এইবোৰ কথা ভাবিব পাৰে... তেওঁ নিৰাবেগ আৰু বিশুদ্ধ চিত্তৰ লোক। নৈতিকতাৰ কথা তেওঁ পাতিব পাৰে।... কিন্তু মই তোমাৰ প্ৰেমত পৰিছোঁ... গতিকে আন কথা ইয়াত অদৰকাৰী।... তদুপৰি, আমিনো শ্যেলীৰ কি অনিষ্ট কৰিম? তেওঁতো জনাৰ দৰকাৰ নাই। তুমি মোক তোমাৰ প্ৰেম দিবা, তেওঁক দিবা তোমাৰ স্নেহ— তাত ক্ষতি ক'ত? তেওঁ তোমাৰ কথা ইমানকৈ ভাবে নে?"

"হগে এইদৰে কৈছে?"

"ওঁ, তেনেকৈ এইদৰে কৈছে আৰু আন বহুতো কথা কৈছে। কৈছে বোলে তুমি কথাবোৰত হকে বিহকে যুক্তিৰ অৱতাৰণা কৰা, আদৰ্শৰ বেলিকা তুমি যেন এক উজ্জ্বল আলোক, কিন্তু আবেগ অনুভূতিৰ বেলিকা তুমি বৰফ তুল্য—কিন্তু জীৱনত আবেগ অনুভূতিহে ঘাই কথা।... মই তেওঁৰ কথাৰ জবাব যি পাৰোঁ দিলোঁ..."

হেৰিয়েটৰ মুখৰপৰা এই কথাবোৰ শুনি শ্যেলী চোফাখনত ঢাল খাই পৰিল। হঠাতে সমস্ত জগতখন যেন ধূসৰ ওৰণিৰ তলত ঢাকখাই পৰিলে। তেওঁ মূৰটো আচন্দ্ৰাই কৰা যেন পালে, তেওঁৰ গাটো জাৰত জিকাৰ খাই উঠিল।

"হগৰ তত্ত্বাৱধানত মই মোৰ পত্নীক পৰম বিশ্বাসত থৈ গ'লোঁ আৰু সেইটো সুযোগতে সি তেওঁক বেইজ্জতী কৰিবলৈ বিচাৰিলে!... সেইটো হগ যাৰ মুখলৈ একান্তভাৱে থৰ লাগি চাই থাকি সেইদৰে চাই থাকিলেই সংসাৰখনকো নিক্য কৰিব পৰা যাব বুলি মই ভাবিছিলোঁ! ...ইয়াতকৈ লজ্জাজনক কাৰ্য্য আৰু কি হ'ব পাৰে! ...তথাপিতো, অক্সফৰ্ডৰ দিনবোৰৰ কথা ভাবিলে হগৰ উন্নত চৰিত্ৰ আৰু স্বাৰ্থশূণ্যতাৰ কথাই মোৰ মনলৈ আহে!... মই তেওঁৰ লগত কথা হ'ব লাগিব, তেওঁ যে যুক্তিহীন কাম কৰিছে সেইকথা তেওঁ উপলব্ধি কৰিব লাগিব।" শ্যেলীয়ে হেৰিয়েটক আলফুলকৈ এটা চুমা খালে আৰু হগক তেওঁৰ লগত য়ৰ্ক চহৰৰ সীমাৰ বাহিৰত পৰা বিস্তীৰ্ণ মুকলি পথাৰৰ পিনে খোজ কাঢ়িবলৈ অনুৰোধ কৰিলে। এখুন্দা বেচকৈ লাগিব বুলি হগে বুজিলে। ইয়াৰ বাবে তেওঁ সন্ত্ৰম হৈয়ে আছিল। তেওঁ কোনো কথাকে অস্বীকাৰ নকৰিলে।

"এৰা কথাটো সঁচা। এডিনবৰাত প্ৰথম দিনা দেখাৰপৰাই মই হেৰিয়েটৰ প্ৰেমত পৰিছোঁ। ৰূপহী নাৰীৰ প্ৰতি মোৰ দুৰ্বলতা সদায় আছে। হেৰিয়েটতো মনোমোহিনী ধুনীয়া। আকৌ কৈছোঁ, দেখা মাত্ৰকতে মই তেওঁৰ প্ৰেমত পৰিছিলোঁ।"

"ই তোমাৰ প্ৰেম নহয়, লালসা। পাশৱিক প্ৰবৃত্তি। যি মহিমান্বিত প্ৰেমে মানুহক পশুৰপৰা নিলগ কৰে, সেই প্ৰেম এই নহয়। তোমাৰ এই আসক্তিক প্ৰেম বুলি কৈছা, হগ? অলপ ভাবি চোৱা। প্ৰেম মানে আত্ম-বিস্মৃতি, প্ৰেমে বিচাৰে প্ৰেমাস্পদৰ সুখ। তুমি হেৰিয়েটৰ সুখ সাধন কৰিব নোৱাৰিবাঁ, তেওঁৰ দুঃখৰ কাৰণ হে হবা। সেইবাবেই কৈছোঁ যে তোমাৰ অনুভূতি প্ৰেমৰ বাবে নহয়, স্বাৰ্থপৰতাৰহে।"

"যিহকে বোলা বোলা।... কথাবোৰৰ কি অৰ্থ হয়'? যি কি নহওক, ই হ'ল এক তীব্ৰ আসক্তি। ই দুৰ্নিবাৰ। নহ'লে মই ইয়াৰ বিৰুদ্ধে যুঁজিলোহেঁতেন।'

'কোনো আসক্তিয়েই দুৰ্নিবাৰ নহয়। আমাৰ ইচ্ছাশক্তি সদায়েই বিজয়ী হ'ব পাৰে।... তুমিতো মোৰ কথা নাভাবিলাঁ। এই কথাটো শুনি মই মৰ্মাহত হৈছোঁ। ই মোক বহুত বুঢ়া কৰি পেলালে। কুৰি বছৰ ধৰি কষ্ট খালেও মোৰ এনে গতি নহ'লহেঁতেন।... মোৰ হিয়াখন দেইপুৰি গৈছে।... হেৰিয়েটৰ কথাওতো ভাবিব লাগে। এই গোটেই

পৰিস্থিতিটো তেওঁৰ বাবে অত্যন্ত বেদনাদায়ক হৈছে বুলি তুমি কিয় ভবা নাই?”

হ্গৰ গালমুখ শেঁতা পৰিল। তেওঁ তলমূৰকৈ ৰ'ল। তেওঁক বৰ লজ্জিত আৰু অসুখীয়া যেন দেখালে। আচলতে তেনে হৈছিলোঁ। তেৱোঁ শ্যেলীক ভাল পাইছিল। নিজৰ আচৰণক তেওঁ এতিয়া তীব্ৰ গৰিহ্ণা দিলে। হ্গৰ মনলৈ ভাব আহিল যে এনে এগৰাকী বন্ধুৰ বাবে ত্যাগ কৰিব নোৱৰা নাৰী পৃথিৱীত ক'তো নাই। তেওঁ শ্যেলীৰ ওচৰত দুঃখ প্ৰকাশ কৰিলে। ক'লে, “মই এই সব কথা পাহৰি যাবলৈ চেষ্টা কৰিম। তুমি আৰু হেৰিয়েটেও মোক ক্ষমা কৰিবলৈ যত্ন কৰিবা। আগৰ দৰে জীৱন যাপন কৰিবলৈ আমি নতুনকৈ আৰম্ভ কৰোঁহক। এতিয়াৰপৰা আৰু মোক খং কৰি নাথাকিবাঁ...।”

“মই তোমাক খং কৰা নাই। মই তোমাৰ আচৰণহে ঘিণ কৰিছোঁ, তোমাক ঘিণ কৰা নাই। মোৰ বিশ্বাস, এনে এটা দিন আহিব যিদিনা তুমিও এই মাৰাত্মক ভুলটো মই এতিয়া যিমান বিৰক্তিৰে চাইছোঁ, তুমিও চাবাঁ। সেই দিনটো যেতিয়া আহিব, তেতিয়া তুমি এই ভুলৰ বাবে আৰু দায়ী হৈ নাথাকিবাঁ। দোষী মানুহৰ দোষৰ বাবে অনুশোচনা হ'লে তেওঁৰ সলনি হয়। সেই অনাগত দিনটো আহিলে মই তোমাক কেতিয়াও আৰু দোষাৰোপ নকৰিম। মানুহ এজনে অতদিনে কি কৰি আহিছে সেই বিবেচনাৰে মই তেওঁৰ মূল্যায়ন নকৰোঁ, এই মুহূৰ্ত্তত তেওঁ কি সেই বিবেচনাৰেহে কৰোঁ।”

নিজৰ খং আৰু ঈৰ্ষা দমন কৰি আৰু হ্গৰ বাবে মুক্তিৰ পথ দেখুৱাই দি শ্যেলীৰ মনত ইমান সন্তোষ লাগিল যে হ্গৰ দোষ তেওঁ প্ৰায় পাহৰিয়েই পেলালে।

কিন্তু তিৰোতা মানুহবোৰ ইমান সহজে ক্ষমাপৰায়ণ নহয়। শ্যেলী উভতি গৈ, দোষীক তেওঁ ক্ষমা কৰি দিলে বুলি ঘোষণা কৰিলত এলিজাই প্ৰতিবাদ কৰি চিঞৰি দিলে— “কি? তাক ক্ষমা কৰি দিছাঁ? তাৰ মানে সেই মানুহটোৰ সৈতে একেটা ঘৰতে তুমি থাকিব খুজিছাঁ? হায় ভগৱান! বেচেৰী হেৰিয়েটে এই অৱস্থা সহ্য কৰিব কেনেকৈ?”

পিচদিনা নিজৰ চেম্বাৰৰপৰা ঘূৰি আহি হ্গে দেখিলে ঘৰ উদং।

---

॥১২॥

# পৌৰুত্বৰ লগত প্ৰথম মুখামুখি

হগক দুৰ্ভাগ্যৰ কাৰণ বুলি ভাবি লৈ শ্যেলী, হেৰিয়েট আৰু এলিজা তেওঁৰ ওচৰৰপৰা পলাল। তেওঁলোকে লে'কচলৈ যাবলৈ ঠিক কৰিলে। আগতে পোলাণ্ড ষ্ট্ৰীটত ঘৰ লোৱাৰ এক আনুভূতিক কাৰণ থকাদি এইবাৰো এটা তেনে কাৰণ আছিল। দুগৰাকী মহান কবি— দুয়ো উদাৰপন্থী— ছাদি (Southey) আৰু ক'লৰিজ বহুতদিন ধৰি লে'ক ডিষ্ট্ৰিক্টতে বসবাস কৰি আছিল। কি ঠিক, ভাগ্য ভাল থাকিলে তেওঁলোকৰ লগত হয়তো দেখা হৈয়ো যাব পাৰে! তেওঁৰ আদৰ্শত বিশ্বাসী, সমভাবাপন্ন বিৰল মনীষী দুগৰাকীৰ লগত পৰিচয় হোৱাতকৈ ডাঙৰ সৌভাগ্য আৰু কি হ'ব পাৰে!

শ্যেলীহঁতে কেচউইকত এটা সুন্দৰ সৰু কুটীৰ ভাৰালৈ পালে। কুটীৰটো আছিল ফুলনি এখনৰ মাজত। ফুলনিখনৰ ওপৰত তেওঁলোকৰ অধিকাৰ নাছিল, কিন্তু গৃহস্বামীগৰাকীয়ে শ্যেলী আৰু হেৰিয়েটক ফুলনিৰ ভিতৰত ফুৰাচকা কৰিবলৈ দিছিল। এই তৰুণ দম্পতীক তেওঁ এহাল পথভ্ৰষ্ট শিশু বুলিহে ধৰিছিল। তাতকৈ বেলেগ কিবা বুলি ভবা নাছিল।

শ্যেলীৰ ডাকটোপোলাৰ ওজন বুজিবলৈ ডাকোৱালক সৰহ দিন নালাগিল। প্ৰথমতে, হগৰ লগত চিঠি দিয়া দি আৰম্ভ হ'ল। সেইটো শ্যেলীৰ বাবে বৰ হতাশজনক হ'ল। হগে হেৰিয়েটলৈ দীঘল দীঘল চিঠি লিখিবলৈ ল'লে। তাইক সন্মান কৰি চলিব বুলি সি শপতশাতি খাই লিখিলে। লগতে তাইক সি চিৰকাল ভাল পাই থাকিব বুলিও জনালে। এনে অপ্ৰত্যাশিত প্ৰেমনিষ্ঠাৰ প্ৰকাশে তাইক বিৰক্ত কৰিলে, কিন্তু মনে মনে তাইৰ গৰ্ববোধো হ'ল। শ্যেলীয়ে তাইক কৈছিল বোলে সময় আৰু দূৰত্বই তাক তাইলৈ পাহৰাই পেলাব, পিছে সেই কথাত সন্দেহ প্ৰকাশ কৰি তাই মূৰ জোকাৰিলে। তাইৰ প্ৰেমিকৰ মনৰ দুঃখত তাই সঁচাকৈয়ে দুঃখিত হৈছিল। কিন্তু তাইৰ প্ৰতি ওপজা তাৰ প্ৰেমাসক্তি নিৰ্বাপিত কৰিব পৰা যাব বুলি ভাবিলে তাই বোধহয় আৰু দুঃখিত

হ'লহেঁতেন। তাই শ্যেলীক ক'লে, "দূৰত্বই সৰুসুৰা ব্যথা শাম কটাব পাৰে, কিন্তু গভীৰ বেদনা বঢ়ায়হে।" এখন চিঠিত হৃগে লিখিলে বোলে হয় হেৰিয়েটে তাক ক্ষমা কৰিব লাগিব, নহয় তাইৰ চৰণছায়াত তাৰ নিজৰ লাওখোলা সি উৰাই দিব। এই কথাত হেৰিয়েটে নিজকে বিজয়িনী বুলি ভাবিলে, লগতে তাই ভয়ো খালে। তাই বিষণ্ণও হ'ল। কিন্তু কোনো পিস্তলৰ আৱাজে বহুত দিনলৈকে তেওঁলোকৰ ফুলনিৰ মাজত নিৰ্জনতা ব্যাহত নকৰা দেখি তাই আশ্বস্ত হ'ল—লগতে হতাশো হ'ল।

মিচ হিট্‌চনাৰেও চিঠি লিখে। হৃগৰ লগত মনোমালিন্য হোৱাৰ পিচৰেপৰা শ্যেলীৰ বিশ্বাসভাজন ব্যক্তি বুলিবলৈ একমাত্ৰ তাইহে আছিল। প্ৰায় প্ৰতিদিনেই তেওঁ তাইলৈ কেইবাপৃষ্ঠাজোৰা জৰুৰী চিঠি লিখে। সেইবোৰত তেওঁ নিজৰ আদৰ্শ প্ৰতিফলিত কৰে। হেৰিয়েটেও গিৰিয়েকৰ উচ্ছ্বসিত চিঠিৰ লগতে আবেগেৰে কেইটামান শাৰী লিখি তাইক সিহঁতৰ লগত দিনদিয়েক থকাকৈ যাবলৈ নিমন্ত্ৰণো কৰে।

ডিউক অফ্ নৰফক মহাশয়ৰ বাসস্থান শ্যেলীহঁতৰ ওচৰতে আছিল। আগতে এবাৰ তেওঁ পিতাকৰ লগত শ্যেলীৰ মিলমাল কৰাই দিছিল। এতিয়া টকা-সিকাৰ সমস্যাটো বৰ ডাঙৰ হৈ পৰিলত শ্যেলীহঁতে আকৌ এবাৰ তেওঁলৈ লিখাৰ কথা ভাবিলে। প্ৰত্যুত্তৰত ডিউক মহাশয়ে শ্যেলী, হেৰিয়েট আৰু এলিজাক গ্ৰেষ্ট'কত সপ্তাহৰ শেহৰ দিনকেইটা কটাবলৈ নিমন্ত্ৰণ জনালে। তেওঁৰ মনৰ স্বাভাৱিক উদাৰতাৰ হেতুকেই বোধহয় তেওঁৰ শ্যেলীৰ প্ৰতি সহানুভূতি আৰু আগ্ৰহ হৈছিল। বৃহৎ ৰাজনৈতিক দল এটাৰ মূৰব্বী হিচাপে শ্যেলীৰ লগত সদ্ভাৱৰ সম্পৰ্ক স্থাপিত কৰাটো তেওঁ কৰ্ত্তব্য বুলিও বোধহয় বিবেচনা কৰিছিল। কাৰণ বয়ঃপ্ৰাপ্ত হ'লেই শ্যেলী পাৰ্লামেণ্টৰ সদস্য হ'ব, আৰু বছৰি ছয় হেজাৰ পাউণ্ডকৈ উত্তৰাধিকাৰ সূত্ৰে পাব! ভাবীকালৰ এনে এজন ব্যক্তিৰ প্ৰতি সহানুভূতি প্ৰকাশ কৰাটোৱেইতো বুদ্ধিমানৰ কাম!

গ্ৰেষ্ট'কত হেৰিয়েটে তেওঁৰ আচৰণৰ স্বাভাৱিক মাধুৰ্য্যৰে ডিউক পৰিয়ালৰ মন মুহিলে। ডিউক পত্নীক শ্যেলীৰ বিয়া কেনেদৰে হৈছিল সেই কথা আগতেই অৱগত কৰোৱা হৈছিল। হেৰিয়েটৰ ৰূপৰ চমক আৰু আচৰণৰ নম্ৰতা আৰু মাধুৰ্য্যৰদ্বাৰা তেওঁ বৰ মুগ্ধ হ'ল। তাইক

তেওঁৰ বৰ ভাল লাগিল। হেৰিয়েটৰ মতে, "আমকি এলিজাকো বেচ 'সুন্দৰী' বুলিয়েই ডিউক পৰিবাৰে গণ্য কৰিছিল। ডিউক মহাশয়ৰ ওচৰ চপাটো কামত আহিল। নিজৰ জীয়েক দুজনী এগৰাকী ডিউকৰ আলহী হোৱা কথাটো কাণত পৰিলত আৰু তেওঁৰ জোঁৱায়েক ডিউকৰ কাৰেঙলৈ হাতত মাত্র এক গিনিহে লৈ গৈছিল বুলি জানিলত, মিঃ ৱেষ্টব্ৰুকৰ কিছু সুবুদ্ধিৰ উদয় হ'ল। জীয়েক-জোঁৱায়েকক অলপ বদান্যতা দেখুওৱাটো ভাল হ'ব বুলি তেওঁ ভাবিলে। তৰুণ দম্পতী যুগলক তেওঁ দুশ পাউণ্ডৰ বাৰ্ষিক ভাট্টা এটা দিবলৈ ঠিক কৰিলে।

শ্যেলীৰ পিতাকো পিচপৰি নাথাকিল। ডিউক অফ্ নৰফক হ'ল তেওঁৰ দলৰ মুৰব্বী। তেওঁ মিঃ শ্যেলীক পুতেকৰ প্রতি কিছু দয়াপৰবশ হ'বলৈ ক'লে। তেওঁৰ কথা শ্যেলীৰ পিতাকে পেলায় কেনেকৈ! গতিকে পুতেকক বছৰি পুনৰ দুশ পাউণ্ডকৈ দিবলৈ তেওঁ মান্তি হ'ল। এইদৰেই শ্যেলী দম্পতীৰ টকাপয়চাৰ সমস্যাটোৰ সমাধান হ'ল।

কিন্তু পাৰ্চিৰ বাবে প্রধান সন্তোষৰ কাৰণ হ'ল এইহে যে তেওঁ নিজে ক'তো সেও নমনাকৈয়ে এই সুযোগবোৰ লাভ হ'ল। নিজৰ খুটি তেওঁ ক'তো লৰোৱা নাছিল। তেওঁ স্পষ্টকৈ এই বুলি ঘোষণা কৰিলে যে "যিমানেই ডাঙৰ সা-সুবিধা তেওঁলৈ নাহক কিয়, ৰাজনৈতিক আৰু ধৰ্মীয় মতাদৰ্শৰ সম্পৰ্কত তেওঁ নিজৰ মতামত চেপি নাৰাখে।... এনেবোৰ পদ্ধতি আমাৰ দুয়োৰে বাবেই অখ্যাতিকৰ হ'ব।" তেওঁৰ পিতাকে উত্তৰ দিলে, "অচিনাকি লোকক ঠগবাজি কৰি হাৰাশাস্তি কৰাত বাধা দিবলৈহে বছেৰেকীয়া ভাট্টাটো দিয়া হৈছে।" শ্যেলীৰ ভাবাদৰ্শ পিতাকে ইমানেই হৃদয়ংগম কৰিব নোৱাৰিছিল!

* * *

গ্ৰেষ্ট'কত শ্যেলীৰ উইলিয়াম কেলভাৰ্ট নামেৰে চাদিব জনৈক বন্ধুৰ লগত চিনাকি হ'ল। তেওঁ শ্যেলীক কবিজনাৰ ওচৰলৈ লৈ যাবলৈ ওলাল। নিজৰ একান্ত মনোমত কবি এগৰাকীৰ লগত শ্যেলীৰ পৰিচয় হোৱাৰ সুযোগ ওলাল। কিন্তু চাদিৰ লগত দেখাদেখি হ'লত তেওঁ অতি আচৰিতো হ'ল কাৰণ তেওঁৰ কল্পনাত যি কোনো কবিমূৰ্তিয়েই

আছিল অত্যন্ত মনোমুগ্ধকৰ আৰু অপাৰ্থিব!

কিন্তু শ্যেলীয়ে গৈ দেখিলে যে কথাটো তেওঁ ভবাৰ বিপৰীত। চাদিৰ ঘৰটো বেচ সুসজ্জিত আৰু আৰামদায়ক। শ্ৰীমতী চাদিক দেখিলে ৰান্ধনী আৰু গৃহকৰ্ত্ৰী যেনহে লাগে, কাব্যাধিষ্ঠাত্ৰী দেৱী যেন নালাগে। আচলতে তেওঁ আছিল এগৰাকী সাজপাৰ তৈয়াৰ কৰা মহিলা। গাউন চিলাই কৰি বৈ যোৱা টুকুৰা কাপোৰবোৰেৰে তেওঁ গিৰিয়েকৰ কিতাপ বান্ধিছিল। কাপোৰৰ পেৰাবোৰেই আছিল তেওঁৰ কৰ্মক্ষেত্ৰ। তাতেই তেওঁ নিজৰ কৰ্মকুশলতাৰ প্ৰমাণ দিছিল। সৰহভাগ গতানুগতিক ৰুচিৰ, বিৰক্তি লগা গৃহকৰ্ত্ৰীৰ দৰেই ছাদি পত্নীয়েও টকা-পইচা, ৰন্ধা-বঢা আৰু চাকৰ-বাকৰৰ কথাহে পাতিছিল। আন কথা নাছিল। এনেবোৰ তুচ্ছতাৰ প্ৰতি কবি আছিল নিৰ্বিকাৰ। তেওঁ আছিল সাধুলোক, কিন্তু বিচাৰ ক্ষমতা তেওঁৰ নাছিল। প্ৰচলিত সামাজিক পদ্ধতিটোৰ যে পৰিৱৰ্তন প্ৰয়োজনীয় সেই কথা তেওঁ মানি লৈছিল কিন্তু পৰিৱৰ্তন যে লাহে লাহেহে আহে সেই কথাও তেওঁ ক'লে। তেওঁ আৰু এষাৰ বিৰক্তিকৰ কথা ক'লে। কথাষাৰ হ'ল এই— "তুমি বা মই এজনো এই পৰিবৰ্তন অহা চাবলৈ নাথাকোঁ।" 'কেথলিক এমানচিপেশ্যন' আৰু 'পাৰ্লামেণ্টৰী ৰিফ'ৰ্ম'ৰ তেওঁ বিৰোধী আছিল। আটাইতকৈ বেয়া কথা হ'ল যে তেওঁ নিজকে এজন খ্ৰীষ্টিয়ান বুলি ঘোষণা কৰিলে। কথাষাৰ শুনি শ্যেলীৰ অন্তৰ ব্যথিত হ'ল। তেওঁ চাদিৰ ওচৰৰপৰা লৰালৰিকৈ আঁতৰ হ'ল।

চাদি আছিল কামৰ মানুহ, হ'লেও শ্যেলীয়ে তেওঁৰ বিষয়ে কি ধাৰণা ল'লে সেই কথা তেওঁ অনুমান কৰিব নোৱাৰিলে। শ্যেলী ওলাই যোৱাৰ পিচত তেওঁ মন্তব্য কৰিলে, "এইটো এটা অসাধাৰণ ল'ৰা।" "এক বিপুল সম্পত্তিৰ উত্তৰাধিকাৰী হোৱাটোৱেই তাৰ বেজাৰৰ প্ৰধান কাৰণ যেন লাগিল। তাৰ বয়সত মোৰ হাতত পেনি এটাও নথকা বাবে মই যিমান বিতত হৈছিলোঁ, এতিয়া বছৰি ছয় হেজাৰ পাউণ্ডকৈ পাব বাবেও সি সমানেই চিন্তিত হৈছে। ইয়াৰ বাহিৰেও, সি মোক মোৰ নিজৰ অতীতটো সোঁৱৰাই দিয়ে। ১৭৯৪ চনত মই যি আছিলোঁ, এতিয়া সিও তেনেই। সি নিজকে নিৰীশ্বৰবাদী বুলি ভাবে, আচলতে কিন্তু সি সৰ্বেশ্বৰবাদীহে। এইটো হ'ল এটা ল'ৰালি

কালৰ বেমাৰ। আমি সকলোৱে ইয়াত ভুগিছোঁ। তাৰ ভাগ্য ভাল যে সি মোক লগ পালে। মোতকৈ ভাল চিকিৎসক আৰু সি ক'ত পালেহেঁতেন! মই তাক বাৰ্কলে পঢ়িবলৈ কৈছোঁ, আৰু এসপ্তাহ নৌ পাৰ হওঁতেই সি বাৰ্কলেৰ ভক্ত হৈ পৰিব। তাক পুৰাপুৰিকৈ বুজি পোৱা আৰু তাৰ প্ৰতি সুবিচাৰ কৰা মানুহ এটা জীৱনত পোন প্ৰথমবাৰৰ বাবে লগ পাই সি অতিশয় আচৰিত হৈছে।... ভগৱানে আমাক সহায় কৰক! সংসাৰখনৰ বহুতো শুধৰণিৰ দৰকাৰ, পিছে এই ডেকাটিয়ে এই বিষয়ত সঠিক বাটেদি বাট বুলা নাই। তথাপিতো, বছৰি ছয় হেজাৰ পাউণ্ডকৈ পালে তাৰে সি অনেক হিত সাধন কৰিব পাৰিব—এই এটা কথাত মই তাক পতিয়ন নিয়াব পাৰিম বুলি মোৰ ধাৰণা হৈছে।"

এইদৰেই যৌৱন আৰু প্ৰৌঢ়ত্বৰ লগালগি হ'ল। যৌৱনে প্ৰৌঢ়ত্বলৈ শ্ৰদ্ধাৰে কিন্তু অস্থিৰতাৰে চালে। কিন্তু প্ৰৌঢ়ত্বই যৌৱনক চালে প্ৰশ্ৰয়ৰ ভাবেৰে আৰু অধিক পৰিশীলিত মন এটাৰ জোৰেৰে তাক প্ৰভাবিত কৰিবলৈ নিজৰ ওচৰতে অংগীকাৰবদ্ধ হ'ল। কিন্তু ভিন ভিন যুগৰ দুটা ভিন্নসুৰী মন যে লিবনিজৰ (Leibniz) নমাড (অণৱী লোক) বোৰৰ দৰে পৰস্পৰৰ মৰ্মগ্ৰাহী হ'ব নোৱাৰে, সেই কথা প্ৰৌঢ়ত্বই পাহৰি গ'ল।

চাদি আৰু তেওঁৰ পত্নীয়ে এই তৰুণ দম্পতীক যিমান পাৰে সিমান সহায় কৰিবলৈ তৎপৰ হ'ল। শ্যেলীৰ ভাৰাঘৰৰ মালিকক 'চেষ্টনাট কটেজ'ৰ সাপ্তাহিক ভাৰাটো কমাই দিবলৈ চাদিয়ে মান্তি কৰালে। হেৰিয়েটে গৃহস্থালি এখন চলোৱাৰ আওভাও একো নাপাইছিল—চাদিৰ পৰিবাৰে তেওঁক ৰন্ধা-বঢ়া কৰা, ইস্ত্ৰি কৰা আদি বিষয়ত বহুত শিকালে। তেওঁ আনকি মেজত পৰা কাপোৰ আৰু বিছনা চাদৰো ধাৰলৈ দিলে। এইটো আছিল এক বিশেষ অনুগ্ৰহ। পিছে শ্যেলীয়ে এটা কথা গম পালে আৰু তাৰ পিচত প্ৰৌঢ়ত্বই আগবঢ়োৱা সমগ্ৰ দয়া আৰু অনুগ্ৰহৰ কাৰ্য্য অৰ্থহীন হৈ পৰিল।

এখন আলোচনীত চাদিয়ে লিখা এটা প্ৰবন্ধত এদিন শ্যেলীৰ হঠাতে চকু পৰিল। তাত লেখকে ৰজা তৃতীয় জৰ্জ্জক 'সৰ্বশ্ৰেষ্ঠ ৰজা' বুলি অভিহিত কৰিছিল। এই অভিমত দেখদেখকৈয়ে তোষামোদৰ বাহিৰে আন একো নাছিল। চাদিৰ লক্ষ্য আছিল ইংলেণ্ডৰ ৰাজসভাৰ কবি

হোৱাটো। ৰাজকীয় সম্মান লাভৰ পথ সদায়েই দুৰ্গম। সেইবাবেই এই স্তাৱকতা। এনে প্ৰকাৰ নীচতাক শ্যেলীয়ে কেতিয়াও ক্ষমাৰ চকুৰে চাব নোৱাৰিছিল। শ্যেলীয়ে তেওঁলৈ লিখিলে যে সেই মুহূৰ্ত্তৰপৰা তেওঁক মজুৰি লৈ কাম কৰা ভৃত্য আৰু অপৰাধী কাৰ্য্যৰ সমৰ্থক বুলিহে গণ্য কৰা হ'ব আৰু তেওঁ কেতিয়াও তেওঁৰ (চাদিৰ) ওচৰ নাচাপিব।

চাদিৰ কথা তেওঁ ভাবিবলৈ এৰিছে, তেনেতে তেওঁ গডউইনক আৱিষ্কাৰ কৰিলে—পলিটিকাল জাষ্টিচ নামৰ গ্ৰন্থৰ লেখক, বিবাহ অনুষ্ঠান বিনাশকাৰী, ভগৱদ্বাদৰ ঘোৰ বিৰোধী, নিৰীশ্বৰবাদী, ৰিপাব্লিকান আৰু বিপ্লৱী, মহান গডইউনক তেওঁ আৱিষ্কাৰ কৰিলে। গডউইন তেতিয়াও জীৱিত আছিল। তেওঁ বাস কৰিছিল লণ্ডনত। আন দহজনৰ দৰে তেওঁৰো এটা ডাকযোগে চিঠি পঠোৱাৰ ঠিকনা আছিল। যেয়ে ইচ্ছা কৰে সেয়ে নৈতিক উৎকৰ্ষ সম্পৰ্কে নৈতিক উৎকৰ্ষৰ বৰপূজাৰীলৈ চিঠি দিব পাৰে।

শ্যেলীয়ে গডউইনলৈ লিখিলে, 'অচিনাকি লোক এজনৰ চিঠি পাই আপুনি নিশ্চয় আচৰিত হ'ব। আত্ম পৰিচয়ৰ নামত আপোনাৰপৰা সুযোগ আদায় কৰিব খোজা নাই। কিন্তু মই বিচৰা সুযোগটো প্ৰথাগত নহ'লেও যুক্তিসিদ্ধ। মানবতাৰ মহত্তম স্বাৰ্থত, প্ৰচলিত শিষ্টাচাৰে মানুহক মানুহৰপৰা নিলগাই ৰখাটো উচিত নহয়।

গডউইন নামটোৱেই মোৰ মনত শ্ৰদ্ধা আৰু প্ৰশংসাৰ ভাব জগাই তোলে। তেওঁৰ চতুৰ্দ্দিশৰ পৰিব্যাপ্ত অন্ধকাৰৰ মাজত তেওঁক মই এক জ্যোতিশিখা বুলি গণ্য কৰোঁ।... সেইবাবে আপুনি জীৱিত আছে বুলি জানিব পাৰি আৰু আপোনাৰ বাসস্থানৰ ঠিকনাটো পাই মই যে কি অপৰিসীম আবেগত ডুব গৈছিলোঁ সেই কথা আপুনি অনুমান কৰিব নোৱাৰিব। মই আপোনাক সম্মানীয় প্ৰয়াতসকলৰ লেখতহে ধৰিছিলোঁ। হওঁক তেও, মোৰ এই ধাৰণা সঁচা নহয়। আপুনি এতিয়াও জীৱিত, আৰু মই ভাবোঁ এতিয়াও মানব কল্যাণৰ কথাকে চিন্তা কৰি আছে।

মানবজাতিৰ ক্ৰিয়াকলাপৰ লগত নিজকে জড়িত কৰাৰ মোৰ অলপদিনহে হৈছে। পিছে মোৰ আবেগ আৰু যুক্তিসমূহ আপোনাৰবোৰৰ লগত মিলে।... মোৰ [illegible], [illegible], কিন্তু ই [illegible]। মই জীৱনত [illegible] [illegible] [illegible] মোৰ [illegible] [illegible] মোৰ

বিচাৰবিবেচনাত স্পষ্টভাৱে মুদ্ৰিত হোৱাত সহায় কৰিছে।”

এই চিঠিখন পাই গডউইনে বৰ ভাল পালে। পলিটিকাল জাষ্টিচ প্ৰকাশ হওঁতে তেওঁৰ কথা সকলোৰে মুখে মুখে, কিন্তু অলপ দিন পিচতে তেওঁক যেন সকলোৱে পাহৰিলে। ‘ঘটনাবহুল’ জীৱনৰ কথা তেৱোঁ ক’ব পাৰে, কিন্তু তেওঁৰ তৰুণ শিষ্যজনৰ সমানকৈ নহয়। যাজকৰ বৃত্তিৰে তেওঁ জীৱন আৰম্ভ কৰিছিলে আৰু ত্ৰিছ বছৰ বয়সত তেওঁ নিজকে নিৰীশ্বৰবাদী আৰু ৰিপাব্লিকান বুলি ঘোষণা কৰিছিলে।

১৭৯৩ চনত তেওঁৰ বিখ্যাত পুথিখন প্ৰকাশ হয়। প্ৰধানমন্ত্ৰী পিটে ইয়াৰ বাবে তেওঁক দণ্ড বিহা হ’বনে নহয় ভাবি দোধোৰ-মোধোৰত পৰিছিল, কিন্তু পুথিখনৰ চৰা দামৰ কথা ভাবি—ইয়াৰ দাম ছয় গিনি কৰা হৈছিল—তেওঁ আশ্বস্ত হ’ল যে তাত সন্নিবিষ্ট কৰা বিপজ্জনক মতাদৰ্শবোৰ সৰ্বসাধাৰণৰ গুৰি নাপায়গৈ।

চাৰি বছৰৰ পিচত গডউইনে মেৰী ৱ’লষ্টনক্ৰেফটক বিয়া কৰায়। তেওঁ আছিল এগৰাকী প্ৰতিভাশালী লেখিকা। তেওঁলোক আগৰেপৰা বহু দিন একেলগে আছিল। এজনী ছোৱালীৰ জন্মৰ সময়ত তেওঁ ঢুকাল আৰু বিবাহ প্ৰথাৰ ঘোৰ বিৰোধী গডউইনে তৎক্ষণাত দ্বিতীয়বাৰ বিয়া কৰালে। এইবাৰ বিয়া কৰোৱা মহিলাগৰাকী আছিল জনৈকা বিধৱা মহিলা, নাম মিচেচ ক্লেৰমণ্ট। এই ভদ্ৰমহিলাগৰাকী তেওঁৰ ঘৰৰ কাষতে আছিল, আৰু ওপৰৰ মহলাৰ বাৰান্দাৰপৰা একান্ত চাটু কথা কৈ কৈ তেওঁ গডউইনৰ লগত চিনাকি হৈছিল।

গডউইন দম্পতীৰ জীৱন আছিল কণ্টকিত। তেওঁলোকৰ ল’ৰা-ছোৱালী হৈছিল পাঁচোটা। সিহঁতৰ প্ৰকৃত পিতৃ পৰিচয় আছিল সন্দেহৰ জালেৰে মেৰোৱা। প্ৰথমতে আছিল গডউইন আৰু মেৰী ৱলষ্টনক্ৰেফটৰ সন্তান। ছোৱালী। নাম আছিল মেৰী। প্ৰতিভাৰ লগত প্ৰতিভাৰ মিলনৰ পৰিণতি। তাৰ পিচত মিচেচ ক্লেৰমণ্টৰ পিনৰ। সৰ্বশেহত নাম ল’ব লাগিল বয়সত আটাইতকৈ ডাঙৰগৰাকীৰ—ঘৰখনৰ কাৰো ফালৰ তেওঁ নহয়। তেওঁ আছিল এগৰাকী গাভৰু ছোৱালী—মেৰী ৱ’লষ্টনক্ৰেফট আৰু তেওঁৰ মাৰ্কিন প্ৰেমিক গিলবাৰ্ট ইমলেৰ জীয়েক। তেওঁৰ নাম আছিল ফেনী ইমলে। শান্ত আৰু আকৰ্ষণীয় চেহেৰাৰ। ঘৰখনৰ অনাদৃতা। তেওঁৰ গুণ বা ৰূপৰ সমাদৰ কৰোঁতা ঘৰখনত কোনো নাছিল।

গডউইনৰ দ্বিতীয় গৰাকী পত্নী আছিল বৰ বিৰক্তিকৰ মহিলা। তেওঁ এযোৰ সেউজীয়া চশমা পিন্ধিছিল। বৰ ফাঁকিবাজ আৰু খিটখিটীয়া স্বভাৱৰ তিৰোতা আছিল সেইগৰাকী। ফেণী আৰু মেৰীক তেওঁ কঠোৰ ব্যৱহাৰ কৰিছিল। স্কিনাৰ ষ্ট্ৰীটত থকা 'জুভেনাইল লাইব্ৰেৰী' নামৰ কিতাপৰ দোকান এখন তেওঁ চলাইছিল। নিজৰ কিশোৰ-কিশোৰীহঁতৰে সংস্থান হওক বুলি ভাবি গডউইনে এই দোকানখন পাতিছিল। বেচেৰা দাৰ্শনিকে বৰ কষ্টৰ আৰু দুঃখৰ দিন কটাইছিল। তেওঁ গৰ্ব কৰাৰ থল একো নাছিল। এনে পৰিস্থিতিত তেওঁৰ গুণগ্ৰাহী অনুগত এজনৰপৰা এখন উচ্ছ্বসিত চিঠি পোৱাটো প্ৰকৃততে সৌভাগ্যজনক আছিল।...

প্ৰত্যুত্তৰত তেওঁ লিখিলে বোলে সেই অপৰিচিত পত্ৰলেখকগৰাকীৰ বিষয়ে তেওঁ কেইটামান ব্যক্তিগত কথা জানিব খোজে। ঘূৰি ডাকত তেওঁলৈ শ্যেলীয়ে তেওঁৰ আত্মজীৱনী এখন পঠাই দিলে। তাত টিমথি শ্যেলী আৰু অক্সফৰ্ড বিশ্ববিদ্যালয়ৰ ডীনগৰাকীক বৰ বেয়াকৈ দেখুওৱা হৈছিল। শ্যেলীয়ে জনালে যে তেওঁ বছৰি ছয় হেজাৰ পাউণ্ডৰ উত্তৰাধিকাৰী হ'ব। তেওঁ বিয়া কৰোৱা মহিলাগৰাকীয়ে তেওঁৰ সমস্ত ভাবাদৰ্শ সমৰ্থন কৰে বুলিও শ্যেলীয়ে গডউইনলৈ লিখিলে। তেওঁ ইতিমধ্যে দুখন উপন্যাস আৰু এখন পুস্তিকা প্ৰকাশ কৰিছে বুলিও জনালে আৰু লিখিলে যে তেওঁৰ মনৰ "নিয়ন্ত্ৰক আৰু গঢ় দিওঁতা"গৰাকীলৈ সেইবোৰ লেখা সোনকালেই পঠাব।

এই উচ্ছ্বসিত চিঠিখন, গডউইন—ক্লেৰমন্টৰ ঘৰত গাভৰু ছোৱালীহঁতে অতি কৌতূহলেৰে পঢ়িলে। কিন্তু পলিটিকাল জাষ্টিচৰ লেখকগৰাকীয়ে এই বিষয়ে কিছু সন্দেহ প্ৰকাশ কৰিলে। নিজে এটা পৰিয়ালৰ পিতৃ হোৱাৰপৰাই তেওঁ পৈত্ৰিক কৰ্ত্তৃত্বৰ ওপৰত গুৰুত্ব দিছিল। মিঃ টিমথি শ্যেলীয়ে যদি পুতেকৰ স্বাৰ্থলৈ চাইহে কাম কৰিছিল! ডেকা বয়সত উৰ্ধতন কৰ্ত্তৃপক্ষক সমালোচনা কৰিব নাপায়, বিশেষকৈ তেনে সমালোচনা প্ৰকাশ কৰিব নাপায়। ছাত্ৰৰ জীৱন চলি থাকোঁতেই শিক্ষক হ'বলৈ কোনেও অদম্য আশা কৰিব নাপায়।

'সন্মানিত' গডউইনৰ বাহিৰে আন কোনোবাই এইকেইটা কথা কোৱাহেঁতেন তেওঁ তৎক্ষণাত অসহিষ্ণুতাৰ বৃত্তিধাৰী ধ্বজাবাহক বুলি অভিহিত হ'লহেঁতেন। পিছে কৰ্ত্তৃত্ব আৰু ক্ৰমোচচ শ্ৰেণীবিভাগৰ প্ৰয়োজন

তৰুণৰ আছে—বিপ্লৱী তৰুণৰো আছে—নিজৰ বিবেকৰ নিয়ন্ত্ৰক বুলি মানি লোৱাজনৰ ওচৰত ই বিনম্ৰভাৱে আৰু আনন্দেৰে নতজানু হয়।

শ্যেলীৰ প্ৰকৃতিৰ ৰহস্যবাদী দিশটোৱে কাৰোবাৰ ওচৰত আত্মসমৰ্পণ কৰিবলৈ বিচাৰিছিল—কাৰোবাক অৰ্চনা কৰাৰ বাবে যেন এটা মন্দিৰ বিচাৰিছিল। শ্যেলীয়ে গডউইনলৈ প্ৰত্যুত্তৰত লিখিলে— 'মই এজন অনুগত ছাত্ৰ হৈ থাকিবলৈ সাজু। মোৰ প্ৰতিভা আৰু শক্তিতকৈ নিঃসন্দেহে উচ্চ পৰ্য্যায়ৰ প্ৰতিভা আৰু শক্তি দেখা পালে, আৰু মোৰ ওপৰত একো জোৰকৈ জাপি দিয়া হোৱা নাই বুলি মই আশ্বস্ত হ'ব পাৰিলে, মই একান্ত নম্ৰতাৰে আৰু পুৰাপুৰিভাৱে তেনে এজন লোকৰ অনুগত শিষ্য হ'বলৈ সাজু।"

গডউইনক আৱিষ্কাৰ কৰাৰ আনন্দত শ্যেলীয়ে কেইবাখনো ডাঙৰ ডাঙৰ আঁচনিৰ কথা ভাবিলে। আনৰ জীৱনবোৰ একেবাৰে সলনি কৰি নিয়াটো, তেওঁলোকৰ ভাগ্য তেওঁৰ নিজৰ ভাগ্যৰ লগত জড়িত কৰাটো নিচেই সামান্য কাম বুলি তেওঁ ধৰি লৈছিল। হেৰিয়েট আৰু এলিজাৰ ক্ষেত্ৰতো তেওঁ সফলকাম হোৱাৰ নজীৰ আছেই। ৱেলছত এটা ডাঙৰ ঘৰ ভাৰালৈ লৈ তাত মিছ হিট্‌চনাৰ, তেওঁৰ শ্ৰদ্ধেয় বন্ধু গডউইন আৰু গডউইনৰ গোটেইটো পৰিয়াল— বেচ সুন্দৰ পৰিয়াল— এই আটাইবোৰ একেলগে থকাটোতো নিচেই উজু কাম। ইয়াতকৈ উজু কাম আৰু জানো কিবা আছে?

পিছে আগৰ কাম আগত। পিতাক টিমথিৰ কাৰ্য্যৰ ওপৰত শ্যেলীৰ ধাৰণা সম্পৰ্কে গডউইনে যি সন্দেহ প্ৰকাশ কৰিলে, শ্যেলী তাত ক্ষুণ্ণ হ'ল। গতিকে তেওঁ দেখুৱাব খুজিলে যে ডেকা হ'লেও তেওঁ কামৰ মানুহ। কামৰ আও-ভাও তেওঁ পায়। ৱেলচৰ 'হুম অফ্ মেডিটেছেন'ত 'চিৰকালৰ বাবে' থিতাপি লোৱাৰ আগতে তেওঁ হেৰিয়েট আৰু এলিজাক লগত লৈ আয়াৰলেণ্ডলৈ যাব আৰু তাত তেওঁলোকে তিনি মাহ কটাব। 'কেথলিক এমানচিপেশ্বন'ৰ বাবেই প্ৰধানকৈ তেওঁ কাম কৰিব, কিন্তু দুৰ্দ্দশাগ্ৰস্ত দেশখনৰ উন্নতি কল্পেও যি পাৰে কৰাত তেওঁ আত্মনিয়োগ কৰিব।

হেৰিয়েট আৰু ঘনে ঘনে চুলি আঁচুৰি থকা এলিজাইনো আয়াৰলেণ্ডৰ কেথলিকসকলৰ মুক্তিত কি ভাবে সহায় কৰিব? প্ৰশ্নটোৰ উত্তৰ দিয়া

নহ'ল, কিন্তু শ্যেলীয়ে তেওঁৰ লগত 'আইৰিচসকললৈ সম্বোধন' শীৰ্ষক এটা পাঠ যুগুত কৰি লৈ গৈছিল। দৰ্শন, জ্ঞানগৰ্ভ উপদেশ আৰু মানৱতাবাদেৰে এই পাঠটো ইমান ভৰি আছিল যে ইয়াক পঢ়া মাত্ৰকে যিকোনো পাঠকৰে হিয়া গলি নাযাব বুলি ভাবিবলৈকো টান আছিল। এইদৰেই সুনেত্ৰ, তৰুণ বীৰব্ৰতী গৰাকী 'গ্ৰীণ আইলেণ্ড' জয় কৰিবলৈ ৰাওনা হ'ল। হাতত যাঠিৰ সলনি তেওঁ এটা হাতে লিখা পাঠ লৈ গৈছিল। সুন্দৰী হেৰিয়েট আছিল তেওঁৰ প্ৰণয়িণী আৰু শ্যাম বৰ্ণা এলিজা আছিল তেওঁৰ অনুচৰ। এই অনুচৰ গৰাকীয়ে তেওঁৰ টকা-সিকাৰ হিচাপ ৰাখিব লাগিছিল, গৃহস্থালি চম্ভালিছিল আৰু যতমানে লেতেৰা কাম-কাজৰ তত্ত্বাৱধান কৰিব লাগিছিল।

---

## ॥১৩॥

# ফেনীল বুদ্বুদ

যিবোৰ হতভাগ্য মানুহক বিষণ্ণবদনা বীৰব্ৰতী গৰাকী উদ্ধাৰ কৰিবলৈ গৈছিল, সিহঁতেই তেওঁলৈ শিলগুটি দলিয়ালে। কেথলিক মুক্তিৰ সমৰ্থকসকলৰ এখন সভাত শ্যেলী অশ্লীল চিঞৰ-বাখৰৰ সন্মুখীন হ'ল। সেই সভাত তেওঁ কৈছিল বোলে ধৰ্মৰ বিবেচনাৰে আইৰিচসকলক চাকৰিৰপৰা বঞ্চিত কৰাটো অন্যায় কথা। কাৰণ এটা ধৰ্ম যেনে, আন এটা ধৰ্মও তেনে। পিছে তেওঁৰ শ্ৰোতাসকলে ধৰ্মীয় নিৰ্য্যাতনকাৰীহঁতৰ গোড়ামিহে পচন্দ কৰিলে। তেওঁলোকৰ হকৰ সপক্ষে মাত মতা এই বক্তাজনৰ কথালৈ তেওঁলোকে কাণ নিদিলে।

শ্যেলীয়ে লিখি নিয়া বিখ্যাত সম্বোধনটোৰো বক্তব্য আছিল একেটাই। কেথলিক মুক্তি মানৱৰ সামগ্ৰিক মুক্তিৰ খোজ বুলি দেখুওৱা হৈছিল। ইয়াৰ মতে নৈতিক আদৰ্শহে ৰাজনীতিৰ মূল নীতি হোৱা উচিত। ছেগ চাই শৰ মৰাটো ইয়াৰ নীতি হ'ব নালাগে। বৃটিচৰপৰা স্বাধীনতা আশা কৰাতকৈ, আইৰিচ ৰাইজে সংযমী, ন্যায়পৰায়ণ আৰু পৰহিতপৰায়ণ হৈ নিজকে স্বাধীন কৰিব লাগে। শ্যেলীয়ে ভাবিছিল যে তেওঁৰ বাণী ডাবলিন চহৰৰ হতভাগ্য অধিবাসীসকলৰ মৰ্মস্থলত সো সো কৰে সোমাবগৈ। কেথলিক মুক্তিৰ বাবে শ্যেলী নিজে শ্বহীদ হ'বলৈকো প্ৰস্তুত আছিল।

হেৰিয়েটো কম উৎসাহী নাছিল। সংস্কাৰসাধনৰ বাবে তেওঁৰ একাগ্ৰতাই মনত আনন্দ জগাইছিল। জেপত ইস্তাহাৰ ভৰাই লৈ এই তৰুণ দম্পতী যুগল চেকভাইল ষ্টপত অহাযোৱা কৰি থাকে। কাৰোবাৰ মুখখন দেখি 'সমব্যথী' যেন লাগিলেই হ'ল, তেওঁৰ হাতত পুস্তিকা এখন গুজি দিলেই। আকৌ তেওঁলোকৰ ঘৰৰ ওপৰ মহলৰ বাৰান্দাৰপৰা তলৰ ৰাস্তাইদি যোৱা বাটৰুৱাৰ গালৈ তেওঁলোকে 'সম্বোধন'ৰ কপি দলিয়াইছিল। এদিন এগৰাকী বৃদ্ধৰ দুখী [illegible] কৰ সাৱধানেৰে [illegible] মহিলাই [illegible] শ্যেলীয়ে পুস্তিকা এখন গুজি দিলে— কাও

দেখি হাঁহিত হেৰিয়েটৰ পেটৰ নাড়ীভুৰু ছিগাৰ উপক্রম। জোৰকৈহে তেওঁক সেই ঠাইৰপৰা আঁতৰাই নিয়া হ'ল। আইৰিচসকলৰ মনৰ পৰিৱৰ্ত্তন সাধন কৰাটোৱেই আছিল আটাইতকৈ মজাৰ খেল। গডউইন আৰু মিচ হিট্‌চনাৰে প্ৰতি দিনে শ্যেলীক গ্ৰেপ্তাৰ কৰা হ'ব যেন দেখি আছিল। স্কুল শিক্ষয়িত্ৰী গৰাকীয়ে ৰাজনৈতিক কাৰণত শ্যেলীক গোপনে হত্যা কৰা হ'ব পাৰে বুলিও আশংকা কৰিছিল। পিছে ডাবলিনৰ কৰ্ত্তৃপক্ষই জানিব পাৰিলে যে উনৈছ বছৰীয়া ইংৰাজ যুৱক এজনে নৈতিকতাৰ ওপৰত এটা বক্তৃতা দিছে, সিমানেই। গতিকে তেওঁলোক ক্ষুব্ধ হোৱাৰ কাৰণ নোলাল।

পুলিচে 'সম্বোধন'ৰ নকল এটা গৃহ বিভাগৰ সচিবলৈ পঠাই দিলে। শ্যেলীয়ে আইৰিচ ৰাইজক সংযম আৰু সহনশীলতাৰ বিষয়ে দিয়া উপদেশ বিষয়া গৰাকীয়ে বেচ তামাচাৰ কথা বুলি লৈ ৰগৰ কৰিলে।

এনে এটা পৰিস্থিতি নিতান্তই উৎসাহজনক নাছিল। শ্যেলীয়ে শাস্তিবিধান আশা কৰিছিল, পিছে তেওঁ হতাশ হ'ব লগাহে হ'ল। আইৰিচ ৰাইজৰ ধৰণকৰণো শ্যেলীহঁতৰ বাবে কম হতাশজনক নাছিল। হেৰিয়েটৰ অন্তৰখন কোমল। তাই এদিন মন্তব্য কৰিলে বোলে মাংসৰ দাম বৰ চৰা বাবেহে আইৰিচসকলে ঘটিয়ে ঘটিয়ে হুইস্কি পিয়ে। চুৰি কৰা বা কাজিয়া কৰাৰ অপৰাধত গ্ৰেপ্তাৰ কৰি লৈ যোৱা কোনো লোকক শ্যেলীয়ে মোকলাবলৈ আগবাঢ়ি গ'লে, পুলিচ গৰাকীয়ে পুতৌৰ হাঁহি এটা মাৰি ক'ব যে মানুহজন একেবাৰে নিচাগ্ৰস্ত হৈ আছিল।

চেইণ্ট প্ৰেটিকৰ নিশা প্ৰত্যেকেই নিচাত বেহুচ হৈ আছিল। কেচ্‌লত এটা বল্‌ নাচৰো আয়োজন হৈছিল। ৰজাঘৰীয়া বিষয়াসকল ঘোঁৰাবাগীত গৈ তাত সমবেত হৈছিল। তেওঁলোকৰ সাজপাৰ, আদব-কায়দাৰ জাকজমকতা চাবলৈ লঘোনপেটীয়া মুনিহ-তিৰোতাবোৰে সেই ঠাইত জুম বান্ধিছিল। পাৰ্চি আৰু হেৰিয়েটে দৃশ্যটো লক্ষ্য কৰিছিল। আত্মসন্মানৰ এনে প্ৰকট অভাৱ দেখি পাৰ্চি হতাশাত ডুব গৈছিল।

তেওঁলোকে নিজেই সৰল জীৱন যাপনৰ উদাহৰণ দাঙি ধৰিবলৈ বুলি তিনিও নিৰামিষাহাৰী হ'ল। কচাইখানাৰ আতংক আৰু নিৰপৰাধী চৰাইবোৰ হত্যা কৰাৰ ভয়ানক দৃশ্যৰ কথা ভাবি শ্যেলীৰ মন অনুতাপত দগ্ধ হৈ থাকিল। সেই অনুতাপৰপৰা তেওঁ এতিয়া মুক্ত হ'ল। নিৰামিষাহাৰৰ

নিয়মটো তেওঁলোকে এবাৰহে ভংগ কৰিলে— শ্ৰীমতী নুজেন্টক তেওঁলোকৰ ঘৰলৈ নৈশ ভোজনৰ বাবে নিমন্ত্ৰণ জনাওঁতে। মহিলা গৰাকী আছিল বৃত্তিত পোচাক তৈয়াৰী কৰা মহিলা। ডাবলিন চহৰত শ্যেলীহঁতৰ তেৱেঁই একমাত্ৰ পৰিচিত ব্যক্তি আছিল। আইৰিচসকলক তেওঁলোকে ইমান ভাল পায়, অথচ তেওঁলোকৰ মাজত শ্যেলীহঁতৰ চিনাকি কোনো নাই। ডাবলিন চহৰত তেওঁলোক সন্মুখীন হোৱা কেইবাটাও অসুবিধাৰ এইটোও আছিল এটা। হেৰিয়েটে কৈছিল, "পার্চি যি মুহূৰ্ত্ততে বাইজৰ মাজত জনাজাত হ'ব, ঠিক সেই মুহূৰ্ত্ততে সকলো লোক আমাৰ পৰিচিত হৈ পৰিব।"

কিন্তু শ্যেলী নিজে সিমান আশাবাদী নাছিল। নিস্পেষিত আয়াৰলেণ্ড তেওঁৰ ওচৰত প্ৰতিভাত হৈছিল দুৰ্বিনীত কিন্তু অতীব সুন্দৰী নাৰী ৰূপে, তেওঁ নিজকে কল্পনা কৰিছিল বীৰব্ৰতী আৰু প্ৰেৰিত ব্যক্তি হিচাপে। সেই (কল্পিত) নাৰীৰ হক ৰক্ষাৰ্থে তেওঁ সদাসষ্টম আৰু প্ৰয়োজন হ'লে মৃত্যু বৰণ কৰিবলৈকো সাজু। ফটাছিটা কাপোৰ পিন্ধা মানুহৰ জুমে ৰাস্তাত তেওঁলোকৰ পিচ লয়। অসভ্য বৃটিছ সৈন্যাই বাটত ৰখাই তেওঁক কোবায়। কিন্তু তেওঁৰ মুখত ফুটি উঠা বীৰোচিত মাধুৰ্য্যই অশিষ্টহঁতকো বশ মনাব পাৰিছিল আৰু তেওঁৰ ভাবাদৰ্শই পৰস্পৰবিৰোধী সম্প্ৰদায়ৰ মাজত ঐক্যৰ বন্ধন স্থাপন কৰিছিল।

লাহে লাহে শ্যেলীৰ মোহভংগ হ'বলৈ আৰম্ভ কৰিলে। তেওঁৰ কল্পনাৰ জগতখনৰ উজ্জ্বলতা নিষ্প্ৰভ হৈ আহিল। প্ৰকৃত আয়াৰলেণ্ডখন তেওঁৰ আগত উদ্ভাসিত হ'বলৈ ধৰিলে। অসংখ্য চহৰ, খেতিৰ পথাৰ, অৰণ্য, বিভিন্ন প্ৰকাৰৰ সামান্য নৰ-নাৰী, স্মৰণাতীত কালৰপৰা চলি অহা ঐতিহ্য আৰু নিয়ম-কানুনৰ বোজা; চিকাৰ, জুৱাখেল, তেজে তুমৰলি হোৱা দন-খৰিয়াল; বিচাৰকক্ষ, সৈন্য বাহিনীৰ ছাউনী, পুলিচ থানা আৰু কত কি! সেইখন আয়াৰলেণ্ড— দুৰ্দ্দশাগ্ৰস্ত, কিন্তু পৰিহাস-প্ৰৱণ, অসন্তুষ্ট, পীড়িত অথচ বহুবৰ্ণী আৰু নিজৰ অসন্তুষ্টি সত্ত্বেও আনন্দিত। আয়াৰলেণ্ড যেন এটা সাঁথৰ। ...এক অদ্ভুত দেশ। এই ভীষণ বাস্তৱৰ সন্মুখীন হৈ তেওঁ কি কৰিব পাৰিব? তেওঁ ক্লান্ত আৰু ভগ্ন মনোৰথ হৈ পৰিল।

গডউইনে বাৰম্বাৰ তেওঁৰ শিষ্যক সঁকীয়াই দিলে আয়াৰলেণ্ডৰ মুক্তি

প্ৰকল্পটো পৰিহাৰ কৰিবলৈ। শ্যেলীয়ে তেওঁক আধ্যাত্মিক পিতৃ হিচাপে অভিবাদন জনোৱাৰপৰাই গডউইনে তেওঁৰ প্ৰতি পিতৃসুলভ মনোভাৱ এটা লৈছিল— শ্যেলীৰ কাম-কাজত খুঁত উলিয়ায় বা বিৰোধিতা কৰে। যিকোনো অভিজ্ঞ পিতৃয়েই অনভিজ্ঞ পুত্ৰৰ কাৰ্য্যত এনেদৰে হস্তক্ষেপ কৰে। "শ্যেলী মোৰ কথা শুনিবাঁ। তুমি ৰক্তস্নানৰ বাবেহে প্ৰস্তুতি চলাইছাঁ" —গডউইনে শ্যেলীক ভৱিষ্যদ্বাণী কৰি ক'লে।

শ্যেলীৰ কাম-কাজত গডউইন ইমান চিন্তিত, কিন্তু শ্যেলী যেন নিৰ্বিকাৰ। তেওঁ এচুকত বহি মানৱ কল্যাণ সাধন কৰাৰ কথা ভাবিছে। 'মানৱ কল্যাণ সংস্থা' এটা আৰম্ভ কৰাৰ আঁচনি আঁকিছে। কোঠাটোৰ এমূৰত বহি এলিজাই এটা ৰঙা কোট চোলা সী আছে, ইমূৰত হেৰিয়েটে কটি আৰু মৌৰে আহাৰ যোগাৰ কৰিছে। এই দৃশ্যটো দেখাহেঁতেন গডউইনে শ্যেলীৰ কথা ইমানকৈ চিন্তা নকৰিলেহেঁতেন, নিৰুদ্বেগ হৈ থাকিলহেঁতেন।

গডউইনৰ সঁকীয়নি কিন্তু অথলে নগ'ল। যিসকল দুৰ্দ্দশীয়া লোকে দুৰ্দ্দশাৰপৰা উদ্ধাৰ পাবলৈ নিবিচাৰে, সেইসকলৰ উদ্ধাৰকাৰ্য্যত আত্মনিয়োগ কৰাৰপৰা বিৰত থাকিবলৈ শ্যেলীয়ে এটা সুন্দৰ অজুহাত পালে।

দুই-চাৰি দুখীয়া মানুহে কিন্তু ৰঘুমলাৰ দৰে শ্যেলীৰ গাত লাগিয়েই থাকিল, শ্যেলীৰ পৰা সা-সুবিধা আদায় কৰিয়েই থাকিল। এনে কেইটামান প্ৰাণীৰ বাহিৰে ডাবলিন চহৰত আন কোনেও শ্যেলীক গুৰুত্ব নিদিলে। কাৰণ আইৰিচ লোকৰ দৃষ্টিত এজন ইংৰাজ লোকতকৈ উপহাসাস্পদ প্ৰাণী যদি কোনোবা আছে, সি হ'ল আয়াৰলেণ্ডক ভাল পোৱা ইংৰাজ লোক। আকৌ, ইটন·স্কুল আৰু অক্সফৰ্ডত পঢ়ি অহা এজন লোকে যদি সমগ্ৰ পৃথিৱীৰ ভিতৰত সহ্য কৰিব নোৱৰা এটা মাত্ৰ কিবা আছে, তেন্তে সেইটো হ'ল আয়াৰলেণ্ডৰ বিশৃঙ্খলা আৰু পঙ্কিলতা।

আয়াৰলেণ্ডৰ লোকৰ দুখ-দুৰ্দ্দশা আৰু তেওঁলোকৰ নিৰ্বোধ কাম-কাজ আৰু আচৰণ স্বচক্ষে দেখি, শ্যেলীৰ মন ইংলেণ্ডৰ গ্ৰামাঞ্চলৰ সৌন্দৰ্য্য আৰু শান্তিময় পৰিবেশলৈ উভা মাৰিলে। তেওঁৰ 'শ্ৰদ্ধাভাজন' বন্ধুলৈ তেওঁ লিখিলে— "মই হাত দাঙি দিলোঁ। অগিয়ানী লোকৰ কথাত মূৰ ঘমাবলৈ আৰু মই নাযাওঁ...। মই ধূলিৰ লগত মিলি যোৱাৰ বহুত যুগ পিচত আত্মপ্ৰকাশকাৰী (অৰ্থাৎ আত্মপ্ৰকাশ কৰিব এনে)

কোনো পৰিণতিৰ কাৰণ হৈয়ে ৰবং সন্তুষ্ট থাকিম।”

বাকী থকা সমস্ত পুস্তিকা হেৰিয়েটে গোটাই লৈ মিচ হিট্‌চনাৰলৈ পঠাই দিলে। এই ‘অগ্নিগৰ্ভ’ বস্তুটি তেওঁৰ পিছে নহ’লেও হ’লহেঁতেন।

এলিজাই ৰঙা কোটটো জাপি সামৰি ল’লে আৰু এই তিনিও গৰাকী জনকল্যাণব্ৰতী প্ৰেৰিত ব্যক্তি ইংলেণ্ডলৈ বুলি জাহাজত উঠিল।

* * *

শ্যেলীৰ আঁচনিৰ দ্বিতীয় পৰ্ব্ব বাস্তৱত ৰূপায়িত কৰিবলৈ বাকী থাকিল। এইটো হ’ল ৰেলছত এটা ডাঙৰ ঘৰ লৈ আধ্যাত্মিক পৰিয়াল এটা একেলগে থকাৰ আঁচনিটো। শ্যেলীয়ে ভাবিছিল যে সেই দৰে সমস্ত একেলগে থাকিলেই সকলো সমস্যাৰ সমাধান হৈ যাব। বিয়াৰ আগতে শ্যেলী যি অঞ্চলত আছিল তাতে তেওঁলোকে বিচৰা ধৰণৰ পৰিবেশ এটা পাব বুলি তেওঁলোকে ভাবিছিল। চহৰৰপৰা দূৰ অঞ্চলটোৰ আৰণ্যক পৰিবেশ আৰু সৌন্দৰ্য্য তেওঁলোকৰ পচন্দ হৈছিল। ঘৰটোৰ দাঁতিয়েদি পাহাৰী নিজৰা এটা কুলু কুলু সুৰেৰে শিলনিৰ ওপৰেদি বাগৰি গৈছিল আৰু অ’ত ত’ত একো একোটা ডাঙৰ জলাশয়ৰ সৃষ্টি কৰিছিল। তেনে এটাতে শ্যেলীয়ে একফুট দীঘল এখন নাও এৰি দিছিল। তেওঁৰ পাল আছিল পাঁচ পাউণ্ডৰ এখন নোট আৰু ভয়ত প্ৰাণ বায়ু বাহিৰ হ’ব খোজা এটা মেকুৰী নাওখনৰ আৰোহী! শ্যেলীয়ে আশা কৰিছিল যে মিচ হিট্‌চনাৰে সেই অঞ্চলটোত চন পৰি থকা এশ ত্ৰিছ একৰ মাটিত খেতি কৰিবলৈ আহিবলৈ পিতাকক মান্তি কৰাব পাৰিব।

কিন্তু ভৱা মতে কাম হোৱাত পলম হ’ল। ল’ব খোজা ঘৰটোৰ দাম বহুত। কাকফিল্ডত শ্যেলী আৰু মিচ হিট্‌চনাৰৰ বিষয়ে যিবোৰ বু-বু বা-বা ওলাইছিল সেইবোৰ শুনি মিঃ হিট্‌চনাৰ খঙত জ্বলিপকি আছিল। সেইবাবে তেওঁ জীয়েকক আকৌ এবাৰ শ্যেলীৰ লগ ল’বলৈ নানট্‌ইল্ট (Nantgwillt) বোলা ঠাইলৈ যাবলৈ নিদিলে। স্কুল শিক্ষয়িত্ৰী গৰাকীয়ে কিন্তু শ্যেলীৰ আমন্ত্ৰণ পাই বৰ গৰ্ব বোধ কৰিছিল আৰু আগ-পিচ নুগুনি কথাটো যাৰে তাৰে আগত কৈয়ো ফুৰিছিল। আৰু

যেয়ে সেয়ে কথাটোৰ যিমান বিকৃত ব্যাখ্যা দিব পাৰে দিছিলে। এই বিষয়ত আগৰণুৱা গৰাকী আছিল পিনফল্ড মামী (মিঃ পিলফল্ডৰ পৰিবাৰ)।

আকৌ এবাৰ শ্যেলী দুনিয়াৰ চৰম বিদ্বেষ দেখি স্তম্ভিত হ'ল। পত্নীক লৈ পলাই গৈ, স্কটলেণ্ডৰ প্ৰচলিত ৰীতি মতে, প্ৰেম বিবাহ কৰাইছে শ্যেলীয়ে— সেইটো মানুহে হেৰিয়েটক বিশ্বাসঘাতকতা কৰিব? কোনে বাৰু এনে কথা কল্পনা কৰিব পাৰে? কথাষাৰ শুনি তেওঁ ইমান আচৰিত হ'ল যে মিচ হিট্‌চনাৰ নহৈ তেওঁতকৈ কম সদাচাৰী কোনোবা মহিলা হোৱাহেঁতেন বৰ জগৰেই লাগিলহেঁতেন।

মিঃ হিট্‌চনাৰে অৱশ্যে তেওঁ পাব লগা পালিকেই পালে। তেৱোঁ আছিল এগৰাকী অবসৰ পোৱা হোটেল মালিক। এইটো বোধহয় কিবা দৈবৰে বিধান আছিল। নহ'লেনো স্বচ্ছ ভাব আৰু প্ৰকৃতিৰ শ্যেলী এই ব্যৱসায়ৰ লগত সাঙোৰ খালে কিয়?

'মহাশয়', শ্যেলীয়ে মিছ হিট্‌চনাৰৰ দেউতাকলৈ লিখিলে, "মই শুনিবলৈ পাইছোঁ আপুনি হেনো আপোনাৰ ছোৱালীক মোৰ নিমন্ত্ৰণ প্ৰত্যাখ্যান কৰাইছে। কথাটো শুনি মোৰ বিস্ময় আৰু ৰাগ এটাও মই চেপি ৰাখিব পৰা নাই। কি যুক্তিৰে আপুনি এই কাৰ্য্য কৰিছে? আপোনাৰ ছোৱালীৰ প্ৰভু আপোনাক কোনে পাতিলে'? প্ৰকৃতিৰ নিয়ম বা ইংলেণ্ডৰ আইন-কানুন একোৱেই ল'ৰা-ছোৱালীক ব্যক্তিগত সম্পদ বুলি ভাবিবলৈ কাকো অধিকাৰ দিয়া নাই। ... বিদায়। আপোনাৰ পিচৰ চিঠিত মই আপোনাৰ ধ্যান-ধাৰণা উদাৰ হোৱাৰ চিন পাবলৈ আশা কৰোঁ।"

* * *

শ্যেলীহঁতে বেলছ এৰিবলৈ ওলাইছে এনেতে গডউইনে খবৰ দিলে বোলে, তেওঁৰ বন্ধু এজনে হেনো এটা বৰ সুন্দৰ কুটীৰ ভাৰালৈ দিবলৈ ওলাইছে। তেওঁৰ উপদেশ সদায় মনা হৈছিল। শ্যেলী আৰু হেৰিয়েটে চাবলৈ গৈ দেখিলে যে ঘৰটো বৰ বেয়া। একেবাৰে সাধাৰণ ঘৰ এটা, সম্পূৰ্ণ হোৱা নাই আৰু তেওঁলোকৰ প্ৰয়োজনতকৈ বহুত সৰু। পিছে তেওঁলোক ঘূৰি আহোঁতে বাটতে এখন বৰ ধুনীয়া ছবিৰ

দৰে লগা গাঁও পালে। খেলৰ চালৰ ত্ৰিশটা কুটীৰ, চালত লতা গোলাপ আৰু সুগন্ধী ম্যাৰটল লতা বগোৱা। গাঁওখনিৰ নাম লীনমাউথ। আৰু কি বিস্ময়কৰ ব্যাপাৰ— তাৰে এটা কুটীৰ ভাৰালৈ দিব বুলি জনোৱা হৈছে। এইটো কুটীৰেই আটাইতকৈ ভাল ঠাইত অৱস্থিত। বহুতো গছেৰে ভৰা এটা খাৱৈৰ ওপৰত। খিৰিকিৰে তিনিশ ফুট তলত সাগৰ দেখা যায়। তৎক্ষণাত তেওঁলোকে 'চিৰকাল'লৈ তাতেই বসতি কৰিব বুলি ঠিক কৰিলে।

শ্ৰদ্ধেয় বন্ধুৱে এই খবৰ পাই এখন বৰ চোকা চিঠি লিখিলে। তেওঁ টানকৈ ক'লে যে শ্যেলীহঁতৰ ৰুচি-অভিৰুচিবোৰ অত্যন্ত বিলাসী। নিজকে গডউইনৰ শিষ্য বুলি জাহিৰ কৰা এজনৰ বাবে আড়ম্বৰহীন সৰু ঘৰ এটাই যথেষ্ট। টিমথি শ্যেলীয়ে এনে এখন চিঠি লিখাহেঁতেন, প্ৰত্যুত্তৰত তেওঁলৈ জঘন্যতম কথা লিখা হ'লহেঁতেন। পিছে নিজৰ বাপেকৰ মুখতো সহি থাকিব নোৱৰা কিছুমান কথা অপৰিচিত এজনৰপৰাও সহি থকা যায়। এই ক্ষেত্ৰতো সেয়ে হ'ল।

শ্যেলীয়ে আপত্তি কৰাৰ কথা নাভাবিলে। নিজৰ সিদ্ধান্তটো যে শুদ্ধ সেই কথাহে প্ৰতিপন্ন কৰিবলৈ চালে। তেওঁৰ বন্ধু, পথ প্ৰদৰ্শক, আৰু তত্ত্ববিদ গৰাকীয়ে দেখুৱাই দিয়া ঘৰটো তেওঁলোকৰ বাবে বৰ সৰু বুলি অপচন্দ কৰাৰ কাৰণটো এনে নহয় যে তেওঁলোকে খুব বিলাসত বা খুব আৰামত থাকিবলৈ বিচাৰিছে। আচল কথা হ'ল, এইটো ঘৰত কোঠা মাত্ৰ কেইটামানহে আৰু দুগৰাকী অবিবাহিত আৰু বিপৰীত লিঙ্গৰ ব্যক্তি একেটা কোঠাতে থকাটো তেওঁৰ মতে একেবাৰে শোভনীয় নহয়। এনে এটা বিবেচনাই পুনৰ্গঠিত, সু-সংস্কৃত সমাজত ঠাই নাপাব, কিন্তু বৰ্তমানৰ পৰিস্থিতিত এনে এক বাচ-বিচাৰ নোহোৱা ব্যৱস্থা অপৰিণামদৰ্শী বুলিয়েই গণ্য হ'ব। কিন্তু তেওঁ এই মতামতটো বৰ সাৱধানেহে আগবঢ়াইছিল। এনে এটা অভিমত প্ৰতিক্ৰিয়াশীল বুলি গণ্য হ'ব পাৰে বুলি তেওঁৰ আশঙ্কা হৈছিল। পিছে তেওঁৰ গুৰুগৰাকীয়ে কথাটো মনত নাৰাখিলে।

লীনমাউথৰ সেই অনুপম কুটীৰটোত কেইদিনমানৰ ভিতৰতে উৎসৱমুখৰ পৰিবেশ এটাৰ সৃষ্টি হ'ল। মিচ হিচ্‌নাৰ গৈ তাত উপস্থিত হ'ল। শ্যেলীয়ে ধৰি ল'লে যে এতিয়াৰপৰা তেওঁৰ জীৱনত অতদিনে নথকা বৌদ্ধিক সহযোগৰ উপাদানটো যোগ হ'ব। এনে এটা ব্যৱস্থাত হেৰিয়েটেও

একো হেৰুৱাব লগা নহ'ব। কাৰণ তাইৰ 'মানস ভগ্নী'ৰপৰা শ্যেলীয়ে হেৰিয়েটৰ মনটো গঢ় দিবৰ বাবে যথেষ্ট সহায় লাভ কৰিব। এই দুয়োগৰাকী যুৱতীৰে এই ব্যৱস্থাটো মানি ল'বৰ জোখাৰে একোটা উচ্চ মন আছে বুলি শ্যেলীয়ে ধৰি লৈছিল।

লিনমাউথ গাঁৱৰ ৰাইজে দেখি আচৰিত হ'ল যে ৰাতিপুৱা ৰাতিপুৱা এই ক্ষীণাংগী, অস্থিসাৰ, অপৰিচিতা গৰাকীক লগত লৈ শ্যেলী দীঘলীয়া যাত্ৰাত ওলাই যায়। এতিয়াৰেপৰা শ্যেলীয়ে তেওঁৰ ভাবাদৰ্শৰ প্ৰসাৰ সম্পৰ্কে তেওঁৰ লগতহে আলোচনা কৰা হ'ল। এনে হ'লেতো নৈতিক মূল্যবোধৰ প্ৰসাৰণ কঠিন হ'ব। লণ্ডন চহৰৰ মুদ্ৰক এজনক অলপ দিনৰ আগতে মাথোন কঠিন শাস্তি বিহা হৈছে। গেলিলিওৰ দশা দেখি শ্যেলীয়ে নিজৰ ভৱিষ্যত সম্পৰ্কে ভয় নাখালে, কিন্তু এজন নিৰ্দোষ মুদ্ৰকক বিপদত পৰিবলৈ তেওঁ নিদিয়ে।

ভাগ্যক্ৰমে ঐন্দ্ৰজালিক গৰাকীৰ হাতত এনে কিছুমান উপায় আছিল যাৰ বলত তেওঁ লৰ্ড কেষ্টলৰীঘৰ পুলিচকো উলাই কৰি যাব পাৰিছিল। কিবা অগ্নিবৰ্ষী পুস্তিকা লিখিলে তাক তেওঁ এটা সৰু বাকচত ভৰাই, তলে ওপৰে ভালকৈ সাঁফৰ মাৰি, পানী নোসোমোৱা কৰি, পাল এটুকুৰা লগাই তাক সাগৰত এৰি দিয়ে। নহ'লে বা তেওঁ কিছুমান বেলুনত জ্ঞানগৰ্ভ বাণী লিখা কাগজৰ টুকুৰা ভৰাই আকাশলৈ উৰাই দিয়ে। নতুবা গাঢ় সেউজ ৰঙৰ বটল কিছুমানত সমাজ সংশোধনৰ একো একোটা অপূৰ্ব বিধান লিখি থোৱা কাগজ ভৰাই, বটলবোৰৰ ঠিলাবোৰ টানকৈ মাৰি একেলগে সাগৰত এৰি দিয়ে— এশাৰী জাহাজৰ দৰে সেইবোৰ ঢৌত নাচি নাচি উটি উটি গৈ থাকে। একনিবিষ্ট হৈ শ্যেলীয়ে সেইবোৰলৈ চাই ৰয়।

এইবোৰ কাম কৰি কৰি ক্লান্ত হ'লে শ্যেলীয়ে অলপ জিৰণি লোৱাৰ কথা ভাবে। এই জিৰণিৰ বা অৱসৰ বিনোদনৰ সময়ত তেওঁ চাবোনৰ ফেনৰ বুদ্বুদ উৰাই ভাল পাইছিল। দুৱাৰ মুখত বহি লৈ তেওঁ চাবোনৰ ফেনৰ সৰ্বৰঙী বুদ্বুদ সৃষ্টি কৰি সেইবোৰ ওপৰলৈ উৰাই পঠিয়ায়। আৰু পিচ মুহূৰ্ত্ততে সেইবোৰ ভাগি শূণ্যত বিলীয়মান হোৱা চাই থাকে।

এই সমস্ত কাৰ্য্য আৰু তৰ্কৰপৰা অব্যাহতি লৈ তেওঁ কেতিয়াবা কেতিয়াবা বিভিন্ন ফুল, বৰ্ণ আৰু সেউজী প্ৰকৃতিক তেওঁৰ কাব্যত লিপিবদ্ধ কৰাতো মনোনিবেশ কৰে।

||১৪||

# শ্ৰদ্ধেয় বন্ধুগৰাকীৰ সান্নিধ্যত

লীনমাউথৰ গোলাপবোৰ মৰহি যাবলৈ ধৰিলে। শাৰদীয় বতাহে আকাশত ডাৱৰবোৰ সৰা পাতৰ দৰে ছেদেলিভেদেলি কৰি পেলালে। মিচ হিট্‌চনাৰৰ সান্দহ খোৱা বালি তল যোৱাৰ উপক্ৰম হ'ল। অনাত্মীয় মানুহ এগৰাকীৰ অহৰহ সান্নিধ্যই হেৰিয়েটক বিৰক্ত কৰিলে। শ্যেলীয়ে নিজেও দেখিলে যে তেওঁৰ সপোন ভাগি থানবান হৈ গৈছে। তেওঁৰ মোহ ভংগ হ'ল। তেওঁ দেখিলে যে তেওঁৰ সান্নিধ্যলৈ অহা মহিলা গৰাকী নিতান্তই সাধাৰণ প্ৰাণী। তেওঁৰ সপোনৰ নায়িকাক বিচাৰি তেওঁ হতাশ হ'ল আৰু নিজৰ ভুলৰ অনুশোচনা কৰিলে।

ইমান পেৰি পেৰি স্কুলৰপৰা আঁতৰাই অনা মহিলাগৰাকীক এতিয়া তালৈ ঘূৰাই পঠোৱাও টান হ'ল। হ'লেও তেওঁৰ লগত শাৰদীয় নিৰ্জনতাত দিন অতিবাহিত কৰাটোও অসহনীয় হ'ল। ডাণ্ডৰ চহৰ এখনত থকাহেঁতেন কথা সুকীয়া হ'লহেঁতেন। তাত বন্ধু-বান্ধৱৰ সান্নিধ্যও পালেহেঁতেন, ইটো সিটো কামতে মনটো ব্যস্ত ৰাখিব পাৰিলেহেঁতেন। এইদৰেই হিট্‌চনাৰৰ সান্নিধ্যৰ পীড়াদায়ক প্ৰসংগটো তেওঁ পাহৰি থাকিব পাৰিলেহেঁতেন। সেই সময়তে গডউইনে শ্যেলী পৰিয়ালটোক লণ্ডনলৈ যাবলৈ বৰকৈ মাতিছিল। তেওঁলোকে তাত দীঘলদিনীয়াকৈ থকাকৈ যাবলৈ ঠিক কৰিলে।

১৮১২ চনৰ অক্টোবৰ মাহৰ কোনোবা এটা দিনত শ্যেলীহঁতে চেইণ্ট জেমচে'চ ষ্ট্ৰীটত থকা তেওঁলোকৰ হোটেলৰপৰা গডউইন আৰু তেওঁৰ পৰিয়ালক পোনপ্ৰথমবাৰৰ বাবে দেখা কৰিবলৈ গ'ল। হেৰিয়েট চুটি চাপৰ, ক্ষীণাঙ্গী, গাৰ বৰণ বগা, গালমুখ গোলাপী। কাষত ধীৰ পদক্ষেপেৰে ওখকৈ সুগোল বাহুৰ তেওঁৰ বালক স্বামী। সেই মহান লোকজনে তেওঁলোকক্নো কি দৰে সোধপোচ কৰিব সেই কথা তেওঁলোকে গুণাগঁথা কৰি আছিল। লণ্ডনেদি যোৱাৰ বাটত মিচ হিট্‌চনাৰে তেওঁলোকক স্ক্ৰিনাৰ ষ্ট্ৰীটত দেখা কৰিছিল, কিন্তু তেওঁ সাদৰ সোধপোচ নাপালে। এই বিষয়ত হয়তো ক'বলৈ একো নাই, কিন্তু গডউইনৰ স্বচ্ছ দৃষ্টিসম্পন্নতাকে ই প্ৰতিপন্ন কৰিলে।

তলত 'জুভেনাল লাইব্ৰেৰী', ওপৰ মহলৰ চ'ৰাঘৰত তেওঁলোকৰ বাবে গোটেইটো গডউইন পৰিয়াল জুম বান্ধি শ্যেলীহঁতলৈ বাট চাই আছিল। তেওঁলোক শ্যেলী পৰিয়ালটোক লগ পাবলৈ উদগ্ৰীব হৈ আছিল। দাৰ্শনিক মহাশয় তাত আছিল— চুটি-চাপৰ, শকত, আৰু তপামৃৰীয়া মানুহ। দেখিলে বুদ্ধিদীপ্ত যেন লাগে। চেহেৰা মেথডিষ্ট যাজক এজনৰ দৰে। বিপ্লৱতত্ত্ব প্ৰচাৰ কৰা সকলোৰে এনে চেহেৰাই হয় বোধহয়।

গডউইনৰ দ্বিতীয় পক্ষৰ পত্নীয়ে সুন্দৰ ক'লা পাটৰ সাজ এটা পিন্ধি আছিল। তেওঁ সেউজীয়া চচমা এজোৰ ক্ষন্তেক পৰৰ বাবে পিন্ধি আছিল। বোধহয় বেৰনেটৰ নাতিয়েক আৰু তেওঁৰ সুন্দৰী ভাৰ্য্যা গৰাকীক ভালকৈ চাই ল'বৰ বাবে। মানুহগৰাকী স্বভাৱত পৰনিন্দুকী বুলি আগতেই শ্যেলীহঁতক সাৱধান কৰি থোৱা হৈছিল। পিছে এইটো উপলক্ষত তেওঁ নিজকে বৰ অমায়িক যেন দেখুৱালে।

ফেণী ইমলেও উপস্থিত আছিল। তেওঁ আছিল শান্ত আৰু মনমৰা স্বভাৱৰ। জে'ন ক্লেইৰমণ্টো তাত আছিল— তেওঁ আছিল দেখিবলৈ ধুনীয়া, স্ফূৰ্তিবাজ, শ্যামাঙ্গী। দেখাত ইটালীয়ান গঢ়ৰ।

গডউইনে ক'লে, "ইয়াত নথকাৰ ভিতৰত আৰু মোৰ ছোৱালী মেৰীহে। তাই এতিয়া স্কটলেণ্ডত আছে গৈ। তাই দেখিবলৈ সাইলাখ মাকৰ নিচিনা। মাকৰ ছবিখন মই দেখুৱাওঁ, ৰ'বা।"

তেওঁ তৰুণ দম্পতীক পঢ়া কোঠালৈ লৈ গ'ল। মোহিনী ৰূপৰ মেৰী ৱ'লষ্টনক্ৰেফটৰ ছবি খন চাই চাই শ্যেলী মুগ্ধ হ'ল। ইয়াৰ পাচত তেওঁলোক আটায়ে ভাগে ভাগে বহিলে। গডউইন আৰু শ্যেলীয়ে পদাৰ্থ আৰু ভাবৰ মাজৰ আপেক্ষিকতা, যাজক সম্প্ৰদায়ৰ স্থান আৰু জাৰ্মান সাহিত্যৰ কথা উলিয়ালে। গডউইন পত্নীয়ে নিৰ্বাক প্ৰশংসাৰে আলোচনা শুনি গ'ল। হেৰিয়েটে গডউইনৰ চক্ৰেটিছৰ লগত সাদৃশ্য থকা যেন পালে। সেই একেই উঠা কপাল; তেওঁৰ কাষত বহি থকা পাৰ্চি যেন এজন সুদৰ্শন গ্ৰীক যুৱক। তেওঁৰ একাগ্ৰতা আৰু অধীৰতা শ্ৰদ্ধাশীলতাৰে সংযমিত।

* * *

শ্যেলী পৰিয়াল আৰু গডউইন পৰিয়ালৰ মাজত ঘনিষ্ঠ সম্বন্ধ এটাই গঢ় ল'লে। গডউইনে প্ৰায়ে হোটেললৈ গৈ শ্যেলীক ফুৰিবলৈ উলিয়াই লৈ যায়। গডউইন পত্নীয়ে শ্যেলী আৰু হেৰিয়েটক নৈশ ভোজনৰ বাবে মাতে। তেওঁ আনকি এলিজা আৰু মিচ হিট্‌চনাৰকো নিমন্ত্ৰণ কৰিছিল, কিন্তু হিট্‌চনাৰক অগত্যা নোৱৰাতহে কৰিছিল। বৰ অনিচ্ছুকভাবেহে। কেতিয়াবা আকৌ হেৰিয়েটে অকলেই তেওঁলোকক নৈশ ভোজনলৈ মতাৰ সাহসো দেখুৱাইছিল।

পাঁচ নবেম্বৰৰ দিনটো গাইফক্স দিবস বুলি খ্যাত। সেই দিনা শ্যেলীহঁতে গডউইনৰ পৰিয়ালৰ লগত নৈশ ভোজন কৰিছিল। ভোজনৰ পিচত কণমানি ন বছৰীয়া উইলিয়াম গডউইনে ক'লে যে সি তাৰ সমনীয়া আৰু প্ৰতিবেশী নিউটনৰ লগত আতচবাজী উৰাবলৈ যাব। সেই সময়ত শ্যেলীয়ে তেওঁৰ শ্ৰদ্ধেয় বন্ধুৰ সৈতে কিবা গভীৰ বিষয়ৰ আলোচনা কৰি আছিল। কিন্তু আতচবাজীৰ শব্দ কেইটাই তাহানিৰ ফিল্ড প্লেচৰ ৰাসায়নিকজনক যেন পুনৰুজ্জীৱিত কৰি তুলিলে। তেওঁ আলোচনাত এক লহমাৰ বাবে তভক মাৰি ৰ'ল। আৰু পিচ মুহূৰ্ততে ৰকেট আৰু বহুবৰ্ণী আতচবাজীৰ খেলাত ভাগ ল'বলৈ ওলাই লৰ মাৰিলে। 'ময়ো তোমাৰ লগত যাম' বুলি সৰু ল'ৰাটোক তেওঁ ক'লে আৰু গ'লেই।

আতচবাজীৰ খেল শেষ হ'ল। সৰু ল'ৰা নিউটনে তেওঁতকৈ বয়সত ডাঙৰ শ্যেলীক বৰ ভাল পালে। তাৰ লগত শ্যেলীয়ে সমনীয়াৰ দৰে খেলিলে। আৰু এনে যে মজাৰ গল্প শুনালে! নিউটনে শ্যেলীক মাক-দেউতাকৰ লগত পৰিচয় কৰাবলৈ লৈ গ'ল। শ্যেলীয়ে নাযাওঁ নুবুলিলে, আৰু তাৰ বাবে পিচত অনুতাপ কৰিবলগীয়াও নহ'ল। নিউটন পৰিয়ালটো তেওঁৰ বৰ ভাল লাগিল, এটা শ্ৰদ্ধেয় পৰিয়াল বুলি তেওঁৰ ভাব হ'ল। তেওঁলোকে শ্যেলীৰ লগত সহজেই খোলাখুলিভাৱে পৰিশীলিত আৰু মনোমত আলোচনাত মগ্ন হ'ল।

নিউটনৰ দৰে মানুহকে শ্যেলীৰ ভাল লাগিছিল। তেওঁৰ অসংখ্য তত্ত্ব (থিয়ৰি) আছিল আৰু সেইবোৰ কাৰ্য্যত প্ৰকাশ কৰিছিল। তেওঁ সাধাৰণতে আলোচনা কৰি ভাল পোৱা বিষয় এটা হ'ল যে বিষুব অঞ্চলৰপৰা প্ৰব্ৰজন কৰি উত্তৰ পিনলৈ যাওঁতে মানুহৰ কিছুমান অস্বাভাৱিক অভ্যাস হ'ল, আৰু সেই অভ্যাসবোৰেই মানুহৰ সমস্ত দুনীতিৰ কাৰণ। এনে এটা বেয়া অভ্যাসৰ ভিতৰত আছিল জোতা পিন্ধাটো। নিউটনৰ

ল'ৰা-ছোৱালীবোৰে একেবাৰে বিবস্ত্ৰ হৈ ফুৰা চকা কৰিছিল। আন এটা বদ অভ্যাস হ'ল মাংস খোৱাটো। নিউটন পৰিয়ালৰ আটাইবোৰেই আছিল নিৰামিষাহাৰী। শ্যেলীৰ কৌতূহলী আগ্ৰহ ওপজাৰ বাবে ইয়াতকৈ ভাল বিষয় আৰু নাছিল। মিঃ নিউটনে তেওঁৰ আগত নতুন কিছুমান উক্তি দাঙি ধৰিলে—

"মাংসাহাৰী জীৱৰ লগত মানুহৰ কোনো মিল নাই। চিকাৰ ধৰিবলৈ মানুহৰ হাঁতোৰা নাই। দাঁতৰ গঠনৰপৰা দেখা যায় যে শাক পাত আৰু ফল-মূলহে মানুহৰ আহাৰ হোৱা উচিত। মাংস খাবলৈ লোৱাৰ পিচতেই মানুহৰ বেমাৰ প্ৰথম আৰম্ভ হ'ল। মাংসাহাৰ মানুহৰ বাবে বিহ। ইয়াতেই প্ৰমিথিউচৰ কাহিনীৰ তাৎপৰ্য্য নিহিত আছে। এই কাহিনীটো দেখ দেখকৈয়ে এক নিৰামিষাহাৰী 'মিথ'। প্ৰমিথিউচ হ'ল মানৱৰ প্ৰতীক। তেওঁ জুইৰ আৱিষ্কাৰ কৰিলে, আৰু পাক-প্ৰণালীও উদ্ভাৱন কৰিলে। লগে লগে এটা শগুণে তেওঁৰ যকৃত খুলি খাবলৈ আৰম্ভ কৰি দিলে। এই শগুণটো হ'ল যকৃতৰ প্ৰদাহ। এইটো একেবাৰে দেখ দেখ কথা।"

নিৰামিষাহাৰী হোৱাৰপৰা নিউটন পৰিয়ালৰ কোনো বেজজ্ঞানী বা ঔষধ পাতিৰ প্ৰয়োজন নহৈছিল। তেওঁলোকৰ ল'ৰা-ছোৱালীবোৰ অতি স্বাস্থ্যবান আছিল। সৰু ছোৱালীকেইজনীক দেখাৰ সুযোগ শ্যেলীৰ কেইবাবাৰো মিলিছিল; তেওঁ সিহঁতক ভাস্কৰৰ আৰ্হিস্বৰূপ (মডেল)ৰ দৰে সুন্দৰ বুলি ভাবিছিল।

নিউটন পৰিয়াললৈ শ্যেলীয়ে ঘনাই আহ-যাহ কৰিবলৈ ল'লে। তেওঁৰ মাত শুনা মাত্ৰকে পাঁচোটা ল'ৰা-ছোৱালী উধাতু খাই তললৈ নামি আহে, আৰু সিহঁতৰ লগত তেওঁক শিশু কক্ষলৈ টনাটনি কৰি লৈ যায়। শ্ৰীমতী নিউটন আৰু তেওঁৰ ভনীয়েক মেডেম দে বইনভাইলো শ্যেলীৰ প্ৰতি ল'ৰা-ছোৱালীকেইটাৰ দৰেই আকৰ্ষিত হৈছিল।

গডউইনৰ ঘৰত ফেণী আৰু জেনে গোটেই গধূলিটো পৰম উল্লাসেৰে শ্যেলীৰ কথা শুনি পাৰ কৰে। তেওঁৰ ৰূপে সিহঁতক মতলীয়া কৰিছিল, আৰু যুক্তিবোৰ সিহঁতৰ দৃষ্টিত অকাট্য আছিল। ৰিপাব্লিকান পৰিয়াল এটাতো, প্ৰভূত সম্পত্তিৰ উত্তৰাধিকাৰী, অথচ ধন-সম্পত্তিৰ প্ৰতি অতিশয় বিৰাগী, এই তৰুণ অভিজাতজন এক ৰঙীন (ৰোমাণ্টিক) ৰূপত উদ্ভাসিত হৈছিল।

গডউইন পৰিয়ালৰ দুজনী গাভৰু ছোৱালীৰ ভিতৰত ফেণী আছিল শান্ত আৰু গহীন, মিতবাক স্বভাৱৰ। জে'ন আছিল জেদী আৰু হৈ

চৈ কৰি ভালপোৱা প্ৰকৃতিৰ। এই দুই যুৱতীৰ সান্নিধ্যলৈ আহি শ্যেলীয়ে যেন তেওঁৰ প্ৰথম যৌৱনৰ ৰঙীণ, অবাধ মুক্ত দিনবোৰ ঘূৰাই পালে। তেওঁক ভাল পোৱা আৰু শ্ৰদ্ধা কৰা ভনীয়েকহঁত আৰু ভাগিনীয়েকহঁতৰ মাজত কটোৱা সেই প্ৰাণোচ্ছল দিনবোৰ পুনৰ উপভোগ কৰিবলৈ পোৱা যেন শ্যেলীৰ ভাব হৈছিল। গডউইন পৰিয়ালৰ ছোৱালীহঁতে হেৰিয়েটক বৰ ভাল পোৱা নাছিল। সিহঁতৰ নজৰত পৰা দুটা কথাৰ এটা হ'ল যে হেৰিয়েটে নিজে কোনো চিন্তা কৰিব নোৱাৰিছিল, মাত্ৰ তেওঁৰ স্বামীয়ে কৈ ভালপোৱা কথাবোৰেৰে পুনৰাবৃত্তি মাথোন কৰিছিল; আনটো হ'ল যে তেওঁ ব্যাকৰণগত ভুল বহুত কৰিছিল।

শ্যেলী দম্পতীৰ আঁতৰি যোৱাৰ লগে লগে ছোৱালীহঁতে মন্তব্য কৰিলেঃ "আয়ে দেহি! শ্যেলী বেচেৰাই তেওঁৰ উপযুক্ত পত্নী নাপালে।"

নিজৰ পচন্দৰ (অৰ্থাৎ নিজে ভাল পাব পাৰিলে ভাল হ'লহেঁতেন এই অৰ্থত) ডেকা এজনক আনৰ দখলত দেখিলে গাভৰু ছোৱালীহঁতৰ সাধাৰণতে এনে ভাব হয়েই। গডউইনৰ জীয়েকহঁতে হেৰিয়েটক তাইৰ অনুপস্থিতিত সমালোচনা কৰিবলৈকো এৰা নাছিল। তেওঁলোকে তাইৰ গাত এনে কেতবোৰ দোষ আৰোপ কৰিবলৈ চাইছিল যিবোৰ শ্যেলীৰ কাণত পৰিলে শ্যেলী জাণ্ডুৰ খাই উঠিব বুলি তেওঁলোকে জানিছিল।

ফেন্নীয়ে কৈছিল, "হেৰিয়েটলৈ মোৰ ভয়েই লাগে। তাই হ'ল এজনী খোদৰ পচলা, ধুনতী তিৰোতা।"

শ্যেলীয়ে মুখ পাতি ধৰিলেঃ 'হেৰিয়েটক ধুনতী তিৰোতা বুলি কৈছাঁ'? আৰু তোমালোকে তাইৰ ওপৰত এইটো অভিযোগ দিছাঁ'? মোৰ দৃষ্টিত অলসভাৱে বিলাসপূৰ্ণ জীৱন কটোৱাটো এক অক্ষমণীয় অপৰাধ। তেওঁৰ আচৰণ ইমান সৰল, সহজ আৰু অনাড়ম্বৰ— তেওঁৰ আকৰ্ষণৰ প্ৰধান কাৰণ হ'ল সেইটোৱেই। বাহ্যিকতাসৰ্বস্ব চৌখীন জীৱনৰ জিকমিকনিৰ লগত ই খাপ নাখায়। হেৰিয়েটক মই দিনেৰাতিয়ে দেখি আছোঁ। তোমালোকৰ অভিমত মই নামানো।"

বহুত দিনৰ পিচত ফেন্নীয়ে কোৱা এই কথাকেইটা শ্যেলীৰ মনলৈ আহিছিল।

———

||১৫||

# শ্ৰীমতী হিট্‌চনাৰৰ কথা

হগে ঘৰৰপৰা আঁতৰি এবছৰ কাল য়ৰ্ক চহৰত কটালে। সেইটো বছৰত তাত তেওঁ আইন অধ্যয়ন কৰিছিল। বছৰৰ মূৰত শিক্ষা সাং কৰি তেওঁ ঘৰলৈ ঘূৰিলে। পৰিয়ালৰ লগত তেতিয়ালৈ তেওঁৰ মিলমাল হৈ গৈছিল।

এদিনাখন গধূলি। গৰম হলৌ কোট এটা গাত মেৰিয়াই আৰামী চকী এখনত সোমাই লৈ হগে কিবা পঢ়ি আছে। কাষতে এক কেট্‌লি গৰম চাহ্‌। তেনেতে তেওঁৰ ঘৰৰ বাহিৰৰ দুৱাৰত কোনোবাই জোৰেৰে খুন্দিওৱাৰ শব্দ শুনা গ'ল। অলপ পিচত দুৱাৰখন জোৰেৰে দুফালকৈ মেল খাই গৈ বেৰত খুন্দিয়ালে আৰু ঘটংকৈ এটা শব্দ হ'ল। গোটেই ঘৰটো লৰি যোৱা যেন লাগিল। হগৰ মনলৈ আহিল এহাল উজ্জ্বল চকুৰে আগলৈ অলপ হালি খোজকঢ়া, বেচ ওখপাখ এজন লোক।

"শ্যেলীৰ লগত বন্ধুত্ব থকাহেঁতেন ভাবি ল'লোহেঁতেন..."

কোনোবা মানুহ খটখটিয়েদি খৰকৈ খোজকাঢ়ি ওপৰলৈ অহাৰ শব্দ শুনা গ'ল। তেনেকুৱাকৈ খোজ কঢ়াৰ ধৰণটোৱে বহুত দিনৰ আগতে অক্সফৰ্ডত কোনোবাই খোজকঢ়াৰ ধৰণটো মনত পেলায়। "শ্যেলীৰ বাহিৰে আন কোনেও এইদৰে খটখটিয়েদি ওপৰলৈ লৰি অহাদি অহা নাছিল।"

কোঠাৰ দুৱাৰ খোল খালে। শ্যেলী দুৱাৰমুখত থিয় দি আছে। মূৰত হেট নাই, বুকুৰ বুতাম খোলা, দেখাত উদ্ভ্ৰান্ত, বুদ্ধিদীপ্ত, দেখিলে এনেহে ভাব হয় যেন সৰগৰপৰা কোনোবা অশৰীৰী জীৱ ভুলত পৃথিৱীলৈ নামি আহিছে।...

"তোমাৰ ঠিকনাটো মই তোমাৰ সেই 'বিশেষ উকীল' মহাশয়ৰপৰা পালোঁ। তালৈকো কম কষ্ট কৰিব লগা হোৱা নাই। তেওঁ মোক কোনোবা ঠগ-প্ৰবঞ্চক বুলি ভাবিছিল হ'ব পায়, ঠিকনাটো নিদিয়েই! যোৱা গোটেই বছৰটো ধৰি তোমাৰ হৈছে কি?... মই অলপদিনৰ আগতে

মাথোন আয়াৰলেণ্ডৰপৰা ঘূৰি আহিছোঁ।... আয়াৰলেণ্ডৰ কেথলিকসকলক মানৱতাৰ শিক্ষা দিবলৈ মই তালৈ গৈছিলোঁ।... তাৰপৰা আমি ৱেলচলৈ গ'লোঁ... বেচ ধুনীয়া ঠাই ৱেলচখন।... হেৰিয়েট ঠিকেই আছে... তেওঁ সন্তানসম্ভৱা.. তুমি বাৰু বাৰ্কেলে পঢ়িছানে?... মই সম্প্ৰতি হেলভেটিয়াছ্ পঢ়ি আছোঁ।.. চতুৰালি আছে বেচ, কিন্তু নীৰস..."

হগে বিগত দিনৰ সপ্ৰসংশ দৃষ্টি, স্নেহ আৰু বিদ্ৰূপৰ ভাবেৰে শ্যেলীলৈ চালে। এবছৰৰ আগতে ইমানকৈ ঠোটায়োজা লাগি এৰাএৰি হোৱা বন্ধু এজনৰ লগত, এবছৰৰ পিচত লগালগি হোৱা মাত্ৰকে, শ্যেলীৰ বাহিৰে আন কোনেনো হেলভেটিয়াছ্ সম্পৰ্কে আলোচনাৰ অৱতাৰণা কৰিব পাৰিব?

শ্যেলীৰ মনত অপাৰ আনন্দ। অপাৰ চাঞ্চল্য। তেওঁ বহা নাই, কোঠাটোত ইফালেসিফালে ঘূৰি ফুৰিছে, ইখনসিখন কিতাপৰ পাত লুটিয়াইছে, ইটোসিটো প্ৰশ্ন কৰিছে কিন্তু উত্তৰলৈ বাট চোৱা নাই। এনেহে লাগিল যে হগে যে তেওঁক এসময়ত অন্যায় কৰিছিল সেই কথা যেন তেওঁ সমূলি পাহৰি গ'ল!

দুপৰ নিশালৈকে তেওঁ কথা কৈয়ে থাকিল। এসময়ত হগৰ ওচৰৰ কোঠাৰ মানুহে ধুম ধুমকৈ বেৰত ঢকিয়াই হগক সাৱধান কৰি দিলে যে তেওঁক দেখা কৰিবলৈ অহা ভদ্ৰলোকৰ টিঙটিঙিয়া আৰু ডাঙৰ মাতে তেওঁলোকৰ টোপনিত ব্যাঘাত জন্মাইছে।

নিজৰ সুনামৰ কথা চিন্তা কৰি হগে শ্যেলীক যাবলৈ ক'লে। শ্যেলীৰ কিন্তু কথাৰ আঁত নিছিগেই নিছিগে। তেওঁ হগক জনালে যে ট্ৰেমাডকত এটা বান্ধ বান্ধিবৰ বাবে তেওঁ বৰঙণি তুলিছে। বান্ধটো বন্ধা হৈ উঠিলে পাঁচ হেজাৰ একৰ মাটি সাগৰৰ বুকুৰপৰা উদ্ধাৰ কৰা হ'ব। সেয়ে হ'লে ৱেলচবাসীৰ বেচ উপকাৰ কৰা হ'ব। তেওঁ নিজে এশ পাউণ্ড চাঁদা দি তালিকাখন মুকলি কৰিছে। তেওঁৰ জীৱন, শক্তি, আৰু সমস্ত ধন-সম্পত্তি এই কামৰ বাবে উৎসৰ্গা কৰিছে।... হগে তেওঁক লাহেকৈ কান্ধত ধৰি দুৱাৰমুখলৈ নিছে কিন্তু শ্যেলী নাযায়।

"তোমাৰ প্ৰতিবেশীহঁতে মোক বেচ বিৰক্ত কৰিলে। সিহঁত মানুহ নহয়, জানোৱাৰ। সিহঁতে নাজানে যে ৰাতিহে মানুহৰ মনপ্ৰাণ প্ৰকৃততে মুক্ত হয়।"

হগে কিবা প্ৰকাৰে শ্যেলীক কোঠাৰ বাহিৰ উলিয়াই খটখটি পোৱালেগৈ।

"মই যাম বাৰু, কিন্তু এটা চৰ্ত্তত। চৰ্ত্তটো হ'ল তুমি কালিলৈ আমাৰ লগত সান্ধ্য ভোজনৰ বাবে আহিব লাগিব। হেৰিয়েটে তোমাক দেখি বৰ ভাল পাব। আমাৰ লগত বৰ ভয়ঙ্কৰ প্ৰাণী এটি পিছে আছে। তাৰ বাবে মই তোমাৰ ওচৰত মাফ খুজিছোঁ। প্ৰাণীটি হ'ল শ্ৰীমতী হিট্‌চনাৰ।... পিছে তেওঁ দুই এদিনতে যাবগৈ।"

"শ্ৰীমতী হিট্‌চনাৰ? সেই যে তোমাৰ একালৰ মানসভগ্নী?"

"কি কৈছা? সেইজনী মোৰ মানসভগ্নী?" শ্যেলীয়ে খংকৈ ক'লে। "তাই হ'ল মাটিত বগাই ফুৰা এক ঘিণ লগা পোক।... আমি তাইৰ নাম 'মুগী পিশাঁচী' থৈছোঁ।"

কথা কৈ কৈ তেওঁলোক ৰাস্তা পালেগৈ। হগে শ্যেলীৰ গাত লাহেকৈ ঠেলা এটা মাৰি তেওঁক চৌহদৰপৰা উলিয়াই দিলে, আৰু তাৰ দুৱাৰখন জপাই দিলে।

* * *

পিচদিনা সন্ধিয়া ছয় বজাতে হগ গৈ শ্যেলীৰ ঘৰ ওলাল। তেওঁৰ নাম লিখা কাৰ্ড হেৰিয়েটলৈ পঠালে। তাই বৰ আগ্ৰহেৰে তেওঁক মাতবোল কৰি বহুৱালে। হেৰিয়েট সেই সময়ত দেখিবলৈ আগতকৈও কম বয়সীয়া, বেচি মৰম লগা, আৰু তেজে গাল ফুটি যাওঁ ফুটি যাওঁ চেহেৰাৰ হৈছিল।

"কত দিন যে হ'ল এৰাএৰি হোৱা!" তাই ক'লে। "কিন্তু আকৌ ইমান দীঘলীয়াকৈ এৰাএৰি আমাৰ নহ'ব। আমি লণ্ডনতে থিতাপি লোৱাৰ কথা ভাবিছোঁ।"

এলিজা খংমুঈ হৈ এদাঁতিত চুপ্‌চাপ বহি থাকিল। হগে কৰমৰ্দন কৰিবলৈ হাত আগবঢ়াই দিলত হাতটো চুলেহে মাত্ৰ, মুখেৰে একো নামাতিলেই!

"হেৰিয়েট, তুমি দেখিলেই ভাল লগাজনী হৈ আছাঁ।"

"তাইৰ কথা কৈছে? দেখিলেই ভাল লগা হৈ আছে? একেবাৰে নহয়। বেচেৰী! তাইৰ গা-মন বৰ বেয়া। ভিতৰি ভিতৰি তাই ভাগি

পৰিছে।”

এলিজাৰ কথা শুনি হ্‌গে ভাবিলে, “এইখন ঘৰত একো সলনি নহয়। কথা কওঁতে সাৱধান হ’ব লাগিব।”

ঠিক এনে সময়তে শ্যেলী গুলীটো অহাদি কোঠালৈ সোমাই আহিল। অলপ পিচতে সান্ধ্যভোজন তাতেই সজাই দিয়া হ’ল।

সান্ধ্যভোজনৰ পিচত এলিজাই হেৰিয়েটৰ কাণত ফুচফুচাই কিবাকিবি ক’বলৈ লাগিল। হ্‌গক শুভৰাত্রি জনাবলৈ আৰু পিচৰ ৰবিবাৰে পুনৰ আকৌ আহিবলৈ ক’বলৈ হেৰিয়েট সেইখিনিত ওলাইছিলগৈ।

“সেইদিনা ‘মুগী পিশাঁচী’জনী যাবগৈ নহয়। কথা-বতৰা পাতিবলৈ সুচল নহ’ব। কিন্তু আপুনি আহিলে আমাৰ সদায়ে বৰ ভাল লাগে... আপুনি আমাৰ পৰম সহায়ক হ’ব।... পার্চিয়ে আপোনাক আমাৰ ‘উৎপীড়নকাৰী’ গৰাকীৰ কথা কৈছে নহয়?”

মিচ হিট্‌চনাৰৰ নাম উল্লেখ কৰিলতে এলিজাই মুখেৰে ফুটাই নক’লেও, আকাৰে ইংগিতে চৰম বিৰক্তি প্ৰকাশ কৰিলে।

হেৰিয়েটে কৈ গ’ল, “সেইজনী এজনী ভয়ানক তিৰোতা। পার্চিক তাই তাইৰ প্ৰেমত পেলাবলৈ চেষ্টা কৰিছিল। তাই বুজাব খুজিছিলে যে পার্চিয়ে তাইক প্ৰকৃততে ভাল পায়। মই হেনো কেৱল গৃহস্থালি চলোৱাৰ বাবেহে উপযুক্ত— এইটো আভাসো তাই পার্চিক দিছিল। তাই আমাৰ ইয়াৰপৰা গ’লে পার্চিয়ে তাইক বছৰি এশ পাউণ্ডকৈ দিব বুলি কথা দিছে।”

শ্যেলীয়ে ক’লে বোলে কথাটো সঁচা। তেওঁৰ বাৰ্ষিক আয়ৰ চাৰি ভাগৰ এভাগ এইদৰে আনক দি দিয়াটো বৰ বিবেচনাৰ কাম হোৱা নাই বুলি তেওঁ বুজি নোপোৱা নহয়, পাইছিলে। কিন্তু উপায় নাই— তাকে নকৰিলে নহয়। তেওঁলোকৰ বাবেই গাভৰু মানুহজনীয়ে চাকৰি এৰি আহিব লগা হ’ল। লগতে তাইৰ স্বাস্থ্য আৰু সুনাম দুয়োটা হানি হ’ল। এইবোৰৰ গুৰিতে তেওঁলোকৰ বৰ্বৰ অবিবেচনা। এইখিনি কথা হেৰিয়েটে ক’লে।

শ্যেলীয়েও লগতে মাতিলে— “তাই প্ৰকৃততে এজনী ভয়ানক তিৰোতা।” কথাকেইটা কওঁতে তেওঁৰ গাটো জিকাৰ খাই গৈছিল। “তেনেই উপকৰা, কুৎসিত, এক উভলিঙ্গ জানোৱাৰ। তাইক নাৰী

বুলিব পাৰি কেনেকৈ? মোৰ নিজৰ ৰুচি যে ইমান বিকৃত হ'ব পাৰে সেই কথা তাইৰ সৈতে চাৰিমাহ কটোৱাৰ পিচতহে উপলব্ধি কৰিছোঁ। আৰু কৰি আচৰিত হৈছোঁ। স্বৰ্গত এনে এজনী মানুহ থাকিবলৈ হ'লে, নৰকৰ অৱস্থা কেনে হ'ব? তাই আৰু' কবিতাও লিখে! 'তিৰোতাৰ অধিকাৰ' শীৰ্ষক এটা ইলিজি (শোকৰ কবিতা) ও তাই লিখিছে। প্ৰথম শাৰীটো শুনাঃ "সকলো, সকলো পুৰুষ, বাকীবোৰৰ দৰে তিৰোতা..."— কৈ কৈ শ্যেলীয়ে উদ্ভ্ৰান্তৰ দৰে গিৰ্জনি মাৰি হাঁহি দিলে। মাজে মাজে সেইদৰে হাঁহাটো তেওঁৰ স্বভাৱগত আছিল।

হগে পিচদিনা আহিবলৈ নাপাহৰিলে। সেই দিনটোৰ নায়িকাগৰাকী তেওঁৰ মনত বিৰক্তিকৰ কিন্তু নিৰ্জু যেন লাগিল। তাই আছিল গায়ে গাৰিয়ে মস্ত, হাড় শকত, পুৰুষালি চেহেৰাৰ, এজনী মাগুৰবৰণীয়া তিৰোতা। ঠুতৰিত গোফৰ চিনো তাইৰ আছিল।

হগক দেখাৰ লগে লগে শ্যেলীয়ে ক'লে বোলে তেওঁৰ ওলাই যাব লগা আছে— কাম আছে। হেৰিয়েটৰ হেনো বৰকৈ মূৰ কামুৰিছিল, গতিকে তেওঁ নিটালে থাকিব লাগিব। দুয়োজনী এলিজাকে এপাক ফুৰাই আনিবলৈ লৈ যোৱাটো হগৰ ভাগত পৰিল।

হগে এলিজা ৱেষ্টব্ৰুকক নাম দিছিল 'ক'লী পিশাঁচী'। 'মুগী পিশাঁচী'ক সোঁহাতে আৰু 'ক'লী পিশাঁচীক' বাওঁহাতে লৈ এতিয়া তেওঁ চেইণ্ট জেমচে'চ পাৰ্কৰ পিনে ফুৰিবলৈ ওলাল। তেওঁ মনতে ভাবিলে— "কৰ্ণেলিয়াৰ দৰে ময়ো ক'ব পাৰোঁ— 'এই দুই মোৰ ৰত্ন'।"

দুই সুন্দৰী প্ৰতিদ্বন্দ্বীয়ে পৰস্পৰে পৰস্পৰক কটূক্তিৰে আক্ৰমণ কৰিবলৈ লাগিলে। দেখাত মৰামুজা যেন লগা এলিজায়ো মিহি মিহিকৈ বেচ টান কথা শুনালে। শ্ৰীমতী হিট্‌চনাৰে অকল হগৰ লগতহে কথা পতা যেন দেখুৱালে। তেওঁ "নাৰীৰ অধিকাৰ" সম্বন্ধে কথা ক'লে। এলিজাই এই বিষয়ত মাত মাতিব নোৱাৰিছিল— আন কোনো বিষয়তো নোৱাৰিছিল— ফলত তেওঁ নামাতি ৰণ জিকাৰ লাজলগা কৌশলকে ল'ব লগা হ'ল।

ঘূৰি গৈ ঘৰ পালত এলিজাই হগক একাষৰীয়াকৈ মাতি নি ক'লে—"সেই লেতেৰীজনীৰ লগত ইমানকৈ কি কথা পাতি আছিলে? ইমান সময় আপোনাৰ ওচৰত তাইক কিয় পেক্‌পেকাই থাকিবলৈ দিছিলে?

হেৰিয়েটে আপোনাক খুব বেয়া পাব। ঠিক জানিব। তাইৰ খুব খং উঠিব।”

হেৰিয়েটে কিন্তু তেওঁলৈ চাই মিচিকি হাঁহি এটা মাৰি সুধিলে, “মুগী পিশাঁচীৰ ওচৰত তোমাৰ বিৰক্তি লগা নাছিলনে?”

দুপৰীয়াৰ সাজ খোৱা হ’লত তেওঁ দুষ্টবুদ্ধি কৰি কথা-বতৰাৰ প্ৰসংগ পুনৰ ‘নাৰীৰ অধিকাৰ’লৈ ঘূৰাই দিলে। লগে লগে যুক্তি দেৱী সোচ্চাৰ হৈ পৰিল। শ্যেলী বহাৰপৰা উঠি তেওঁৰ কাষত ঠিয় দিলেগৈ, আৰু বেচ সৰস আলোচনাত নিমগ্ন হ’ল। দুই ব্লেষ্টব্ৰুক বাই-ভনীয়ে পৰিস্থিতি দেখি ইজনীয়ে সিজনীৰ মুখলৈ চোৱা-চুই কৰিবলৈ ধৰিলে। ভাবটো যেন শ্যেলী শত্ৰুপক্ষৰ লগত বাক বিনিময় কৰাৰ অপৰাধত অপৰাধী।

এলিজাই হগক কাণে কাণে ফুচফুচাই ক’লে, “তাই যে কিমান লেতেৰী জনা হ’লে আপুনি তাইৰ ওচৰ নাচাপিলহেঁতেন।”

পিচে মুক্তিৰ ক্ষণো উপস্থিত হ’ল। ঘোঁৰাগাড়ী এখনত নিৰ্বাসিতাৰ বয়বস্তু দ’ম কৰি তুলি দিয়া হ’ল, আৰু শ্যেলীৰ ঘৰৰ দুইগৰাকী নাৰীয়ে আনন্দত নাচিববাগিবলৈ ধৰিলে।

---

||১৬||

# হেৰিয়েট

শ্ৰীমতী হিট্‌চনাৰ গুচি যোৱাৰ পিচৰ কেইমাহ বৰ সুখেৰেই পাৰ হ'ল। শ্যেলী পৰিয়ালটো তেতিয়াও ঠিক কপৰ্দকশূণ্য অঘৰীৰ দৰেই আছিল, হ'লেও ঘৰ আৰু টকা-পইচাৰ অভাৱটো এক অন্তঃস্থ, গভীৰ সন্তোষৰ ভাবে আঁতৰ কৰিছিল। শ্যেলীয়ে 'কুইন মাব' নামৰ এটা দীঘল কবিতা আৰম্ভ কৰিছিল আৰু ইয়াক ৰচনা কৰাত ব্যস্ত থাকিব লগাতেই যেন তেওঁ জীৱনৰ সাৰ্থকতা বিচাৰি পাইছিল। সন্তানসম্ভৱা হেৰিয়েট এক সন্তোষদায়ক জড়তাত যেন নিমজ্জিত হৈ পৰিছিল। আগন্তুক মাতৃত্বৰ সোণালী সপোন ৰচি ৰচি তেওঁ ইমানেই আত্মবিভোৰ হৈ ৰৈছিল যে গতানুগতিকতাই তেওঁক বিৰক্ত কৰাৰ কথাই নহৈছিল।

এই সময়ছোৱাত শ্যেলী ৱেলচলৈ মাজে মাজে কম সময়ৰ বাবে গৈছিল। আয়াৰলেণ্ডলৈও দ্বিতীয়বাৰৰ বাবে গৈছিল, কিন্তু ৰাজনীতিৰ কথা উলিওৱা নাছিল। পাৰ্চিক ভাল লগাবলৈ হেৰিয়েটে লেটিন ভাষা শিকিবলৈ আৰম্ভ কৰিলে। তেওঁ তাইক নিজৰ পদ্ধতিমতে শিকাইছিল। ব্যাকৰণ বাদ দি তেওঁ তাইক পোনেই হৰেচ আৰু ভাৰ্জিলত লগাইছিল।

হেৰিয়েটে পঢ়ি থকা সময়ত শ্যেলীয়ে তেওঁৰ কবিতাটো লিখাত ব্যস্ত থাকে বা ইতিহাস পঢ়ে। গডউইনে শ্যেলীক বুজাইছিল যে ইতিহাসৰ জ্ঞানৰ অভাৱেই শ্যেলীৰ বিচাৰ ক্ষমতা বিভ্ৰান্ত হোৱাৰ অন্যতম কাৰণ আছিল, আৰু বিষয় হিচাপে ভাল নাপালেও ইয়াক তেওঁ একাগ্ৰতাৰে অধ্যয়ন কৰিবলৈ ল'লে। সন্ধিয়াপৰত হেৰিয়েটে 'ৰবীন এডেইৰ'ৰ আৰু 'কাটে অফ্ কাৰ্‌ণে' নামৰ আইৰিচ গান গায়, বা তেওঁলোক একেলগ হৈ খবৰ কাগজ পঢ়ে। সেই সময়ৰ খবৰ কাগজবোৰ উদাৰপন্থী লেখকসকলৰ ওপৰত উৎপীড়নৰ কথাৰে ভৰি আছিল।

নিজৰ অভিমত নিৰ্ভয়ে প্ৰকাশ কৰাৰ অপৰাধত দণ্ডিত সেইসকল অপৰিচিত লোকলৈ শ্যেলীয়ে প্ৰায়ে চিঠি লিখিছিল, আৰু তেওঁলোকৰ ওপৰত বিহা জৰিমনা দিবলৈ ওলাইছিল। কিন্তু হাতত দহ পাউণ্ডো

নথকা বাবে ইয়াৰ বাবে তেওঁ শতকৰা চাৰিশ হাৰে সুতত ধন ধাৰে লৈছিল।

ইতিমধ্যে হেৰিয়েটৰ প্ৰসৱৰ সময় ওচৰ চাপি আহিল, আৰু সেইবাবে তেওঁলোকৰ লণ্ডনলৈ ঘূৰি যোৱাৰ সময় হ'ল। শ্যেলীৰো একৈশ বছৰীয়া জন্মদিবস ওচৰ চাপিছিল। এই দিনটো তাৎপৰ্য্যপূৰ্ণ আছিল, কাৰণ এইটো বয়সত সোমালে তেওঁ পিতাকৰ লগত মিলমাল কৰিব পৰাৰ সম্ভাৱনা আছিল।

এলবেমাৰ্ল ষ্ট্ৰীটৰ কুক্‌চ হোটেলত তেওঁলোকে কোঠা এটা ভাৰালৈ ল'লে। তেওঁলোকৰ লগত এলিজাও আছিল। তেওঁ হেৰিয়েটৰ আলপৈচান ধৰিছিল, চোৱাচিতা কৰিছিল। কৰিব লগাখিনিতকৈ বেচিকৈহে কৰিছিল। অনাহকত হৈ চৈ কৰি থকাৰ বাবে শ্যেলী তেওঁৰ ওপৰত বিৰক্ত হৈছিল। শ্যেলীৰ মত হ'ল যে স্বাভাৱিক প্ৰক্ৰিয়াটো ব্যাহত হ'বলৈ দিব নালাগে। শ্যেলী অলপমান আঁতৰি থকাৰ সুযোগ লৈ তেওঁ হেৰিয়েটক বিবাহিত জীৱনৰ আশা-আকাঙ্ক্ষা সম্পৰ্কে মন্ত্ৰণা দিছিল—

"একৈশ বছৰ বয়সতো পাৰ্চি পিতাকৰ লগত বুজাপৰা এটালৈ আহিব নোৱৰাটো বৰ আচৰিত কথা হৈছে। তেনে এটা বুজাপৰা হ'লে ভাল আছিল। তেতিয়াহ'লে পৰিয়ালটোৱে তোক আদৰি ল'লেহেঁতেন আৰু তই ভাবী বেৰনেটৰ পত্নী হিচাপে দিন কটাব পাৰিলিহেঁতেন। তই অলপ চালাকচতুৰ হোৱা হ'লে আৰু তেওঁৰ মন ভুলাব পৰাহেঁতেন, মই ন দি ক'ব পাৰোঁ, অৱস্থা তেনেই বেলেগ হ'লহেঁতেন। তোৰ এতিয়া চহৰত নিজৰ ঘৰ থাকিব লাগে। নিজৰ ৰূপৰ বাচন-বৰ্ত্তন থাকিব লাগে, নিজৰ বাগী থাকিব লাগে। পাৰ্চিয়ে ইচ্ছা কৰিলেই এই আটাইবোৰ হ'লহেঁতেন।"

হেৰিয়েটো বায়েকৰ সৈতে একমত। নিজে সুন্দৰী বুলি হেৰিয়েটে জানে। ৰূপহী তিৰোতা এগৰাকীয়ে বিলাসী জীৱন এটা কটাবলৈ নোপোৱাটো, চালাক চতুৰ লোক এজনে আনৰ বহতীয়া হৈ দিন কটোৱাৰ দৰে। পথচাৰীসকলৰ সপ্ৰসংশ দৃষ্টিৰপৰাই তাই নিজৰ শক্তিৰ উমান পাইছিল। যৌবন যে সদায় নাথাকে সেই কথাও তাই বুজিছিল। শক্তিশালী সৈন্য বাহিনী এটা থকা জাতি এটাই সৈন্য বাহিনীটো ভাঙি দিয়াৰ আগতে বিশ্বত নিজৰ স্থান সুদৃঢ় কৰি ল'বলৈ বিচৰাৰ দৰে,

নাৰীয়েও বয়স থাকোতেই, অৰ্থাৎ বৃদ্ধ বয়সৰ ওচৰত নিৰ্বিকাৰভাৱে বশ্যতা স্বীকাৰ কৰি লোৱাৰ আগতেই, তেওঁৰ শত্ৰু পুৰুষৰপৰা যিমান পাৰি সুযোগ-সুবিধা আদায় কৰি ল'বলৈ বিচাৰে।

ইয়াৰ বাদেও এলিজাই হেৰিয়েটক অনবৰত পুতৌৰ চকুৰে চায়। ফলত তেওঁৰ মনত আত্মদুঃখকাতৰতাৰ সৃষ্টি হ'বলৈ ধৰিলে আৰু আত্মদুঃখকাতৰতা এনে এটা মাৰাত্মক ব্যাধি যে একেবাৰে সোণৰ সংসাৰ এখনো কেতিয়াবা মূৰ্খই জনোৱা অকাৰণ সমব্যথাৰ ফলত ভাগিছিগি চূৰমাৰ হৈ যায়।

এলিজাৰ প্ৰৰোচনাত পৰি হেৰিয়েটে শ্যেলীক কুটুৰিবলৈ ধৰিলে। ডিউক অফ্ নৰফক মহাশয়েও শ্যেলীক আকৌ পৰামৰ্শ দিলে। সাতে সোতৰে গোট খাই শ্যেলীয়ে পুনৰবাৰ পিতাকলৈ লিখিবলৈ স্থিৰ কৰিলে। এই কামটো সম্মানজনক আৰু প্ৰয়োজনীয় বুলি নভবাহেঁতেন তেওঁ নকৰিলেহেঁতেন। তেওঁ মাকক লগ পাবলৈ বৰকৈ আগ্ৰহ কৰিছিল। সময় আৰু দূৰত্বৰ ব্যৱধানত তেওঁৰ পিতাকো তেওঁৰ মানত নিৰীহ আৰু পুতৌজনক যেন লাগিছিল।

মৰমৰ পিতা,

আকৌ এবাৰ মই আপোনালৈ চিঠি লিখিবলৈ লৈছোঁ। মোৰ একান্ত আশা যে আপোনাৰ আৰু মোৰ মাজত পুনৰ মিলমাল হ'ব। মোৰ নিজৰ ভুলৰ বাবে আপোনাৰ আৰু মোৰ পৰিয়ালটোৰ লগত মোৰ সম্বন্ধ ব্যাহত হৈছিল। মই আশা কৰিছোঁ যে এতিয়াৰপৰা আপুনি আৰু মই অধিক আত্মবিশ্বাসেৰে পৰস্পৰক পিতা-পুত্ৰ বুলি গণ্য কৰিব পাৰিম। এতিয়াৰপৰা মই মোৰ পৰিয়ালৰ অশান্তিৰ কাৰণ হৈ নৰ'ম বুলি আশা কৰিছোঁ। জন গ্ৰভে কালি আমাৰ লগত সান্ধ্যভোজন কৰিছিল। তেওঁৰপৰা আপোনাৰ গা ভালে আছে বুলি শুনিবলৈ পাই মই সুখী হৈছোঁ। মোৰ পত্নীয়েও আপোনালৈ শ্ৰদ্ধা জনাইছে।"

টিমথি শ্যেলীৰ কামকাজবোৰ সদায়েই জেদী আৰু বিকৃতবুদ্ধিৰ হয়। এই ক্ষেত্ৰতো সেয়ে হ'ল। তেওঁ শ্যেলীৰপৰা আনুগত্যৰ এনে এক প্ৰমাণ বিচাৰিলে যিটো মানি লোৱাটো পাৰ্চিৰ বাবে সম্ভৱ নাছিল। পিতাকে বিচাৰিছিল পুতেকে বিশ্ববিদ্যালয়ৰ গীৰ্জামণ্ডলত নিজৰ আস্থা

প্ৰকাশ কৰি লিখিব লাগে। তাকে কৰা নহ'লে পিতাকে পুতেকৰ লগত আৰু কোনো যোগাযোগ নাৰাখে।

শ্যেলীয়ে ডিউক্ অফ্ নৰফকলৈ লিখিলেঃ "মই ইমান অধঃপতিত হোৱা নাই যে নিজে সঁচা বুলি মনা কথা এটা মই ৰাজহুৱাভাৱে অস্বীকাৰ কৰিম। সাধাৰণ বুদ্ধিৰ যিকোনো লোকেই বুজিব পাৰে যে দৃঢ়ভাৱে বিশ্বাস কৰা কোনো ভাব বা আদৰ্শক হঠাতে অস্বীকাৰ কৰাটো বৌদ্ধিক সততাৰ এক বৰ দুৰ্ভাগ্যজনক পৰীক্ষা।... যিকোনো কথাকে মই মানি ল'বলৈ সাজু, কিন্তু আত্মসন্মানৰ লগত মই আপোচ কৰিব নোৱাৰোঁ, কাৰণ আত্মসন্মান অবিহনে জীৱনটো এটা বোজা আৰু কলঙ্ক হৈ পৰে।"

এলিজাৰ মতে এনে আকোৰগোজাঁলিৰ কোনো অৰ্থ হ'ব নোৱাৰে। তাই ভোৰভোৰালেঃ "তাৰ মানে আসন্নপ্ৰসবা হেৰিয়েটৰ বাবে বাগী এখনৰো ব্যৱস্থা নহ'ব, ৰাস্তাত টলৌ টলৌকৈ খোজকাঢ়ি যাব লাগিব!" কথা শুনি শ্যেলী একেবাৰে উত্যক্ত হৈ পৰিল। তেওঁ বাগী এখন ধাৰেবাকীৰে আনিলে, কিন্তু নিজে তাত নুঠিলে। বন্ধ গাড়ী এখনৰ ভিতৰত সোমাই থকা কথাটো তেওঁ বৰ বেয়া পাইছিল। হগৰ লগত পদব্ৰজে সুদীৰ্ঘ পথ ভ্ৰমণ কৰিবলৈকে তেওঁ ভাল পাইছিল।

এলিজাৰ বাবে ঘৰত বৰ অশান্তি। কিন্তু ওলাই গৈ আৰামেৰে অলপ সময় কটাব পৰা ঠাইৰ অভাৱ হোৱা নাছিল। তেওঁক আদৰসমাদৰ কৰা কেইবাটাও পৰিয়াল আছিল। স্কিনাৰ ষ্ট্ৰীটত গডউইনৰ পৰিয়াল আছিল। তাত ফেণী আৰু জে'ন ক্লেইৰমণ্টে তেওঁক বেচ আথবেথ্ কৰিছিল। চেষ্টাৰ স্কোৱাৰত নিউটনৰ পৰিয়ালটোও আছিল। তাত তেওঁ মৰম-স্নেহ, বুদ্ধিমত্তা আৰু ৰীতিগত সৌজন্য— এই আটাইবোৰ পাইছিল। শ্ৰীমতী নিউটন আছিল এগৰাকী আগশাৰীৰ সংগীতজ্ঞা—ডাচেকৰ প্ৰিয় ছাত্ৰী। শ্যেলী তেওঁলোকৰ ঘৰলৈ গ'লে তেওঁ পিয়ানো বজাবলৈ বহে আৰু শ্যেলীয়ে উঁশৰ মোটা কম্বলৰ ওপৰত বহি ল'ৰা-ছোৱালীকেইটাক সৰু সৰুকৈ ভূতপ্ৰেতৰ গল্প ক'বলৈ লয়।

মেডেম দ্য বইনভিল প্ৰায়ে ভনীয়েকৰ ঘৰলৈ গৈছিল। এই দুইগৰাকী ভদ্ৰমহিলা আছিল চেইণ্ট ভিনচেণ্টৰ এজন আঢ্যৱন্ত খেতিয়কৰ ছোৱালী। এওঁলোকে এক সংমিশ্ৰিত এংল'-ফ্ৰেন্স শিক্ষা পাইছিল। শ্যেলীয়ে ফৰাচী

দাৰ্শনিকসকলৰ সম্বন্ধে উচ্চ ধাৰণা পোষণ কৰিছিল। ভদ্ৰমহিলা দুগৰাকীৰ শিক্ষাদীক্ষা আৰু ধ্যানধাৰণা তেওঁ খুব পচন্দ কৰিছিল। বিশেষকৈ মেডেম দ্য বইনভিলে তেওঁক মুগ্ধ কৰিছিল। আঁদ্ৰে চেনিয়াৰ আৰু লা ফেয়েটৰ বন্ধু, কপৰ্দকশূণ্য, দেশান্তৰী লোক এজনৰ লগত হোৱা তেওঁৰ ৰোমাণ্টিক বিবাহে তেওঁক এক বিশেষ কাব্যিক, মোহিনী শক্তিৰে অভিষিক্ত কৰিছিল। তেওঁৰ চুলিবোৰ আছিল বগা, তেওঁৰ মুখখনত আছিল এক শিশুসুলভ কমনীয়তা, চকুহালত যেন ফুটি উঠিছিল কিবা এক ভাব, তেওঁৰ মনটো সতেজ আৰু সক্ৰিয়, আৰু সদা সচেতন। বহিৰ্জগতৰ ক'ত কি হৈছে নহৈছে তাৰ খবৰ তেওঁ ৰাখিছিল। তেওঁতকৈ কম বয়সীয়া মহিলাতকৈ তেওঁৰ লগতহে কথাবতৰা পাতি বেচি ভাল লাগিছিল। জীৱনত প্ৰথমবাৰৰ বাবে শ্যেলীয়ে মেডেম দ্য বইনভিল আৰু তেওঁৰ ভনীয়েকৰ মাজত পুৰুষৰ সৈতে সমপৰ্য্যায়ৰ বৌদ্ধিক সামৰ্থ্য থকা মহিলা বিচাৰি পাইছিল।

এলিজা আৰু শ্ৰীমতী হিট্‌চনাৰৰ কথা-বাৰ্ত্তা তেওঁৰ মানত এতিয়া অতি জঘন্য যেন লাগিছিল।

হেৰিয়েটৰ লগত থাকি থাকি শ্যেলীয়ে নাৰীক শিশু বুলি ভবাৰ অভ্যাসটো গোটালে। শিশুৰ বাবে নিৰ্বস্তুক ভাব একোটা অতি সৰল কৰি উপস্থাপন কৰাৰ প্ৰয়োজন হয়। কিন্তু মেডেম দ্য বইনভিলৰ ক্ষেত্ৰত তেওঁ দেখা পাই অতি আচৰিত হ'ল যে এই মহিলাগৰাকীৰ আগত তেওঁ নিজৰ সমস্ত ভাবাদৰ্শ বেকত কৰিব পৰাই নহয়, ভাষাৰ স্পষ্টতা আৰু আকৰ্ষণীয়তাৰে তেওঁ তাক (ভাবাদৰ্শত) এক নতুন আকৰ্ষণো সংযোগ কৰিব পাৰিছিল। তেওঁ আৰু তেওঁৰ ভনীয়েক আৰু শ্যেলীৰ নিজৰ বাবেও ভাবৰ লগত খেলা কৰাটো আটাইতকৈ প্ৰিয় অৱসৰ-বিনোদন হৈ পৰিছিল।

পৰিশীলিত আচৰণ অবিহনে পাণ্ডিত্যৰ কোনো মূল্য নাথাকে, কিন্তু এই দুয়োটা গুণৰ যেতিয়া এগৰাকী নাৰীত সংযোগ ঘটে, তেতিয়া তাত আমি সভ্যতাৰ নিখুঁত সৌন্দৰ্য্যপূৰ্ণ সৃষ্টিটো দেখা পাওঁ।

সুখৰ অনুকূল পৰিবেশ এটা শেহান্তৰত পালেগৈ বুলি এক অব্যক্ত আনন্দানুভূতিৰ শ্যেলীয়ে উপলব্ধি কৰিলে। তেওঁৰ পূৰ্বৰ সমস্ত অভিজ্ঞতাই তেওঁৰ বাবে অসামঞ্জস আৰু অবাস্তৱ আছিল বুলিও তেওঁৰ বিশ্বাস হ'ল।

মহিলা দুগৰাকীয়েও শ্যেলীৰ লগত পৰিচয় হৈ বিস্ময়বিমুগ্ধ হৈ

পৰিছিল। শ্যেলী আছিল সুদৰ্শন, অভিজাত তৰুণ, আৰু তেওঁলোকে ভাল পোৱাদি তেৰোঁ (শ্যেলীয়েও) ভাবাদৰ্শ ভাল পাইছিল আৰু তাক আবেগ আৰু উচ্ছ্বাসেৰে প্ৰকাশ কৰিছিল। তেওঁৰ জীৱনৰ প্ৰথম ষোলটা বছৰত প্ৰকাশ পোৱা আনৰ মত শুনিব নোখোজা, অসহিষ্ণু, আঁকোৰগোজ মনোভাবৰ সলনি হৈছিল। এতিয়া তেওঁ আলোচনাবোৰত আনৰ কথা ধৈৰ্য্য আৰু নম্ৰতাৰে শুনে। শ্যেলীৰ দৰে এনে নিঃস্বাৰ্থ, উদাৰ, আৰু বৈষয়িক চিন্তাৰপৰা মুক্ত এজন লোক তেওঁলোকে আগতে লগ পোৱা নাছিল। সাধাৰণতে গুৰুগম্ভীৰ হ'লেও স্ফূৰ্ত্তি-তামাচা তেওঁ ভাল পাইছিল। তেওঁৰ আচৰণ আছিল সহজ, লৌকিকতা তেওঁ বেয়া পাইছিল, আৰু তেওঁ আছিল একান্ত বিনয়ী—আভিজাত্যৰ চিন এইবোৰেই। মহিলা দুগৰাকীৰ মতে শ্যেলী আছিল একত্ৰে সাধু আৰু সংসাৰী। ইয়াতকৈ মনোমত কথা আৰু কি হ'ব পাৰে?

সামান্য ঈৰ্ষাৰে, কিন্তু অধিককৈ স্নেহসিক্ত আগ্ৰহেৰে, হগে তেওঁৰ এই অকপট বন্ধুটিক কেন্দ্ৰ কৰি ৰূপৱতীহঁতে কৰা টনা-আঁজোৰাবোৰ মন কৰি আছিলে। গডউইনৰ ঘৰত ছোৱালীহঁতে শ্যেলীক নাম দিছিলে ভূতৰাজ বা পৰীৰাজ, নিউটনৰ পৰিয়ালত তেওঁক অভিহিত কৰা হৈছিল এৰিয়েল আৰু অবেৰণ নামেৰে। তেওঁ ক'ৰবালৈ ওলালেই ৰমণীকুলে তেওঁক বেৰি ধৰে। কিন্তু কোনো নিৰ্দিষ্ট সময়ত তেওঁক ধৰা টান। তেওঁৰ মনৰ খেয়াল অনেক। হঠাতে ভয় খোৱা যেন হয়, আতঙ্কিত হয়। কেতিয়াবা তেওঁ কবিকল্পনাত নিমগ্ন হৈ পৰি পাহৰিয়েই যায় যে সেই সময়ত তেওঁৰ কোনোবা ঠাইত চাহ খাবলৈ নিমন্ত্ৰণ আছিল। কেতিয়াবা আৰু' আনে ধৰি বান্ধি এঠাইত জোৰেৰে ৰাখিব খুজিলেও তেওঁ ক'ৰবাত কিবা কাম থকাৰ অজুহাত দেখুৱাই তাৰপৰা আঁতৰে।

হগে তেওঁক এদিন এই বুলি কৈছিলঃ "ছাগলীবোৰ চয়তানৰ সতি-সন্ততি। কোনো কোনো দেশৰ মানুহে ভাবে বোলে ছাগলীয়ে চৌবিশ ঘণ্টাৰ ভিতৰত এঘণ্টা নৰকত কটায়। মোৰ মনেৰে, শ্যেলী, তুমিও ছাগলীৰ নিচিনা।"

ইয়াৰ বিপৰীতে কিন্তু মনোমত কোনো মহিলাৰ লগত গুৰুত্বপূৰ্ণ বিষয়ৰ আলোচনা কৰিবলৈ পালে তেওঁ ইমান ভাল পাইছিলে যে স্থান কাল তেওঁ পাহৰি গৈছিল। ৰাতি পুৱাবৰ হয়গৈ, তত্ৰাচ এড'নিচে

তেওঁৰ মন্ত্ৰমুগ্ধ পূজাৰিণীহঁতক কথোপকথনত নিমগ্ন কৰি নি থাকে। ৰাতি পুৱায়গৈ, তথাপিতো তেওঁৰ কথা পতাৰ অন্ত নহয়। তেতিয়ালৈ আৰু শুবলৈ যোৱাৰ কথা নহয়, সেই বাবে পুৱাৰ মধুৰ বতাহ উপভোগ কৰি তেওঁ এপাক মাৰি কাৰ্য্যৰ সামৰণি মাৰে।

"সুন্দৰীহঁতৰ লগতনো গোটেই ৰাতি কি কথা পাতি আছিলা?" হগে সোধে। ইমাননো কি কথা পাতিবলৈ থাকে ভাবি তেওঁ পাৰ নোপোৱা যেন হয়।

"মই ক'ব নোৱাৰোঁ। এতিয়া একো মনত নাই।"

হেৰিয়েটেও বিচূৰ্ত্তি খায়। এই তিৰোতাবোৰৰ লগত পাতিবলৈনো গিৰিয়েকৰ ইমান কি কথা থাকে! তেওঁ এই সময়ত অতি আসন্নপ্ৰসবা হৈছিল আৰু ঘৰৰপৰা বাজ প্ৰায় নহৈছিলেই। শ্যেলীয়ে তাইক প্ৰায়ে অকলে এৰি গুচি গৈছিল। যিবোৰ পৰিয়ালত শ্যেলীয়ে আদৰসাদৰ পায়, সেইবোৰ পৰিয়ালত তাই অনভিপ্ৰেত বুলি হেৰিয়েটৰ ধাৰণা হৈছিল। গডউইনৰ পৰিয়ালত, গডউইন পত্নীৰ লগত তেওঁ মিলিব নোৱাৰিলে। বইনভিলৰ পৰিয়ালত প্ৰথমতে তেওঁক আদৰসাদৰ যচা হৈছিল কাৰণ তেওঁ দেখিবলৈ বৰ ধুনীয়া, অধিকন্তু তাই এগৰাকী কবিৰ পত্নী—এই বিবেচনাৰে। কিন্তু পিচলৈ তাই এজনী অতি সাধাৰণ তিৰোতা বুলি তাইৰ প্ৰতি পৰিয়ালটোৰ আগ্ৰহ নাইকিয়া হ'ল।

———

॥১৭॥

# তুলনাবোৰ

হেৰিয়েটৰ এজনী ছোৱালী জন্ম হ'ল। বৰ ধুনীয়া ছোৱালী। চকুহাল নীলা। পিতাকে তাইৰ নাম থ'লে আয়ান্থে। মাকে এলিজাবেথ নামটো জোৰা দিলে। এইদৰে কেঁচুৱাৰ দোলনৰ ওপৰেদি ওভিদ আৰু মিচ ৱেষ্টব্ৰুকে হাত মিলালে। কেঁচুৱাটি বুকুত লৈ শ্যেলীয়ে নিজে ৰচা একেসুৰীয়া গীত এটা গাই গাই ঘূৰি ফুৰে। নৱজাতকক অন্ধবিশ্বাস আৰু পক্ষপাতমূলক ধ্যান-ধাৰণাৰপৰা ৰক্ষা কৰি ডাঙৰদীঘল কৰাৰ চিন্তাটোৱে শ্যেলীৰ মন আনন্দেৰে ভৰাই পেলাইছিল। ৰুচোৰ ভাবাদৰ্শৰ সমৰ্থক হিচাপে হেৰিয়েটে কেঁচুৱাটিক পিয়াহ খুউৱাটো শ্যেলীয়ে বিচাৰিছিল। মাক-জীয়েক উভয়ৰে যিমান পাৰি আদৰযত্ন কৰিবলৈ শ্যেলী সাজু আছিল। এই নতুন ভূমিকাত শ্যেলীয়ে বিৰক্তিকৰ এলিজাৰ কথা পাহৰিয়েই গ'ল।

পিছে বায়েকৰ প্ৰৰোচনাত পৰি হেৰিয়েটে কেঁচুৱাক নিজৰ গাখীৰ খুৱাবলৈ অমান্তি হ'ল। পিয়াহ দিব পৰা এজনী পোৱাতী তিৰোতা বন্দৱস্ত কৰা হ'ল। খঙত শ্যেলীয়ে তাইক বেশ্যা বুলি কৈছিল। কিন্তু এই কথাত হেৰিয়েট আঁকোৰগোজ হৈয়ে থাকিল।

আয়ান্থেৰ জন্মৰ পিচত হেৰিয়েটৰ চলনফিৰণত আচৰিত পৰিৱৰ্ত্তন কিছুমান চকুত পৰা হ'ল। তেওঁ যেন ন মহীয়া নিষ্ক্ৰিয়তাৰ সুতে মূলে ক্ষতিপূৰণ ল'বলৈ বিচাৰিলে। লেটিন পাঠ তাই আকৌ পঢ়িবলৈ ন'ললে। দোকানে দোকানে ঘূৰি সাজপাৰ আৰু আ-অলংকাৰ চাই ফুৰাৰ বাদে তাইৰ আন ধান্দা নোহোৱা যেন হ'ল। এনেবোৰ তুচ্ছ কথাতনো কি আনন্দ পোৱা যায়, সেই কথা শ্যেলীয়ে বুজি নাপাইছিল, তেওঁৰ মনত এইবোৰ বিসদৃশ লাগিছিল। হেৰিয়েটৰ যিকোনো যুক্তিযুক্ত ইচ্ছাৰ বাবে খৰচ কৰিবলৈ তেওঁ সাজু আছিল, আন প্ৰকাৰে নোৱাৰিলে ধাৰ-ধুৰ কৰি আৰু অনবৰত ধকুৱাৰ খেজেলনি শুনি থাকিব লগা হৈয়ো তাইৰ বাবে ধন ভাঙিবলৈ তেওঁ ৰাজি আছিল, কিন্তু 'দামী ফটাকানি' কিনি পয়চা দলিয়াই দিয়াত তেওঁৰ আপত্তি আছিল। এই

পয়চা উদাৰবাদী অভিযুক্ত লোকক সহায় কৰিবলৈ যে লাগে! আন বহুতো দৰকাৰী কামত খৰচ কৰিবলৈ আছে। গতিকে এই অপচয় শ্যেলীৰ সহ্য নহ'ল। পত্নী আৰু জেশাহুৱেকৰপৰা নিজৰ মনৰ ভাব তেওঁ লুকুৱাই নাৰাখিলে।

এলিজাও শ্যেলীৰ দোষ-ক্রুটী দেখুৱাই দিয়াত পিচ পৰি নাথাকিল। “তেওঁৰ বৰ আপোন গডউইনৰ ধাৰ-ঋণ মাৰিবলৈ পাৰ্চিৰ টকাৰ অভাৱ নহয়। গডউইনে শ্যেলীক চুচি থাকে, ঘৈণীয়েকে আমাক কেটেৰা জেঙেৰা কৰে। হতভাগ্য লেখক কিছুমানৰ জৰিমনাৰ ধন আদায় দিবলৈ তেওঁৰ আঁটে, নিজৰ ঘৰৰ মানুহজনীকহে এসাজ ভালকৈ পিন্ধাবলৈ তেওঁৰ সদায় নাটনি! ৰূপহী গাভৰু এজনীয়ে ধুনীয়া কাপোৰ এযোৰ পিন্ধিবলৈ বিচৰাটো দোষ বুলি যদি তেওঁ ভাবে, তেন্তে তেওঁক মূৰ্খ বুলিহে ক'ব লাগিব। ওঠৰ বছৰ বয়সত যদি সাজগোজ নকৰোঁ, কেতিয়া কৰিঁবা?”

শ্ৰীমতী ৱেষ্টব্ৰুকে মেজৰ ৰায়আন নামৰ সৈন্যবাহিনীৰ লোক এজনক ঘৰ লগাইছিল। তেওঁক তেওঁ প্ৰথমে লগ পাইছিল আয়াৰলেণ্ডত। এতিয়া আকৌ লগ পালে লণ্ডনত। তেওঁ হয়ভৰ দি ক'লে বোলে হেৰিয়েটৰ দৰে ইমান সুন্দৰী গাভৰু এগৰাকীয়ে এতিয়াতকৈ অধিক স্বাভাৱিক জীৱন অতিবাহিত কৰিব লাগে। হেৰিয়েটেও তেওঁৰ কথাত নিজে একমত বুলি বুজালে। লেটিন ভাষা আৰু দৰ্শন শিক্ষা তেওঁৰ ওপৰত এটা বোজা হৈছিল বুলি তেওঁ আপত্তি কৰিলে। শ্যেলীৰ প্ৰতি থকা ভালপোৱা আৰু শ্ৰদ্ধাৰ বাবেই বিনা আপত্তিৰে তেওঁ অতদিনে ইয়াক সহ্য কৰি আহিছে বুলি হেৰিয়েটে ক'লে। শ্যেলীয়ে নিউটন পৰিয়ালৰ লগত কথা পাতি ভাল পায়। তেওঁ ভাল পায় দোকানপোহাৰত ঘূৰি আৰু স্ফূৰ্তি-তামাচা কৰি। তেনেতে জগৰটো লাগিল ক'ত? লেটিন পাঠ শিকাত যিমান কষ্ট এইবোৰত সিমান স্ফূৰ্তি!

শ্যেলীয়ে ভাবিলে যে নগৰীয়া জীৱন আৰু ইয়াৰ বিভিন্ন প্ৰলোভনবোৰেই সমস্ত অশান্তিৰ মূল। প্ৰেমাস্পদৰ লগত সম্বন্ধত ক'ৰবাত আঁহ ফাটিবলৈ ধৰিছে বুলি সন্দেহ হ'লে প্ৰেমিকজনে অনাবিল প্ৰেমৰ দিন কটোৱা ঠাইলৈ ঘূৰি যাবলৈ ইচ্ছা কৰে। হেৰিয়েটৰ সেই বিখ্যাত বাগী সাজু কৰা হ'ল, শ্যেলীয়ে উত্তৰাধিকাৰ সূত্ৰে টকা পালে ধাৰ মাৰিব বুলি লিখি দি, পাঁচশ পাউণ্ড যোগাৰ কৰিলে। কিন্তু খত চহী কৰিলে দুহেজাৰ পাউণ্ডৰ! এইখিনি যোগাৰ কৰি শ্যেলী পৰিয়াল কেচউইক আৰু

এডিনবৰালৈ ওলাল। লগত এলিজা অপৰিহাৰ্য্যভাৱে আছেই!

এই যাত্ৰাত তেওঁলোক বেলেগ বেলেগ ঠাইত আছিল, ভিন ভিন দৃশ্য তেওঁলোকে দেখিলে, ফলত লণ্ডনলৈ ঘূৰি অহালৈ তেওঁলোকৰ মন বহুত পাতল হ'ল। মনৰ অশান্তি বহুত শাম কাটিলে। কিন্তু লণ্ডনত দুদিনমান থকাৰ পিচতেই আকৌ সেই আগৰ অশান্তি আৰম্ভ হ'ল। হেৰিয়েট আৰু এলিজাক এটা বেচ ধুনীয়া ঘৰত থাকিবলৈ লগা হ'ল, চৌখীন বিলাসী জীৱন কটাবলৈ তেওঁলোকে বিচাৰিলে, সাজপাৰো লগা হ'ল সেইমতে, আৰু সেই অনুযায়ী নিজৰ পচন্দৰ লগ ভাগ! এই আটাইবোৰৰ প্ৰতি শ্যেলীৰ পৰম বিতৃষ্ণা, কিন্তু তেওঁৰ নিজৰ পত্নীয়ে এইবোৰ বিচৰা কথাটোত তেওঁ আৰু বেছি বিতুষ্ট হ'ল। হেৰিয়েটক তেওঁ এতিয়াও ভাল পায়, হ'লেও তাইৰ প্ৰতি যেন এটা অৱজ্ঞাৰ ভাব তেওঁৰ মনত লাহে লাহে সোমাবলৈ ল'লে।

হগ তেওঁলোকৰ ওচৰলৈ আহিছিল। তেওঁ দেখিলে যে হেৰিয়েট প্ৰসৱৰ পিচত সম্পূৰ্ণ সুস্থ হৈ উঠিছে। তাই আগতকৈও ধুনীয়া হৈছে, তেজে পুঁজে তেনেই ফুলি পৰিছে। কিন্তু ইডমিনিউচৰ সাৰুৱা কথা পঢ়ি শুনাবলৈ তাই এইবাৰ আগবাঢ়ি নাহিল। তাই তেওঁক মহিলাৰ সাজপাৰ বেচা দোকানলৈ যাবলৈ লগ ধৰিলে। দুয়ো গ'ল। তাই পোনে পোনে দোকানলৈ সোমাই গ'ল, হগক বাটৰ কাষতে এৰিলে। তাইৰ ব্যৱহাৰত তেওঁ বিৰক্ত হ'ল। এসময়ত প্ৰত্যাখ্যান কৰা এগৰাকী নাৰীৰ প্ৰতি পুৰুষৰ আকৰ্ষণ কমেই থাকে। হেৰিয়েটৰ প্ৰতি নিজৰ বিৰাগ হগে শ্যেলীৰ চকুত পৰাকৈ প্ৰকাশ কৰিলে। শ্যেলীয়েও নিজৰ স্থিৰতা ৰক্ষা কৰি চলিব নোৱৰা হ'ল। তৃতীয় ব্যক্তিক বিশ্বাসত লৈ পৰস্পৰৰ বিৰুদ্ধে অভিযোগ কৰাৰ বিপজ্জনক মুহূৰ্তটোত শ্যেলী দম্পতী উপস্থিত হ'ল।

* * *

মেডেম দ্য বইনভিলে শ্যেলী আৰু হগক তেওঁলোকৰ লগত লণ্ডন চহৰৰ বাহিৰত গ্ৰামাঞ্চলত কেইদিনমান থকাকৈ নিমন্ত্ৰণ পঠালে। দুই বন্ধুৱে আনন্দেৰে সেই নিমন্ত্ৰণ গ্ৰহণ কৰিলে। মেডেম বইনভিলৰ

কন্যা কৰ্ণেলিয়াকো তেওঁলোকে লগ পালে। তাই আছিল সুৰুচিসম্পন্না, চিন্তাশীল আৰু বিষন্ন প্ৰকৃতিৰ। দেখাত অতি সুন্দৰী। মেডেম বইনভিলৰ ভনীয়েক মিচেচ নিউটনকো তাত তেওঁলোকে লগ পালে। পূৰ্বতে তেওঁলোকৰ সাহচৰ্য্যত কটোৱা সন্ধিয়াবোৰ শ্যেলীয়ে ঘূৰাই পোৱা যেন পালে। মেডেম দ্য বইনভিলক তেওঁ মাইমৌনা নাম দিলে, কাৰণ তেওঁক দেখিলে শ্যেলীৰ 'থালাবা'ৰ নায়িকালৈ মনত পৰিছিল। সেইগৰাকী নায়িকা যাৰ 'মুখাবয়ব আছিল তৰুণী কুমাৰীৰ/ কিন্তু কেশপুঞ্জ শুভ্ৰ।' মোহিনী কৰ্ণেলিয়াই দুই তৰুণক ইটালিয়ান ভাষা শিকাবলৈ ল'লে, আৰু মেডেম বইনভিলে তেওঁৰ সুশ্ৰাব্য গলগলীয়া মাতেৰে ফৰাচী দাৰ্শনিকসকলৰ মতাদৰ্শ তেওঁলোকক ব্যাখ্যা কৰি শুনাবলৈ ল'লে। "কাৰো অনিষ্ট নকৰাকৈ নিজে জীৱন উপভোগ কৰা আৰু আনকো উপভোগ কৰোৱাত সহায় কৰাতেই নৈতিকতাৰ সমগ্ৰ আদৰ্শ নিহিত আছে।" কেমফ'ৰ্ট (Chamfort)-ৰ এই কথাষাৰ মেডেম বইনভিলৰ প্ৰিয় আছিল। কথাষাৰে দেখদেখকৈয়ে শ্যেলীৰ খং তুলিব লাগিছিল। হেৰিয়েটে ইমান খাৰাংখাচকৈ নৈতিকতাবিৰোধী একো কথা কোৱা নাছিল। .... পিছে ক'ব খুজিলেও ইমান ভালকৈ ক'ব নোৱাৰিলেহেঁতেন।

ব্ৰেকনেলত আনকি লঘু পৰিহাসৰ কথাবোৰো শ্যেলীয়ে ভাল পাইছিল, কাৰণ যিমানেই সামান্য নহওক কিয়, সেইবোৰত চিন্তাশীলতাৰ ছাপ আছিল। কৰ্ণেলিয়াই পুৱা সাৰ পায়েই পেট্ৰাৰ্কৰ চনেট এটা আওৰায়—এইটো আছিল তাইৰ দৈনন্দিন অভ্যাসৰ কাৰ্য্য। এই চনেটটোৰ কথাকে তাই গোটেই দিন চিন্তা কৰি থাকে। হগ আৰু শ্যেলীয়ে সুপ্ৰভাত জনাওঁতে সেইদিনাৰ চনেট কোনটো তাইক সোধে। কোনোবাদিনাৰ কবিতাটো ইমান আবেদনশীল হয় যে তাই তাক ভালভাৱে আবৃত্তি কৰিব নোৱাৰিব বুলিহে ভাবে। তাই কিন্তু লগত লৈ ফুৰা ক্ষুদ্ৰাকৃতিৰ চনেট সংগ্ৰহৰপৰা কবিতাটো তেওঁলোকক দেখুৱাইছিল।

দুই যুৱকৰ মাজত বাগানত ফুৰোঁতে তাইৰ প্ৰিয় পাঠটো দেখুৱাই তাই কয়ঃ "দিনটোক অকণমান কোমলতাৰে স্বাগত জনাই ভাল লাগে। নিশালৈকে আমাৰ সমস্ত কথা আৰু কাৰ্য্যত ই মধুৰতাৰ প্ৰলেপ সানি দিয়ে।" এই ফুৰাচকাবোৰ, এই কথোপকথনবোৰকেই শ্যেলীৰ মানত একমাত্ৰ গুৰুত্বপূৰ্ণ কথা যেন লাগিছিল। বইনভিলহঁতৰ ঘৰটো আছিল

সাধাৰণ, কিন্তু ধুনীয়া, ৰুচিসন্মতভাৱে সজোৱা। আড়ম্বৰপূৰ্ণ বিলাস-ব্যসন শ্যেলীয়ে বেয়া পাইছিল, আৰু তেনে প্ৰকাৰ সাজসজ্জা ঘৰটোত নাছিলেও। তেওঁৰ বাবে এই ঘৰখন আছিল শান্তিৰ স্থল, ইয়াত তেওঁ দুশ্চিন্তা আৰু উদ্বেগৰপৰা আঁতৰি থাকিব পাৰিছিল। হেৰিয়েটকো তেওঁলোকৰ লগলৈ মতাই পঠোৱা হ'ল। মেডেম দ্য বইনভিলে তেওঁক বৰ আদৰ সাদৰ কৰিলে। তেওঁ হগক ক'লে, "অকণমানি, মৰমলগা ধুনীয়া ছোৱালী। কিন্তু অলপ চঞ্চল আৰু উতনুৱা স্বভাৱৰ। আমাৰ প্ৰিয় স্থিতপ্ৰজ্ঞ দাৰ্শনিকজনৰ যোগ্য সহচৰী নহৈছে নে কি! যি কি নহওক, তাইৰ বয়স এতিয়াও ওঠৰ বছৰ হোৱা নাই, নহয় জানো?"

দুৰ্ভাগ্যক্ৰমে, হেৰিয়েটে ভালকৈ ধৰিব পাৰিছিলে যে তাইক সমান হিচাপে গণ্য কৰা হোৱা নাই। নিজৰ পত্নীৰ লগত জীৱন ধাৰণৰ ধৰণ কৰণ কেনেকৈ উন্নত কৰিব পাৰি সেই কথা আলোচনা কৰাৰ পৰিৱৰ্ত্তে পাৰ্চিয়ে কৰ্ণেলিয়াৰ লগত পেট্ৰাৰ্ক পঢ়াতহে বেচি আনন্দ পাইছিল। বাহিৰত দেখুৱাই বৰ আতৌপিতৌ কৰিলেও পেটে সমন্বিতে যে তেওঁক বইনভিল পৰিয়ালে বৰ ভাল পোৱা নাই সেই কথা হেৰিয়েটে নুবুজাকৈ নাথাকিল। গতিকে তাইৰ হাব ভাবো উদাসীন আৰু অপলাপী হৈ পৰিল।

আন আটাইবোৰে গহীন ভাবেৰে নৈতিক উৎকৰ্ষ বা ৰিফৰ্ম বিলৰ দৰে গুৰুগম্ভীৰ বিষয়ৰ কথা পাতি থাকোঁতে, হেৰিয়েটে হগ আৰু পিককৰ লগত চকু টিপিয়াটিপি কৰি বিদ্ৰূপাত্মক হাঁহি মৰা শ্যেলীৰ চকুত পৰিছিল। এই পিকক বোলাজন আছিল শ্যেলীৰ নতুন বন্ধু। এওঁ আছিল স্বভাৱত সন্দেহশীল।

এনে আচৰণৰ বাবে হগক তেওঁ ক্ষমা কৰিব পাৰে, কিন্তু হেৰিয়েটক নোৱাৰে। হগৰ মনটো তেওঁৰপৰা সম্পূৰ্ণ বেলেগ এখন জগতত বিচৰণ কৰে, আৰু সেই কথাটো শ্যেলীয়ে মানিও লৈছিল। কিন্তু হেৰিয়েটৰ মনটো তেওঁ নিজহাতে গঢ়িছে, পিটিছে, সুসংস্কৃত কৰিছে। হেৰিয়েটৰ মনটো তেওঁৰ নিজ মনৰে প্ৰতিফলন বুলি তেওঁ ভাবি আহিছে। কিন্তু তাইৰ ধ্যান-ধাৰণা তেওঁৰ ধ্যান-ধাৰণাৰপৰা একেবাৰে ওলোটা বুলি আৰু হেৰিয়েটে আনকি তেওঁক বিদ্ৰূপো কৰে বুলি এতিয়া আচম্বিতে জানিব পাৰি তেওঁ আচৰিত হোৱাই নহয়, মৰ্মাহতো হ'ল।

গোপন ঈৰ্ষাৰ দৰে আন একোৱেই নাৰী এগৰাকীৰ স্থূলবুদ্ধি প্ৰমাণ নকৰে। প্ৰতিপক্ষক পোনে পোনে আক্ৰমণ কৰাটোৱেই এই ক্ষেত্ৰত হ'ল স্বাভাৱিক কথা। পৰিণতি অৱশ্যে কৰুণ হ'বলৈ বাধ্য। কিন্তু ইয়াকে নকৰি ঈৰ্ষাতুৰা নাৰীয়ে সৰুসুৰা কথাত প্ৰতিদ্বন্দ্বীৰ দোষ খোঁচৰে, অনৰ্থক ফেপেৰি পাতে, খোজে প্ৰতি অপৰাধ উলিয়ায়। ঈৰ্ষাভাবটোৰ যুক্তিযুক্ততা নথকা নহয়, কিন্তু ভাবটো প্ৰকাশ কৰোঁতে মনৰ হীনতা কিছুমানো ওলাই পৰে। ব্ৰেকনেলৰ সকলো কথাতে হেৰিয়েটে দোষ হে দেখে; হ'বই, কাৰণ কৰ্ণেলিয়া টাৰ্ণাৰৰ প্ৰতি তাইৰ ঈৰ্ষা ওপজাৰ বেচ কাৰণ আছিল। শ্যেলীয়ে হেৰিয়েটৰ বিদ্ৰূপাত্মক আচৰণ আৰু কথাবাৰ্ত্তা তাইৰ ল'ৰামতীয়া স্বভাবৰে প্ৰতিফলন বুলি ধৰিছিল, কিন্তু তেওঁৰ মনত তাইৰ প্ৰতি এক সৌজন্যহীন অবজ্ঞাৰ ভাবেও ঠাই ল'লে। এনে পৰিস্থিতিত তাইৰ অহংকাৰ উথলি উঠিল, তাইৰ আচৰণ আগতকৈয়ো বেয়া হ'ল। "এলিজাৰ কথাই ঠিক," তাই ভাবিলে, "পাৰ্চি অত্যন্ত স্বাৰ্থপৰ। নিজে কৰা আটাইবোৰ কাম তেওঁ শুদ্ধ বুলি ভাবে। তেওঁ নিজে এই নিস্তৰংগ জীৱন, এই অৰ্থহীন আলোচনাবোৰ, আৰু ইটালীয় কবিতা ভাল পায় বাবে, মোকো সেইবোৰ ভাল পাবলৈ জোৰ কৰে। কিন্তু মই যিদৰে মোৰ জীৱন কটাব খোঁজো, তাত বাধা দিয়াৰ অধিকাৰ তেওঁৰ ক'ত আছে? পেট্ৰাৰ্ক পঢ়া কৰ্ণেলিয়া টাৰ্ণাৰ মোতকৈ কিহত ইমান ওপৰৰ হ'ল? তেওঁ বৰকৈ বখনা এই তিৰোতাবোৰ ইমান গাভৰুও হৈ থকা নাই আৰু সিহঁত মোৰ সমান ৰূপহীও নহয়। তেওঁ আকৌ মোক ঘূৰাই বিচাৰিব।"

এই ভাবটো মূৰত লৈ তাই এলিজাৰ লগত থাকিবলৈ বুলি লণ্ডনলৈ যোৱাৰ মতলব বেকত কৰিলে। বইনভিল পৰিয়ালৰ কোনেও এই কথাত বিশেষ আপত্তি নকৰিলে। মাত্ৰ মৌখিক ভদ্ৰতাৰ খাতিৰত "এতিয়াই নগ'লেনো নহয়নে?" "আৰু দুদিনমান থাকি যাবও পাৰাঁ," আদি কেইটামান কথা ক'লে। গডউইনৰ ছোৱালীহঁতে কোৱাদি, এই ভদ্ৰমহিলাসকলেও মন্তব্য কৰিলে, "বেচেৰা শ্যেলী, তেওঁৰ উপযুক্ত পত্নী এগৰাকী তেওঁ পোৱা নাই।"

শ্যেলীক অকলে ব্ৰেকনেলত এৰি হেৰিয়েটে মাজে মাজে একেৰাহে কেইবা সপ্তাহো ধৰি এলিজাৰ লগত থকাকৈ যোৱাটো কৰিলে। কিন্তু

বেচি দিন নালাগিল, শ্যেলীয়ে বন্ধু-বান্ধৱবৰপৰা জানিব পাৰিলে যে হেৰিয়েটে মেজৰ ৰায়ানৰ লগত হুলিগলি কৰিবলৈ লৈছে। বিয়াৰ পিচত পোনপ্ৰথমবাৰৰ বাবে সম্ভাব্য বিশ্বাসঘাতকতাৰ সন্দেহ তেওঁৰ মূৰত সোমাল। আদৰ্শৰ পিনৰপৰা বিচাৰ কৰি এই কথাটো তেওঁ সদায় একান্ত ঘৃণনীয় বুলি বিবেচনা কৰিছিল। কিন্তু এই বিষয়টোৱেই বাস্তৱৰ ৰূপ ধৰি তেওঁৰ আৰু হেৰিয়েটৰ মাজত উপস্থিত হ'লত বেজাৰত তেওঁ একেবাৰে জৰমাৰ হ'ল। এনে শোকৰ সম্মুখীন তেওঁ আগতে হোৱা নাছিল।

যুক্তিৰে বিচাৰ কৰি চাই তেওঁ দেখিলে যে তেনেই সাধাৰণ তিৰোতা এজনীৰপৰা এৰাব পাৰিলে তেওঁৰে কপাল বুলিব লাগিব। সেইটো মুহূৰ্ত্তত তেওঁ যদি কাৰোবাক একান্তই ভাল পাইছিলেই, তেন্তে সেই ভালপোৱাৰ পাত্ৰী আছিল কৰ্ণেলিয়া, হেৰিয়েট নহয়। কৰ্ণেলিয়া আছিল মিতবাক, মঞ্জুল। যেন সৰগৰ কোনোবা। কিন্তু হেৰিয়েটে যোৱা কিছু দিন ধৰি আক্ৰোশ আৰু বিদ্বেষেৰে তেওঁৰ জীৱন কাহিল কৰি পেলাইছে। আৰু এটা কথা—তাইক যদি তেওঁ আৰু ভাল নাপায়েই তেন্তে এৰা এৰি হোৱাটোৱেই সৰ্বোত্তম কথা হ'ব। তেওঁ সদায় কৈ আহিছে যে আবেগিক মোহ একেবাৰে নাইকিয়া হ'লে স্বামী-স্ত্ৰী উভয়ে পুনৰ পৰস্পৰৰপৰা স্বাধীনভাৱে জীৱন নিৰ্বাহ কৰা উচিত। পিছে তেওঁ নিজৰ লগত মিছাকৈয়ে এইদৰে যুক্তিতৰ্কৰ অৱতাৰণা কৰিছিল। তেওঁ দেখি হতচেতন হোৱাদি হ'ল যে পাৰ্চি বা শ্যেলী আৰু হেৰিয়েট বেষ্টব্ৰুক দুই পৃথক আৰু মুক্ত প্ৰাণী হৈ ৰোৱা নাই। অতীতৰ স্মৃতি, আদৰ আলিঙ্গন, সুখ-দুখ ইত্যাদিয়ে তেওঁলোক দুয়োকে একত্ৰে এনে এক জালত মেৰাই থৈছে যে তাৰপৰা পলোৱাৰ পথ নাই।

তেওঁ লৰালৰিকৈ লণ্ডনলৈ গ'ল। ঠিক কৰি গৈছিল যে হেৰিয়েটৰ ওচৰত হয় ক্ষমা খুজিব, নহয় নিজৰ দোষ স্বীকাৰ কৰিব। কিন্তু তাই তেওঁক হুটা মাতহে দিলে, ঠাট্টা-মস্কৰা কৰিলে। অন্তৰ খুলি কথা বতৰা পতাৰ প্ৰশ্নই নুঠিলে।

তিনি মাহ আগলৈকে ইমান শান্ত আৰু বাধ্য হৈ থকা বালিকাৰগৰাকীজনীক এতিয়া ৰুক্ষ আৰু নিৰাবেগ দেখা গ'ল। এনে এটা সলনি হ'ল কি কাৰণে? মাজে মাজে একো একোটা মুহূৰ্ত্তত শ্যেলীৰ ভাব হৈছিল

যে বাহিৰত কঠোৰ হৈ দেখুৱালেও ভিতৰি ভিতৰি তেওঁৰ পূৰ্বৰ চিনাকি হেৰিয়েটজনী একেবাৰে নোহোৱা হৈ যোৱা নাছিল। কিন্তু মৰমৰ মাত এষাৰেৰে তেনে এটা মুহূৰ্ত্ত তেওঁ ধৰি ৰাখিব খুজিলেই সি নাইকিয়া হৈ পৰিছিল। তেওঁৰ পাষাণ হৃদয়ত প্ৰৱেশ কৰিবলৈ তেওঁ মিছাতেই যত্ন কৰিছিল।

ৰাস্তাত উদ্দেশ্যহীনভাৱে ঘূৰি ফুৰি শ্যেলীয়ে এইদৰে ভাবিছিল—'মই যে কি এটা মূৰ্খ! মোক ভাল নোপোৱা তিৰোতাজনীৰ লগত মই চিৰকালৰ বাবে বান্ধ খাই থাকিবলগীয়া হৈছে। এই মানুহজনীয়ে মোক আগতেও ভাল পোৱা নাছিল। এতিয়া দেখা গৈছে যে তাই মোক পদবী আৰু ধন-দৌলতৰ মোহতহে বিয়া কৰাইছিল। ...এতিয়া তাইৰ আশা ব্যাহত হোৱা দেখি, নিজৰ ভুলৰ বাবে তাই মোক শাস্তি দিছে...।" পৰম বিৰক্তিৰে তেওঁ বাৰে বাৰে স্বগতোক্তি কৰিলেঃ "বৰফৰ দৰে হৃদয়... এটুকুৰা বৰফ মাথোন!"

তাইক অকলে লগ পোৱাহেঁতেন এই বৰফ টুকুৰা কিজানি তেওঁ গলাব পাৰিলেহেঁতেন, কিন্তু দুয়োৰে মাজত প্ৰাচীৰ হৈ থিয় দিলে এলিজাই। তাই প্ৰকৃতিত আছিল কঠুৱা, বিদ্বেষী আৰু ভয়াৱহ। তদুপৰি প্ৰণয়াভিলাষী মেজৰ গেলেণ্টো ওচৰে-পাজৰে আছিলেই। দৰকাৰ হ'লে মাত্ৰ আদৰ্শবাদী পতিৰ নিষ্ঠুৰতা প্ৰতিৰোধ কৰিবলৈ তেওঁ অনবৰত সাজু হৈ আছিলেই।

প্ৰতিকূল পৰিস্থিতিৰ লগত কেইদিনমান সংগ্ৰাম কৰাৰ মূৰত, শ্যেলীৰ উদ্যম হঠাতে নোহোৱা হৈ পৰিল। অকস্মাতে তেওঁৰ কেতিয়াবা মনলৈ এনে শক্তি আহে যে তেতিয়া তেওঁ কৰিব নোৱৰা কাম একো নাথাকে। কিন্তু এতিয়া তেওঁ তাহানি অক্সফৰ্ডত থাকোঁতে বহুত দূৰ খোজকাঢ়ি আহি একেবাৰে জঠৰ হৈ পৰাদি, কিবা ঠিক অনতিক্ৰম্য জড়তাত সোমাই পৰিল। নুমাব খোজা চাকিৰ শলিতাডাল একেবাৰে নুমাই যোৱাৰ আগতে ভমককৈ জ্বলি উঠাৰ দৰে তেওঁৰ ইচ্ছাশক্তিও যেন শেহবাৰলৈ উদ্দীপ্ত হৈ উঠিল।

হেৰিয়েটক নিজৰ গতৰপৰা অকণো ইফাল সিফাল নকৰা দেখি শ্যেলীয়ে দাম্পত্য জীৱনৰ সুখস্বাচ্ছন্দ্যৰ যিকণ অৱশিষ্ট ৰৈছিলগৈ তাকো ৰক্ষা কৰাৰ আশা বাদ দিলে। ব্ৰেকনেললৈ চিঠি লিখি তেওঁ জনালে

যে এমাহ্‌ৰ বাবে তেওঁ তালৈ যাব, আৰু অকলেহে যাব। তেওঁ ভালদৰে বুজিছিল যে এমাহ্‌ৰ পিচত হেৰিয়েটক তাইৰ জঘন্য পৰিবেশে বিধ্বস্ত কৰি পেলোৱা তেওঁ দেখিবলৈ পাব, তেওঁ ইয়াকো বুজিছিল যে ব্ৰেকনেলত গৈ আঁতৰি থকাৰ পৰিস্থিতি হ'ব চৰম বিপৰ্য্যয়, তথাপিতো হেৰিয়েটৰ লগত সংগ্ৰাম চলাই থকাৰ শক্তি তেওঁৰ নাছিল। তেওঁ বৰ ক্লান্ত হৈ পৰিছিল।

"ৰ'দত পৰি উম লৈ থকা পোক এটাতকৈ মই কিহত বেলেগ? পিচৰ ছটা ক'লা মেঘে মোক শীতল অন্ধকাৰৰ মাজত ডুবাই পেলাব।" এনে এটা বিষন্ন মুহূৰ্ত্তত তেওঁ কবি বাৰ্ণছ্‌ৰ (Burns) এই পদ্য কেইশাৰীও আবৃত্তি কৰিবলৈ ল'লে—

"সুখ হ'ল ফুলি থকা পপীৰ দৰে। ধৰিব খুজিলেই ইয়াৰ সৌৰভ নোহোৱা হৈ যায়। নতুবা ই নদীত বৰফ পৰাৰ দৰে। এক মুহূৰ্ত্ত বগা (হৈ ৰয়) কিন্তু (পিচ মুহূৰ্ত্ততে) চিৰকালৰ বাবে গলি যায়।"

শ্যেলীৰ ভাব হ'ল যে হেৰিয়েট, আয়াছে আৰু এলিজাবেথ যেন তেওঁৰ কল্পনাৰ আলোকভেদ্য কিন্তু অস্বচ্ছ কাৰেঙলৈ হঠাতে দলিয়াই দিয়া একো একোটা সজীৱ কিন্তু বিধ্বংসী টুকুৰা। তেওঁলোকক তাৰপৰা বাহিৰ উলিয়াবলৈ তেওঁ যুক্তিৰ যথাসাধ্য জোৰেৰে প্ৰচেষ্টা চলালে, কিন্তু অসাৰ্থক হৈ ৰ'ল সেই প্ৰচেষ্টা। কঠিন বাস্তৱৰ ওচৰত তেওঁৰ সামান্য কৌশল পৰাভূত হ'ল।

---

॥১৮॥

# দেৱীৰ দ্বিতীয় অৱতাৰ

ওঠৰবছৰীয়া পত্নীৰ মধুৰ আৰু শিশুসুলভ মুখখন মনত পেলাই শ্যেলীয়ে ভাবিছিল যে হৈ যোৱা কথা কিছুমান পাহৰি পেলাই হেৰিয়েটৰ লগত পুনৰ মিলমাল হোৱাটো এতিয়াও সম্ভৱপৰ। এটা কৰুণ কবিতা লিখি তেওঁ তাইক কৈছিল বোলে তাইৰ দৃষ্টিৰ উমত দিন কটোৱা তেওঁৰ বাবে তাইৰ বিদ্বেষৰ কবলত পৰিব লগা হোৱাটো সঁচাকৈয়ে একান্ত দুখজনক হৈছে। কবিতাটো পঢ়ি তাই ব্যথিত হৈছিল নে নাই শ্যেলীয়ে জনা নাছিল। অহংকাৰ আৰু প্ৰতিশোধৰ ভাৱত তাই ক্ৰমে অধিক কৈ ডুব গৈছিল। তাইক এৰি শ্যেলী কেইবাবাৰো আঁতৰি থাকিছিল। তেওঁ লণ্ডনৰপৰা ঘূৰি অহাৰ লগে লগে প্ৰতিবাৰে হেৰিয়েটে আয়াস্থাক লৈ বাথলৈ গুচি যায়। প্ৰতিশোধৰ ভাবেৰেই যে তাই এই কাম কৰিছিলে সেই কথাত কোনো সন্দেহ নাই।

লণ্ডনতে থাকিবলৈ শ্যেলী বাধ্য হ'ল। তেওঁ বয়সপ্ৰাপ্ত হ'ল কিন্তু উত্তৰাধিকাৰসূত্ৰে পাব লগা তেওঁৰ আইনসম্মত প্ৰাপ্যবোৰৰ সম্পৰ্কত একো ফয়চলা নহ'ল। শ্যেলীক তেওঁৰ উকিলে ক'লে বোলে তেওঁক উত্তৰাধিকাৰৰপৰা বঞ্চিত কৰিবলৈ পৰিয়ালে আদালতত হয়তো গোচৰ তৰিবও পাৰে। নিজে ধাৰত পোত গৈ থাকিও তেওঁ আনক ঋণমুক্ত কৰিবলৈ নেৰানেপেৰাকৈ লাগিছিল। গডউইনৰ দোকান 'জুভেলাইন লাইব্ৰেৰী' টিকি থাকিব নোৱাৰিলে, উঠিল। এসময়ত ন্যায়ৰ হকে যুঁজ দিয়া হৃতশক্তি বৃদ্ধজনক টকা-পয়চাৰ চিন্তাত বিতত হোৱা দেখি তেওঁৰ তৰুণ অনুগামী আৰু বন্ধু জন অতিশয় বেদনাক্লিষ্ট হৈ পৰিছিল।

গডউইনক উদ্ধাৰ কৰিবৰ বাবে তিনিহেজাৰ পাউণ্ড লাগে। এয়া বহুত ধন। কিন্তু যেইমাত্ৰ তেওঁ গম পালে যে শ্যেলীয়ে তেওঁক বচাবৰ বাবে যত্ন কৰি আছে, সেই মাত্ৰকতে তেওঁ শ্যেলীৰ প্ৰতি আকৌ পৰম বন্ধুত্ব প্ৰদৰ্শন কৰিলে। শ্যেলী আজিকালি লণ্ডনতে থাকে। তেওঁ এতিয়া 'ডাঙৰ' মানুহ। তেওঁৰ ৰূপহী অৰ্দ্ধাংগিনী বহুত দিন ধৰি মাকৰ

ঘৰত আছে গৈ— এনে পৰিস্থিতিত তেওঁ প্ৰতি দিনে সান্ধ্য ভোজনৰ বাবে স্কিনাৰ ষ্ট্ৰীটলৈ নিমন্ত্ৰণ পাবলৈ ধৰিলে।

গডউইনৰ ছোৱালীহঁতক তেওঁ আকৌ লগ পাবলৈ বৰ ইচ্ছা কৰিছিলে। গডউইনে তেওঁক জনাইছিল বোলে এইবাৰ আৰু এগৰাকী বেচিকৈ লগ পাব—এইগৰাকী হ'ল তেওঁৰ জীয়েক মেৰী। সুদীৰ্ঘ দিনৰ মূৰত তেওঁ স্কটলেণ্ডৰপৰা ঘৰলৈ ঘূৰিছে। গডউইনে শ্যেলীক মেৰীৰ এখন ধুনীয়া ফটোও দিলে। মেৰীৰ বয়স সোতৰ। প্ৰাণচঞ্চল অন্তহীন জিজ্ঞাসা আৰু অধ্যৱসায়— এইকেইটা হ'ল মেৰীৰ গুণ। ফেণী আৰু জে'নে শ্যেলীৰ আগত মেৰী যিমান ধুনীয়া সিমান বুদ্ধিমতী বুলি কৈছিলেই। তাইৰ মাক মেৰী ৱলষ্টনক্ৰাফটৰ প্ৰতি শ্যেলীৰ গভীৰ শ্ৰদ্ধা আৰু অনুৰাগ আছিল। তেওঁৰ অচিনাকি কন্যাক লগ পোৱাৰ আশাত শ্যেলীৰ মন আপ্লুত হৈ উঠিল।

বোধাতীত আৰু প্ৰিয়ৈষী শক্তি কিছুমান বিশ্বত পৰিব্যাপ্ত হৈ থাকে বুলি শ্যেলীয়ে বিশ্বাস কৰিছিল। এগৰাকী সুন্দৰী নাৰীৰ ৰূপত এই শক্তিবোৰ মূৰ্ত্ত হোৱাতেই শ্যেলীৰ সুখৰ উৎস নিহিত আছিল। প্ৰেম আছিল শ্যেলীৰ বাবে এক সানুৰাগ শ্ৰদ্ধা প্ৰত্যয়ৰ এক অভিন্ন ব্যাপাৰ, বুদ্ধিগ্ৰাহ্যতা আৰু ইন্দ্ৰিয়গ্ৰাহ্যতাৰ এক সূক্ষ্ম আৰু পৰিণত সংযোগ। সেই সন্ধিক্ষণত মেৰী আহি নোলোৱাহেঁতেন বা তেওঁ শ্যেলীৰ মনোমত নোহোৱাহেঁতেন, তেওঁৰ ব্যথিত হৃদয়ৰ দ্বিধাগ্ৰস্ত অনুভূতিয়ে ফেণী বা জে'নকে আশ্ৰয় কৰিলেহেঁতেন; কিন্তু মেৰী আহি ওলাল, আৰু শ্যেলীৰ ভাগ্য নিৰ্দ্ধাৰিত হৈ গ'ল।

মেৰীৰ মুখখন আছিল ঈষৎ ম্লান আৰু অমলিন; তেওঁৰ সোণালী চুলিকোচা দুভাগ কৰি সুগঠিত মূৰৰ দুকাষে ওলোমোৱা; কপালখন বহল আৰু অনুন্নত, চকুহাল একনিবিষ্ট আৰু বাদামী ৰঙৰ। তেওঁৰ মুখচ্ছবিত ফুটি উঠা এক সংবেদনশীলতা আৰু বিষণ্ণ প্ৰত্যয়ৰ ভাবে শ্যেলীৰ মন তৎক্ষণাত এক পৰম উৎসাহ আৰু আগ্ৰহেৰে ভৰাই পেলালে। হোমাৰ আৰু প্লুটাৰ্ক পঢ়োতে শ্যেলীৰ এনে অনুভূতি হৈছিল। [redacted]তস্বী যুৱতীগৰাকীত বীৰত্বব্যঞ্জক কিবা এটাৰ প্ৰকাশ তেওঁ দেখিবলৈ পাইছিল আৰু বীৰত্বব্যঞ্জকতা আৰু নাৰীসুলভতাৰ সংযোগেই শ্যেলীক সদায় আটাইতকৈ বেচি মুগ্ধ কৰিছিল।

মেৰীৰ যুৱতীসুলভ ঈষৎ তীক্ষ্ণ মাতটো শুনি অতি উৎফুল্ল মনেৰে শ্যেলীয়ে ক'লে—"কি গাম্ভীৰ্য্য! কি অনুভূতি!" এগৰাকী যুৱতী— যেন জুৰি আৰু নদীৰ সঙ্গমস্থলত দণ্ডায়মান, স্ত্ৰীসুলভ মাধুৰ্য্য আৰু যুৱকোচিত বৌদ্ধিক ঔৎসুক্যৰ সংযোগ স্থল— এয়ে আছিল শ্যেলীৰ দৃষ্টিত এক অনবদ্য কলা। ভ্ৰাতৃসুলভভাৱে সেই লাহী বাহু দুটা মেৰাই ধৰি তাইৰ জিজ্ঞাসু দুচকুত তিৰবিৰণি তুলি, ঘোঁৰাত উঠাই বিমূৰ্ত্ত দাৰ্শনিক তত্ত্বৰ কথা কৈ কৈ তাইক যেন তেওঁ লৈ যাব—এনে বাসনা শ্যেলীৰ হৈছিল।

হেৰিয়েট ৱেষ্টব্ৰুকে শ্যেলীৰ আদৰ্শ আংশিকভাৱেহে উপলব্ধি কৰিব পাৰিছিল। কেতিয়াবা খন্তেকৰ বাবে হেৰিয়েটৰ ব্যক্তিত্বত বা আচৰণত সৌন্দৰ্য্য আৰু বুদ্ধিমত্তাৰ মনোৰম সংযোগ দেখা পাবলৈ শ্যেলীয়ে একান্ত আশা কৰিছিল, পোৱা হ'লে তেওঁ কিমান যে সুখী নহ'লহেঁতেন! কিন্তু বেচেৰী হেৰিয়েট কালৰ কঠিন পৰীক্ষাত উত্তীৰ্ণ হ'ব নোৱাৰিলে। মগজুৰ শক্তি তেওঁৰ প্ৰকৃততে নাছিলেই বুলিব পাৰি। কিবা ভাব বা আদৰ্শত কেতিয়াবা আগ্ৰহ থকা যেন দেখুৱালেও সেইবোৰৰ প্ৰতি অনীহাহে তেওঁৰ দৃষ্টিৰ উদাসীনতাত ওলাই পৰিছিল। আটাইতকৈ বেয়া কথা হ'ল, ছোৱালীজনী আছিল ৰচকী আৰু চুলুং প্ৰকৃতিৰ, আৰু তিৰোতা মানুহৰ ফাঁকিফুকা আৰু বাগিবুগা দিয়া স্বাভাৱিক দস্তুৰত ওস্তাদ। এই এটা কথাই তেওঁক তেনেই হতাশ কৰিবৰ বাবে যথেষ্ট আছিল।

কিন্তু বাদামী চকুৰ মেৰী আছিল টলেড' ব্লেডৰ দৰে গঠনত লাহী, আৰু প্ৰকৃতিত তীক্ষ্ণ আৰু বিশ্বস্ত। *পলিটিক্যাল জাষ্টিচৰ* লেখকৰ ছত্ৰছাঁয়াত ডাঙৰদীঘল হোৱা মেৰীৰ মনটো তিৰোতা মানুহৰ সাধাৰণতে থকা অযৌক্তিক বিশ্বাস আৰু দুৰ্বলতাৰপৰা মুক্ত আছিল। তেওঁৰ কণ্ঠস্বৰৰ ঈষৎ তীক্ষ্ণতা আৰু স্পষ্টতাই এক সুসংস্কৃত মনৰ পৰিচয় বহন কৰিছিল। নিতৌ গধূলি স্কিনাৰ ষ্ট্ৰীটত থকা সৰু ঘৰখনত খাবলৈ গৈ শ্যেলীয়ে গডউইনৰ নিজৰ শোচনীয় অৱস্থা সম্পৰ্কে কোৱা কথা বা বাজেট বা ৰাতৰি কাকতৰ আইন কানুন সম্পৰ্কে দিয়া মন্তব্য শুনি থকা যেন দেখুৱায়, কিন্তু তেওঁৰ দৃষ্টি নিবদ্ধ থাকে মেৰীত। তেওঁলৈ চাই থাকোঁতেই সময় পাৰ হৈ যায়।

তে... নিজৰ পিনৰপৰা, শ্যেলীৰ প্ৰেমত পৰিবলৈ মেৰী সম্পূৰ্ণ

সাজু হৈ আছিল। শ্যেলীৰ প্ৰতি তেওঁৰ অনুৰাগ ভনীয়েকহঁতেই জগাই তুলিছিল। এমাহ আগৰেপৰা বায়েকলৈ লিখা চিঠিত সিহঁতে সুদৰ্শন কবিজনৰ বাহিৰে আন একো কথাকে লিখা নাছিল। কিন্তু শ্যেলী সম্পৰ্কে কোনো বিৱৰণেই পুৰাপুৰিকৈ বাস্তৱৰ সীমা চুব পৰা নাছিল।

শ্যেলী যে তেওঁৰ প্ৰতি অনুৰক্ত, সেই কথা বুজিবলৈ মেৰীৰ সৰহ সময় নালাগিল। জীৱন সম্পৰ্কে তেওঁ কোনো অনুযোগ নকৰিলেও—এনে অনুযোগ তেওঁ কেতিয়াও কৰাও নাছিল— তাই বুজিব পাৰিছিল যে তেওঁ অসুখী আছিল।

এদিনাখন সন্ধিয়া মেৰীৰ মাকৰ ফটো এখন আঁৰি থোৱা কোঠা এটাত শ্যেলী আৰু তাই অকলে আছিল। সেই সুযোগতে তাই শ্যেলীক নিজৰ মনৰ অশান্তিবোৰৰ কথা ক'লে। বাপেকক তাই ভাল পাইছিল, শ্ৰদ্ধাও কৰিছিল, কিন্তু মিচেছ গডউইনক তাই পেটেসমন্বিতে দেখিব নোৱাৰিছিল। সেই এজনী তিৰোতাৰ বাবেই স্কিনাৰ ষ্ট্ৰীটৰ ঘৰখন তাইৰ বাবে অতি বিৰক্তিকৰ বুলি মেৰীয়ে ক'লে। তাই ক'লে যে পৃথিৱীত তাই স্বস্তি অনুভৱ কৰা একমাত্ৰ ঠাইকণ হ'ল প্ৰাচীন চেইণ্ট পেনক্ৰাচ গীৰ্জাৰ চৌহদত থকা তাইৰ মাকৰ সমাধিৰ কাষত। বতৰ ভাল থাকিলেই হাতত বাইবেলখন লৈ তাই মাকৰ সমাধিৰ ওচৰত বহি পঢ়েগৈ, আৰু ধ্যানমগ্ন হৈ ৰয়। কথাটো শুনি শ্যেলীৰ মনত বৰ স্ফূৰ্তি লাগিল। তাইৰ লগত তেৰোঁ যাব পাৰেনে বুলি তাইক তেওঁ সুধিলে।

* * *

এইদৰেই, পাঁচ বছৰৰ মূৰত শ্যেলী আকৌ এখন সমাধি স্থানত এজনী গাভৰু ছোৱালীৰ কাষত বহিল। পিছে এইবাৰ তেওঁৰ লগৰীগৰাকী আছিল গম্ভীৰ আৰু সানুৰাগী মনৰ। শ্যেলীৰ জীৱনত দ্বিতীয়বাৰৰ বাবে বৰ্ণাত্মা (word)ই নাৰীত্বৰ ৰূপ ল'লে। কিন্তু, হায়, শ্যেলীতো সেই সময়ত বন্ধনমুক্ত নাছিল! মেৰীৰ প্ৰতি কিবা এক অপ্ৰতিৰোধ্য শক্তিৰদ্বাৰা আকৰ্ষিত হোৱা বুলি তেওঁ অনুভৱ কৰিলে। তাইৰ হাতখন নিজৰ হাতৰ মুঠিত লোৱাৰ, সুগঠিত ভাঁজৰ তাইৰ ওঁঠখনত নিজৰ ওঁঠহাল লগাই দিয়াৰ তীব্ৰ বাসনা শ্যেলীৰ মনত জাগি উঠিল। তেওঁ বুজিছিল যে তেওঁ নিজে তাইক বিচৰাদি, তায়ো তেওঁক বিচাৰে। তথাপি তেওঁলোকে

চকুৱে চকুৱে চাবলৈ সাহ নকৰে। তেওঁ তাইক কি দিব পাৰিব? তেওঁ আছিল বিবাহিত পুৰুষ। সঁচা কথা বিবাহ মাত্র এক চলিত প্রথা। ভালপোৱাৰ বন্ধন নাথাকিলেই ব্যক্তি মুক্ত। হেৰিয়েটক তেওঁ ইয়াতকৈ অধিক কিবা দিব বুলি কেতিয়াও কথা দিয়া নাছিল। তদুপৰি তাইক মেজৰ ৰায়ানৰ ৰক্ষিতা বুলি ভাবি, তাইৰ সম্পৰ্কত কোনো নৈতিক দ্বিধা বা সংকোচ তেওঁৰ মনত নাইকিয়া হৈছিল। কিন্তু আইন মতে হেৰিয়েটৰ লগত তেওঁৰ বিবাহ অবিচ্ছেদ্য। তেওঁৰ প্রথম প্রেমিকা হেৰিয়েট গ্রভৰ ওপৰতে জাপি দিবলৈ সাহস নকৰা এটা দুৰাচাৰী জীৱনৰ বাদে মেৰীক দিবলৈ তেওঁৰ আৰু কি আছে'?

তথাপিতো অনিশ্চয়তা আৰু নৈতিক নিঃসঙ্গতাতকৈ, পৰস্পৰ স্বীকৃত প্রেম, লাগে সি যিমানেই আশাৰহিত নহওক, বহুত ভাল। মেৰীৰ আগত নিজৰ পত্নীৰ বিষয়ে সমস্ত কথা ক'বলৈ শ্যেলীয়ে ঠিক কৰিলে। নিশ্চিহ্ন হৈ যোৱাৰ মুহূর্ত্ততো বিবাহিত প্রেমৰ কিবাকিবি কথা জগতৰ অগোচৰে বাগ্বন্ধনৰ আঁৰত বৈ যায়। কিন্তু সমস্ত যন্ত্রণা আনৰ আগত উদঙাই দি এক নিষ্ঠুৰ আনন্দ উপভোগ কৰাৰ মুহূৰ্ত্ত একোটাও একোজন পুৰুষৰ আহে।

হেৰিয়েটক শ্যেলীয়ে এতিয়া যি ভাবে দেখিছে তেনে ভাবজ্ঞাপক তাইৰ ছবি এখনকে তেওঁৰ মেৰীৰ আগত দিলে। হেৰিয়েটৰ প্রতি তেওঁ কৰা ছলনা মানুহমাত্রৰে বাবে স্বাভাৱিক। পিছে তেওঁ এতিয়া নিজৰ অজ্ঞাতসাৰেই মূল্যবোধৰ তাৎপৰ্য্য সলনি কৰি তাত কিবা এক মানবিক কাৰণ সংযোজিত কৰিবলৈ বিচাৰিলে। মেৰীক তেওঁ ক'লে বোলে কাব্যৰ ৰসাস্বাদন কৰিব পৰা আৰু দর্শন বুজিব পৰা সংগী এগৰাকী তেওঁ বিচাৰিছিল। হেৰিয়েটৰ এই দুয়োটাৰ এটাও নাছিল। হেকওৱা আঙুৰবোৰ টেঙা বুলি কোৱাতো তেওঁ এক পীড়াদায়ক আনন্দ উপভোগ কৰিছিল। এইটোও এক স্বাভাৱিক মানবিক প্রতিক্রিয়াই।

তেওঁ মেৰীক 'কুইন মাব'ৰ একপি দিলে। হেৰিয়েটলৈ বুলি লিখা ছপা উচৰ্গাৰ তলত তেওঁ এই কেইটা কথা লিখিলে—"কাউণ্ট স্লবেনডৰ্ফে এজনী তিৰোতা বিয়া কৰাবলৈ ওলাইছিল। তাই পিছে কাউণ্টৰ বিষয়সম্পত্তিকহে মোহ কৰিছিল। বন্দী অৱস্থাত তেওঁক এৰি গৈ তাই নিজৰ স্বাৰ্থপৰতা প্রমাণ কৰিলে।" নিজৰ কোঠালৈ ঘূৰি গৈ মেৰীয়ে

শ্যেলীয়ে লিখাৰ তলতে লিখিলে—"এই কিতাপখন মোৰ বাবে আদৰৰ বস্তু। অতি পবিত্ৰ। এইখন মই আনৰ হাতত পৰিবলৈ নিদিওঁ। আন কোনেও যিহেতু ইয়াৰ পাত লুটিয়াবলৈ নাপাব, সেই বাবে ইয়াত মই যি মন যায় লিখিব পাৰোঁ— কিন্তু লিখিম কি?— লিখোঁ এটা মাত্ৰ কথা যে লেখকগৰাকীক মই ভাল পাওঁ, আৰু কিমান ভাল পাওঁ সেইটো মোৰ প্ৰকাশ ক্ষমতাৰ বাহিৰত। তেৱেঁই মোৰ প্ৰিয়তম আৰু একমাত্ৰ প্ৰেমাস্পদ। ...আমি দুয়ো পৰস্পৰক ভাল পাওঁ বুলি প্ৰতিজ্ঞা কৰিছোঁ। মই তোমাৰ হ'ব নোৱাৰো যদিও, মই অন্য কোনোবা এজনৰো হ'ব নোৱাৰোঁ। কদাপি নোৱাৰোঁ। পিছে মই তোমাৰেই, একান্ত তোমাৰেই।

"প্ৰেমৰ চুম্বন, আনৰ চকুত নপৰা কটাক্ষ দৃষ্টি/আন কোনেও নুবুজা মিচিকিয়া হাঁহি/এখন হোৱা দুখনি অন্তৰৰ অব্যক্ত ভাব/পুলকিত স্পৰ্শৰ শিহৰণ..."

মই নিজকে তোমাৰ ওচৰত নিবেদন কৰিছোঁ। উপহাৰটো মোৰ পৰম প্ৰিয়, পবিত্ৰ।"

পিছে কোনেও নেদেখা আৰু নুবুজা বুলি ভবা কটাক্ষ দৃষ্টি আৰু মিচিকিয়া হাঁহিবোৰে গডউইনৰ দৃষ্টি এৰাই যাব নোৱাৰিলে। সেইবোৰৰ অৰ্থ কি তাক তেওঁ ভালকৈয়ে বুজি পাইছিলে। বিবাহিত পুৰুষ এজনৰ লগত তেওঁৰ জীয়েকৰ হুলিগালিয়ে তেওঁক চিন্তাত পেলালে। বিপদ ক'ত সেই কথা তেওঁ জীয়েকক আঙুলিয়াই দেখুৱালে। শ্যেলীলৈকো একে মৰ্মেই লিখিলে। মেৰীয়েকৰ লগত বুজাপৰালৈ আহিবলৈ তেওঁ শ্যেলীক উপদেশ দিলে। সদ্যহতে স্কিনাৰ ষ্ট্ৰীটলৈ অহাযোৱাটো বন্ধ ৰাখিবলৈকো তেওঁ শ্যেলীক অনুৰোধ কৰিলে।

গডউইনে ভাল ভাবিয়েই শ্যেলীক নিষেধ কৰিছিল, কিন্তু ফল হিতে বিপৰীত হ'ল। নিষেধ কৰাৰ ফলত ঘটনাৰ গতি তীব্ৰ হ'ল; নকৰাহেঁতেন হয়তো অলপ ধীৰ হ'লহেঁতেন। মেৰীৰ প্ৰেমত আকণ্ঠ ডুবি থকা শ্যেলীয়ে তেওঁৰ সঙ্গৰপৰা বঞ্চিত হৈ, এটা চূড়ান্ত সিদ্ধান্ত ল'বলৈ স্থিৰ কৰিলে। হেৰিয়েটৰ কথা ভাবি তেওঁৰ কোনো অনুশোচনা নহ'ল, কাৰণ নিৰপেক্ষ সাক্ষী হগ আৰু পিককৰ কথা শুনাৰ পিচতো তাইক দোষী বুলি তেওঁ ভাবিয়েই থাকিল। তেওঁ ভাবিলে, "তাই মাত্ৰ এটা

কথাহে ভাবে, আৰু সেইটো হ'ল টকাপয়চাৰ কথা। মই তাইৰ ভৱিষ্যতৰ সংস্থান কৰি দিম। তাকে কৰা হ'লে তাই মোৰপৰা স্বাধীন হ'বলৈ পালে ভালেই পাব।" এই অভিপ্ৰায়েৰে তেওঁ তাইক লণ্ডনলৈ আহিবলৈ অনুৰোধ কৰিলে। তাই আহি ওলাল। তেতিয়া তাইৰ গাত চাৰি মাহ। তাইৰ গা বৰ বেয়া আছিল। পাৰ্চিয়ে বৰ ধীৰ আৰু শান্তভাৱে তাইক ক'লে বোলে তেওঁ তাই নোহোৱাকৈ চলিব, আৰু আন কাৰোবাক লৈ পলাই যাব। কিন্তু তাইৰ কাৰণে তেওঁ সদায়েই পৰম বন্ধু হৈ থাকিব। কথা শুনি হেৰিয়েটে ইমান মানসিক আঘাত পালে যে তাইৰ ভয়ানক অসুখ হ'ল।

শ্যেলীয়ে তাইক বৰ যত্নেৰে সেৱা-শুশ্ৰূষা কৰিলে, ফলত তাইৰ মনৰ অসুখ আৰু বাঢ়িল। তাই অকণমান গাটো ভাল পাওঁতেই শ্যেলীয়ে তেওঁৰ অকাট্য যুক্তিতৰ্কৰ অৱতাৰণা কৰিলে। তেওঁ ক'লেঃ "পুৰুষ আৰু নাৰীৰ মিলন সেই পৰ্য্যন্তহে অৰ্থৱহ হৈ ৰয় (অৰ্থাৎ তাৰ পৱিত্ৰতা ৰক্ষা পৰে) যি পৰ্য্যন্ত তাৰদ্বাৰা স্বামী-স্ত্ৰীৰ সুখ সাধিত হয়। যি মুহূৰ্ত্তৰপৰাই ইয়াৰ গুণতকৈ দুৰ্গুণবোৰ বেচি হয়। সেই মুহূৰ্ত্তৰপৰাই আপোনাআপুনি ইয়াৰ অৱসান ঘটে। দৃঢ় আনুগত্যত নৈতিক উৎকৰ্ষৰ কথা নাথাকে, বৰং ই প্ৰায়ে অনৈতিকহে, কাৰণ ব্যক্তি বিশেষে ইয়াৰ বাবদ নিজৰ পচন্দৰ ক্ষেত্ৰত মাৰাত্মক ভুল কৰিও তাক আওকাণ কৰিব লগা হয়।"

তাইৰ আগত পাৰ্চিয়ে এই জলজল পটপট আৰু অকাট্য যুক্তিবোৰ দাঙি ধৰিলত হেৰিয়েটে বুজিলে যে তাইৰ সান্দহখোৱা বালি তল গ'ল। আগতেও এবাৰ নিজৰ ধৰ্মীয় মতবাদ তেওঁৰ মতবাদৰ বিৰুদ্ধে প্ৰতিপন্ন কৰিবলৈ যাওঁতে তাই প্ৰতিটো কথাতে বৰ বেয়াকৈ পৰাস্ত হৈছিল। এতিয়াও ঠিক তেনে হ'ল। তাই জানিছিলে যে এইবোৰৰ কিবা এটা উত্তৰ নিশ্চয় আছে। ইমানবোৰ উদ্বেগ, দুখ আৰু ভয়ৰ কিবা নহয় কিবা এটা প্ৰকাশ থাকিবই। তাইৰ মনত উদ্দেশ্যৰ স্পষ্টতা থকাহেঁতেন এনে প্ৰকাশ হ'লহেঁতেনো। পিছে কথা হ'ল, তাই কি কোৱা উচিত সেই বিষয়ে তাইৰ কোনো স্পষ্ট ধাৰণা নাছিল। কিবা কিছুমান অদৃশ্য বন্ধনৰপৰা নিজকে মুক্ত কৰিবলৈ যত্ন কৰি থকা বুলি তাই কল্পনা কৰিছিল। মেৰীৰ বিৰুদ্ধে তীব্ৰ উষ্মাৰ বিস্ফোৰণ কৰি তাই যেন কিছু পাতল পালে। তায়েই আছিল যত কূটৰ ঘাই। পাৰ্চিৰ

ভাববিলাসী প্ৰকৃতিৰ সুযোগ লৈ, সমাধিস্থলত তাইক লগ ধৰিবলৈ তেওঁক তায়েই প্ৰৰোচিত কৰিছিল। তেনে কাম কৰি শ্যেলীয়েতো ভালেই পায়। এইদৰে কৰি কৰিয়েই তাই পাৰ্চিক তেওঁৰ পত্নীৰপৰা নিলগ কৰালে। এনে ধৰণৰ আৰু কত কি অভিযোগ! মাকৰ স্মৃতিৰ কি যে লজ্জাজনক প্ৰয়োগ তাই নকৰিছে! হেৰিয়েটে মেৰীৰ বিৰুদ্ধে এইবোৰ কথা কৈ বিষোদগাৰ কৰিলে। মেৰীয়ে কিন্তু হেৰিয়েটৰ প্ৰতি সামান্যতম অনুকম্পাও প্ৰদৰ্শন নকৰিলে। তাইৰ বিষয়ে মেৰীয়ে এটা বিৰূপ ধাৰণা ইতিমধ্যে কৰি লৈছিল। শ্যেলীক বিয়া কৰাবলৈ সুযোগ পায়ো যিজনী নাৰীয়ে তেওঁক সুখী কৰিব নোৱাৰিলে, সেইজনী মানুহ নিশ্চয় স্বাৰ্থপৰ, তুচ্ছমনা আৰু নিম্নতৰ শ্ৰেণীৰ প্ৰাণী। শ্যেলীয়ে হেৰিয়েটৰ প্ৰতি উদাৰতাকে দেখুৱাব। তেওঁৰ বাৰ্ষিক ভাট্টাৰ অধিকাংশ যে হেৰিয়েটক দি দিবলৈ বেংকাৰক নিৰ্দেশ দিব সেই কথা মেৰীয়ে ভালদৰে বুজি পাইছিল। এই অবগতিয়েই মেৰীৰ বিবেকক শান্ত কৰিলে। "তাইতো টকাপয়চা পাব, আৰু টকাপয়চাহে তাই চিনি পায়, হৈ যাব তাইৰ।" চৰম বিৰক্তিৰে মেৰীয়ে নিজৰ ওচৰতে যুক্তি দৰ্শালে।

শ্যেলী প্ৰচণ্ড স্নায়বিক উত্তেজনাত পৰিল। সকলো প্ৰকাৰ পৰস্পৰবিৰোধী ভাব চিন্তাই তেওঁৰ মনত সংঘাতৰ সৃষ্টি কৰিবলৈ ধৰিলে। হেৰিয়েটক হিঁয়াভগা হতাশাত পৰি বিকল হৈ যোৱা দেখিলে তেওঁৰ অন্তৰে হাঁহাকাৰ কৰি উঠে। বহুত দিনৰ আগতে তাইৰ লগত কটোৱা অপূৰ্ব প্ৰেমৰ স্মৃতিয়ে তেওঁক ব্যথিত কৰে। কিন্তু মেৰীৰ ওচৰ চপাৰ লগে লগেই তেওঁ নিজকে তাইৰ প্ৰশান্ত সৌন্দৰ্য্যৰ ওচৰত নিবেদন কৰে।

মনটো শান্ত কৰিবৰ বাবে তেওঁ আগতে বাৰউইকত খোৱাদি কানিৰ আৰক খাবলৈ ল'লে, কিন্তু এইবাৰ মাত্ৰাটো বঢ়াই ল'লে। পিককক বটলটো দেখুৱাই তেওঁ ক'লে, "এইটোৰ লগত মোৰ এৰাএৰি নাই।" লগতে আৰু ক'লে "চফ'ক্লিচৰপৰা তুমি অনুবাদ কৰা এই শাৰীকেইটা মই বাৰে বাৰে গাইছোঁ—একেবাৰে জনম নোলোৱাহেঁতেনেই মানুহৰ চৰম সৌভাগ্য বুলি বিবেচিত হ'লহেঁতেন। জীৱনৰ কণ্টকাকীৰ্ণ পথত ঘূৰি ফুৰোঁতে ইচ্ছা মতে চিৰ নিদ্ৰাত আশ্ৰয় ল'ব পৰাবোৰ অতি ভাগ্যৱান।"

---

# দ্বিতীয় ভাগ

এৰিয়েল : কামটো ভালদৰে কৰা হ'লনে?

প্ৰচপাৰ' : খুব নিয়াৰিকৈ কৰা হৈছে। তোক মোকোলাই দিয়া হ'ব।

।।১৭।।

# ছয় সপ্তাহ জোৰা ভ্ৰমণ

ঘোঁৰা বাগীখনক পুৰা চাৰিবজাত আহিবলৈ কোৱা হৈছিল। গডউইনৰ ঘৰৰ বিপৰীতে খাপপিটি শ্যেলী গোটেই নিশা বৈ আছিল। ৰাতি পুৱাবৰ হ'ল— আকাশৰ তৰাবোৰ নিষ্প্ৰভ হ'ল, ৰাস্তাৰ দাঁতিৰ তেল চাকিবোৰ নুমাও নুমাও হ'ল। তেনেতে মেৰীয়ে সাৰশব্দ নোহোৱাকৈ চ'ৰাঘৰৰ দুৱাৰ খুলি ওলাই আহিল। জে'ন ক্লেইৰমণ্টো আহিল। বহুত গুণাগঁথা কৰি শেহান্তৰত তায়ো বায়েকৰ লগত যাবলৈ ওলাল। তাই এতিয়া টালি টোপোলাবোৰৰ তদাৰক কৰিলে।

সুদীৰ্ঘপথৰ ঘোঁৰাগাড়ীৰ যাত্ৰাত মেৰী ক্লান্ত হৈ পৰিল। কিন্তু গাড়ী ৰখাবলৈ ক'বলৈ শ্যেলীৰ সাহ নহ'ল, জানোচা গডউইনে খেদি আহি ধৰেহি। আবেলি চাৰিমান বজাত তেওঁলোক ডোভাৰ পালেগৈ। শুল্ক বিভাগৰ বিষয়াসকলৰ লগত সততে হোৱাদি কিছুপৰ উখনাউখনি চলিল। তাৰ পিচত বহু প্ৰবন্ধে, নাৱৰীয়াৰ লগত দৰদাম কৰি তেওঁলোকে এখন নাও ভাৰা কৰিলে। সেইখন নাৱেদি (টেমচ নদী পাৰ হৈ) তেওঁলোক (ফ্ৰান্সৰ) কেলে (Calais) চহৰলৈ যাব।

সেই দিনা বতৰটো বেছ ফৰকাল আছিল। ইংলেণ্ডৰ শ্বেতপাথৰৰ পাহাৰবোৰ ক্ৰমাৎ দৃষ্টিৰ অগোচৰ হৈ পৰিল। পলৰীয়াহঁত এতিয়া নিৰাপদ। কিন্তু হঠাতে বতাহ মাৰিবলৈ ল'লে, এছাটি ডাঙৰ ধুমুহা আহিল। মেৰী তেতিয়া বৰ অসুস্থ। ওৰে ৰাতি তাই শ্যেলীৰ আঁঠুত মূৰ দি পৰি থাকিল। শ্যেলী নিজেও ক্লান্ত হৈ পৰিছিল। তেওঁ আইৰ মূৰটো বাহুত পেলাই ল'লে। উত্তাল দিগন্তত জোনটো মাৰ গ'ল। চৌদিশ অন্ধকাৰ হ'ল। নাওখনে ধুমুহাৰ চেঁৰেকণিত পৰি তুলুংভুটুং কৰিবলৈ ল'লে। বিজুলীৰ চমকত দেখা গ'ল সাগৰৰ ভয়ংকৰ ৰূপ, উত্তাল। পুৱালৈ ধুমুহা শাম কাটিলে। বতাহৰ গতি সলনি হ'ল। ফ্ৰান্সৰ আকাশত বেলি ওলাল। ডলা এখনৰ দৰে বহল ৰঙা বেলি। আকাশ তেতিয়া নিৰ্মল।

কেলে চহৰৰ ৰাস্তাত ভৰি দিলত মেৰীৰ টোপনি টোপনি ভাবটো কাটিলে। বন্দৰৰ প্ৰাণ চঞ্চল ব্যস্ততা, মাছমৰীয়াহঁতৰ ৰংবিৰঙৰ সাজপাৰ, অপৰিচিত ভাষা এটাত কোৱা কথাৰ কোৰ্হাল— এই আটাইবোৰ মিলি তাইক সুস্থ কৰি তুলিলে। দিনটো চৰাইখানা এটাতে তেওঁলোকে কটাব লগা হ'ল, কাৰণ তেওঁলোকৰ মালবস্তুবোৰ ডোভাৰ পেকেট বোলা বেলেগ এখন নাৱত দিয়া হৈছিল। সেইখন আহি পোৱালৈ তেওঁলোকে বাট চাব লগা হ'ল। এটা সময়ত ডোভাৰ পেকেট আহিল, কিন্তু লগতে শ্ৰীমতী গডউইনো আহিল। লগতে তেওঁৰ সেউজীয়া বিতচকুযোৰ। লুধুমী ভদ্ৰ মহিলাই অন্ততঃ জে'নক বঢ়াইবুজাই স্কিনাৰ ষ্ট্ৰীটলৈ ঘূৰাই নিব পাৰিব বুলি আশা কৰিছিল। পিছে তেওঁৰ আশা নফলিল। শ্যেলীৰ কথাহে ৰজিল। শ্ৰীমতী গডউইন অকলে ঘূৰি গ'ল। ছয় বজাত ভ্ৰমণকাৰীসকলে ব'লনলৈ (Boulogne) বুলি কেলে চহৰ এৰিলে। এই যাত্ৰাত তেওঁলোক তিনিটা ঘোঁৰাই টনা দুচকীয়া গাড়ী এখনত গৈছিল। ঘোঁৰা তিনিটা বাগীখনত এশাৰীকৈ জোটা হৈছিল।

* * *

তেওঁলোকৰ আঁচনি আছিল ছুইজাৰলেণ্ডলৈ যোৱাৰ, কিন্তু প্যাৰী চহৰত কেইদিনমান কটোৱাৰ পিচতে তেওঁলোকৰ জেপ উদং হ'ল। শ্যেলীৰ হাতত জনৈক ফৰাচী ব্যৱসায়ী টেভাৰনিয়াৰলৈ লিখা চিঠি এখন আছিল। সেইজন লোকেই তেওঁলোকৰ বাবে মহাজন হিচাপে কাম কৰাৰ কথা। তেওঁলোকে মানুহজনক হোটেলত দুপৰীয়াৰ সাজ খাবলৈ আমন্ত্ৰণ কৰিলে, কিন্তু দেখা পালে যে তেওঁ এক জধামূৰ্খ; কাৰণ দুজনী কম বয়সীয়া ছোৱালী আৰু এজন ওখপাখ, ভাৱপ্ৰৱণ যুৱক এই যাত্ৰাত ওলোৱাৰ নো কি জৰুৰী প্ৰয়োজন আছিল সেই কথাটোকে যেন তেওঁ বুজিব নোৱাৰে।

শ্যেলীয়ে নিজৰ ঘড়ী আৰু গলৰ হাড় বন্ধকত থ'ব লগা হ'ল। তাৰ বিনিময়ত তেওঁলোকে আঠোটা নেপোলিয়ন (ফৰাচী সোণৰ মোহৰ, এটাৰ মূল্য কুৰি ফ্ৰাংকৰ সমান) পালে। ইয়াৰে তেওঁলোকৰ এপষেক চলিবৰ বাবে হ'ব। গতিকে মনৰ দুশ্চিন্তা দুদিনমানলৈ আঁতৰ হ'ল।

প্ৰথম দুদিনমান তেওঁলোক বুলভা (দুই দাঁতিত গছৰ শাৰীৰে শোভিত প্ৰশস্ত পথ বা উদ্যান পথ), লুভ্ৰা (Louvre), আৰু নট্ৰেডেম (Notre Dame) চাবলৈ গ'ল। পিচলৈ তেওঁলোকে হোটেলতে থাকি একেলগে মেৰী বলষ্টনক্ৰাফটৰ গ্ৰন্থসমূহ আৰু বাইৰণৰ কবিতাবোৰ আকৌ পঢ়িবলৈ লোৱাটোকে পচন্দ কৰিলে।

এসপ্তাহৰ মূৰত তেওঁলোক টেভাৰনিয়াৰৰ ওচৰ চাপিল। এই মানুহজন আচলতে বেয়া মানুহ নাছিল। তেওঁ শ্যেলীহঁতক যাঠি পাউণ্ড ধাৰে দিবলৈ সম্মত হ'ল। কিন্তু ইয়াৰে তেওঁলোক অলৈতলৈ ঘোঁৰাগাড়ীৰে যাবলৈ খৰচ নুকুলায়। সেইবাবে তেওঁলোকে খোজকাঢ়ি ফুৰিবলৈ, আৰু মালপত্ৰ কঢ়িয়াই নিবৰ বাবে এটা গাধ কিনি ল'বলৈ ঠিক কৰিলে। যাওঁতে বাটত পালপাতি তেওঁলোক গাধৰ পিঠিত উঠিব। গৰুহাটলৈ গৈ শ্যেলীয়ে এটা নিচেই পোৱালি গাধ কিনি লৈ হোটেললৈ আহিল। পিচদিনা পুৰা গাড়ী এখন ভৰা কৰি তেওঁলোক বেৰিয়াৰ অফ্ চাৰেন্টনলৈ ওলাল, গাধ পোৱালিটো গাৰীৰ পিচত জোট লগাই বান্ধি দিয়া হ'ল। সি গাড়ীৰ লগত বেগ মিলাই টুক টুক কৈ গৈ থাকিল।

১৮১৪ চনৰ বছৰটোত ফ্ৰান্সত ৰাস্তাঘাটবোৰ বিশেষ নিৰাপদ নাছিল। সৈন্য দলবোৰ ভাঙি দিয়া হৈছেহে মাথোন। জুমে জুমে লুণ্ঠনকাৰী ৰাস্তাত ঘূৰি ফুৰে, আৰু বাটৰ বাটৰুৱাক আগচি ধৰি লুট কৰে। ৰাস্তাৰ দাঁতিৰ পথাৰত কাম কৰি থকা খেতিয়কহঁতে ক'লা বেচমী সাজ পিন্ধা দুজনী ধুনীয়া গাভৰু, কেঁকোৰা চুলিৰে এটি অপৈণত বয়সৰ ডেকা, আৰু তেনেই কণমানি গাধ পোৱালি এটাৰ এই অদ্ভুত সমলদলটোলৈ আচৰিত হৈ চাই ৰ'ল। কেইমাইলমান যোৱাৰ পিচত গাধ পোৱালিটো ইমান লেবেজান হ'ল যে শ্যেলী আৰু জে'নে দাং কোলাকৈ তাক ল'ব লগা হ'ল। সেইদিনা ৰাতিটো কটাবৰ বাবে আশ্ৰয় লোৱা গাঁওখনত খেতিয়ক এজনৰ ওচৰত গাধ পোৱালিটো বেচি দি তাৰ ঠাইত এটা খচ্চৰ তেওঁলোকে কিনি ল'লে।

যুদ্ধত সেই গোটেই অঞ্চলটো বিধ্বস্ত হৈছিল, গাঁওবোৰ আধাআধি ধ্বংস হৈছিল, ঘৰবোৰৰ ওপৰত চাল নাছিল, চ'তি, মাৰলি আটাইবোৰ ছাইৰে ক'লা হৈ আছিল। কোনোবা খেতিয়কক যদি তেওঁলোকে গাখীৰ এটুপি খুজিছে, প্ৰত্যুত্তৰত খেতিয়কজনে কচাকবোৰক শাওপাত দি খাস্তাং

কৰিছে— বেচেৰা খেতিয়কৰ গাইজনী সিহঁতে কাঢ়ি লৈ গ'ল!

অতিথিশালা বুলিবলৈ যিবোৰ আছিল সেইবোৰৰ জৰাজীৰ্ণ অৱস্থা। বিছনাৰ কাপোৰ কানি ইমান মলিয়ন যে মেৰী আৰু জে'নে সেইবোৰ ল'বলৈকে সাহ নকৰিলে। মস্ত মস্ত একোটা এন্দুৰ আন্ধাৰত বিছনাবোৰৰ ওপৰত বগাই ফুৰে। তেওঁলোকে নিশাটো খেতিয়ক একোজনৰ পথাৰৰ পাকঘৰতে বহি বহি কটোৱাৰ অভ্যাস কৰিলে। ৰাতি এডোখৰলৈকে জ্বলি থকা ডাঙৰ চৌকা একোটাই পৰিবেশটো গম্ভীৰ কৰি তোলে। আধা টোপনি আধা সাৰ পাই থকা অৱস্থাৰ মাজতে তেওঁলোকে সপোন দেখে— ক'ৰবাত যেন কেঁচুৱাই কান্দিছে, ক'ৰবাত যেন কাঠৰ চ'তি, মাৰলি খহি পৰাৰ শব্দ হৈছে। মেৰীৰ পিতাকলৈ মনত পৰে— তাই পলাই অহাৰ বাবে তেওঁ বাৰু মনত নিদাৰুণ কষ্ট পাইছে নেকি? হেৰিয়েটৰ কি দশা হৈছে ভাবিগুণি শ্যেলীৰ মন চিন্তাত ডুব গৈ থাকে।

ট্ৰয়েচৰপৰা তেওঁ তাইলৈ এখন দীঘল চিঠি লিখিলে। সেই চিঠিত তেওঁ তাইক ছুইজাৰলেণ্ডলৈ আহি তেওঁলোকৰ লগ লাগিবলৈ ক'লে। তাই তেওঁলোকৰ ওচৰতে থাকিব, আৰু অন্ততঃ এজন স্থিৰমতি আৰু বিশ্বস্ত বন্ধু পাব। মেৰীৰ স্বাস্থ্য কেনে আছে সেই কথাও তেওঁ লিখিলে। সেইটো প্ৰসংগৰ উল্লেখ তেওঁৰ বাবে নিতান্তই স্বাভাৱিক আছিল। হেৰিয়েট সোনকালে তেওঁলোকৰ লগ লাগিবহি বুলি তেওঁ ধৰি ল'লে। হ'ব পাৰে, 'দুনীয়াই' এনে প্ৰকাৰৰ জীৱননিৰ্বাহক অনৈতিক বুলি ক'ব; কিন্তু 'দুনীয়া'ৰ মতামতলৈ কাণ দিব লাগে কিয়? যুক্তিহীন ধাৰণা কিছুমান মানি চলাতকৈ প্ৰেম আৰু দয়াৰ অনুশাসন মানি চলাটো বেচি ভাল নহয়নে? এইবোৰ আছিল শ্যেলীৰ কথা। হেৰিয়েটে চিঠিৰ জবাব নিদিলে।

পণ্টাৰলিয়াৰ আৰু নিউফচাটেলৰ মাজেদি গৈ তেওঁলোক লেক অফ্ দ্য ফ'ৰ কেনটনচ নামৰ ঠাইত উপস্থিত হ'ল। উইলিয়াম টেলৰ গীৰ্জাৰ ওচৰৰ ব্ৰুনেনত তেওঁলোকে থাকিবলৈ ল'ব বুলি শ্যেলীয়ে ঠিক কৰিলে। উইলিয়াম টেল আছিল মুক্তি যোদ্ধা (The Defender of Liberty)। সেই অঞ্চলত তেওঁলোকে এটা মাত্ৰ খালী ঘৰ বিচাৰি পালে। সেইটো আছিল কোনোবা জমিদাৰৰ ভৱন। চহৰৰপৰা আঁতৰি থাকিবৰ মন

গ'লে থাকিবৰ বাবে গ্ৰামাঞ্চলত সজাই লোৱা ঘৰ। পুৰণা পৰিত্যক্ত ঘৰ। জৰাজীৰ্ণ চেহেৰা। তেওঁলোকে তাৰে দুটা কোঠা ছমাহলৈ ভাৰাত ল'লে। লাগতিয়াল আচবাব পত্ৰ, বিছনা, চকী, সাজপাৰ থোৱা আলমাৰী, আৰু এটা ষ্টভ তেওঁলোকে কিনি ল'লে। গ্ৰামাঞ্চলটোৰ যাজকজন আৰু ডাক্তৰজন নবাগতসকলৰ লগত চা-চিনাকি হৈ গ'লহি। সেই একেদিনাই শ্যেলীয়ে এখন মহৎ উপন্যাস লিখিবলৈ আৰম্ভ কৰিলে। উপন্যাসখনৰ নাম আছিল 'দ্য আচাৰ্চিন্‌চ'। তাতে তেওঁলোকে 'চিৰকালৰ' বাবে থিতাপি ল'লে।

পিছে নতুন ষ্ট'ভটোৱে তেল নাটানে। শ্যেলী হাতৰ কামত নিপুণ নাছিল। হ'লেও তেওঁ লিৰিকি বিদাৰি চালে, কিন্তু কামত নাহিল। কোঠাটো আছিল হিমশীতল। এতিয়া লগতে ধোঁৱাৰেও ভৰি পৰিল। বাহিৰত দোপালপিটা বৰষুণ। ডাঙৰ ডাঙৰ টোপালবোৰ খিৰিকিত পৰিছে। নিৰ্বাসিত তৰুণ ত্ৰয়ীয়ে একান্ত নিঃসংগ বোধ কৰিলে। ইংলেণ্ডৰ ঘৰৰ আৰাম, গৰম আৰু সুগন্ধি চাহ, অপৰূপ আকাশ, তেওঁলোকৰ ভাষা কোৱা আৰু তেওঁলোকৰ নাম উচ্চাৰণ কৰিব পৰা সৎ প্ৰকৃতিৰ ইংৰাজসকল— এইবোৰলৈ মনত পৰি তেওঁলোকৰ মন অস্থিৰ হ'ল। আনকি সুতখোৰ আৰু গলাকটা প্ৰকৃতিৰ ইংৰাজবোৰো সদায় শিষ্টাচাৰী আছিল বুলি তেওঁলোকে স্বীকাৰ কৰি ল'লে।

উমৈহতীয়া ধনৰ মোনাটোত লেখি চাই শ্যেলীয়ে মুঠেই আঠাইছ পাউণ্ড পালে। তেওঁলোকৰ কেউটিৰে মনত একেটা বাসনাই উক দিলে। শ্যেলীয়ে ইয়াক ৰূপ দিলে— 'আমি ঘৰলৈ ঘূৰি যাওঁহঁক।'

কোৱাৰ লগে লগেই সিদ্ধান্ত লোৱাও হৈ গ'ল। তেওঁলোকৰ মন উছাহেৰে ভৰি পৰিল। জে'নে লিখিলে— "ভাবিলেও হাঁহি উঠে। ছমাহ থাকিবলৈ বুলি ঘৰ এটাত নতুনকৈ সোমোৱাৰ পিচদিনাই ইংলেণ্ডলৈ ঘূৰি অহাৰ সিদ্ধান্ত! ইয়াৰ কাৰণটো হ'ল যে ষ্ট'ভটো নজ্বলিল। ডোভাৰ এৰি যাওঁতে, ক্ৰমাৎ বিলীয়মান ইংলেণ্ডৰ শ্বেত পাথৰৰ পাহাৰবোৰ চাই চাই মোৰ ভাব হৈছিল ইংলেণ্ডলৈ যেন আৰু কোনো দিনে ঘূৰি নাহিম! আৰু এতিয়া...।" মাজনিশা সিদ্ধান্তটো লৈ, পিচদিনা পুৱা ধাৰাসাৰ বৰষুণত তেওঁলোক লুচাৰ্নলৈ বুলি এখন নাৱত উঠিল। তেওঁলোক গুচি গ'ল বুলি জানি ব্ৰুনেনৰ যাজকজন যে ইমান আচৰিত

হৈছিল!

নুচার্নৰণৰা যাত্ৰীবাহী বেলেৰে শৈ তেওঁলোক বেলে পালেগৈ আৰু তাৰপৰা কৰ্ণনলৈ গ'ল। বতৰটো বেছ আনন্দদায়ক আছিল। সন্ধিয়াৰ তৰা বছা আকাশৰ তলত নাৰবীয়হঁতে প্ৰেমৰ গীত গাইছিল। শ্যেলী 'আচাচিন্‌ছ' লিখাত ব্যস্ত আছিল। মেৰী আৰু জে'নেও প্ৰত্যেকে একোখনকৈ উপন্যাস লিখিবলৈ আৰম্ভ কৰিছিল। দুয়োপাৰৰ ভগ্নস্তূপেৰে ভৰা পাহাৰবোৰে তেওঁলোকৰ নায়কহঁতৰ ৰোমাণ্টিক অভিযানৰ বাবে সুন্দৰ পটভূমি যোগাইছিল। ইয়াৰ পিচত তেওঁলোক ওলণ্ডাজী ডাকগাড়ীত উঠিল। আৰামদায়ক কাঠৰ ঘৰ, খাল আৰু বাতচক্ৰৰে ভৰা শান্ত, হৈ চৈ নোহোৱা এটা অঞ্চল তেওঁলোকে পাৰ হ'ল। ৰটাৰডাম পাওঁতে তেওঁলোক আকৌ কপৰ্দকশূণ্য! বহুত আলোচনাবিলোচনাৰ পিচত জাহাজ এখনৰ কেপ্টেইন এজনে তেওঁলোকক লৈ যাবলৈ মান্তি হ'ল। ওলাই অহাৰ দিনাৰ দৰেই সেইদিনাও সাগৰখন উত্তাল আছিল।

এজন যাত্ৰীৰ লগত দাসত্বৰ প্ৰশ্নটোত শ্যেলীৰ তৰ্ক হৈছিল। সেই তৰ্কতে তেওঁৰ সৰহ সময় পাৰ হ'ল। মেৰী আৰু জে'নে শ্যেলীক বেচ উম্মাৰে সমৰ্থন কৰিছিল। পিচদিনা খাবলৈ কিবা আছে নে নাই সেই কথালৈ তেওঁলোকৰ একেবাৰে হুচ নাছিল, কিন্তু এটা কথা তেওঁলোকে জানিছিল আৰু কথাটো হ'ল যে পাৰ্চি এগৰাকী প্ৰতিভাৱান ব্যক্তি। তেওঁলোকে আৰু এটা কথা জানিছিল— সেইটো হ'ল যে মানুহ পূৰ্ণতা অৰ্জন কৰিবলৈ সক্ষম।

———

||২০||

# অপাংক্তেয়হঁতৰ কথা

লণ্ডন আহি পাওঁতে শ্যেলীৰ হাতত গাড়ী ভাৰা দিবলৈ ফুটাকড়ি এটাও নাছিল। সেইবাবে মেৰী আৰু জে'ন আৰু বাকচপত্ৰ সমেত তেওঁ তেওঁৰ মহাজনৰ ঘৰলৈ পোনালে। তাত গৈ গম পালে বোলে হেৰিয়েটে তেওঁৰ নামত বেংকত থকা গোটেইখিনি টকা উঠাই লৈ গৈছে। এই কথা শুনি দুয়োজনী ছোৱালী খঙত জ্বলিপকি উঠিল। এই সংকটৰপৰা পাৰ হোৱা আৰু পুলিচ থানালৈ যোৱাৰপৰা ৰক্ষা পৰাৰ একমাত্ৰ উপায় হ'ল হেৰিয়েটক গৈ লগ ধৰাটো। শ্যেলীৰ হাতত তাইৰ ঠিকনা আছিল, তেওঁলোক তিনিও তালৈকে গ'ল। হেৰিয়েটে প্ৰথমে গিৰিয়েক তাইৰ ওচৰলৈ ঘূৰি গৈছে বুলি ভাবিছিল। কিন্তু তাইৰ প্ৰতিদ্বন্দ্বীগৰাকী দুৱাৰমুখত থকা বুলি জানিলত তাইৰো খং উঠলি উঠিল। যি কি নহওক তাই শ্যেলীক কেই পাউণ্ডমান দিলে। তাৰেই কোনো মতে এক বিশ্ৰী অঞ্চলত এই পৰিভ্ৰমী ত্ৰয়ীয়ে আচবাব পত্ৰৰে সজ্জিত এটা ঘৰ ভাৰালৈ ল'লে।

পৰিস্থিতি দেখাত নিতান্তই হতাশজনক যেন লাগিল। গডউইনে তেওঁলোকক দেখা কৰিবলৈ কোনোপধ্যে সন্মত নহ'ল। শ্যেলীয়ে যুক্তি দৰ্শাই ক'লে বোলে *পলিটিকেল জাষ্টিচ* গ্ৰন্থত থকা মূল নীতিবোৰ তেওঁ বাস্তৱত ৰূপায়িত কৰিছে। পিছে এই কথা শুনি কিতাপখনৰ লেখকজনৰ খং দুগুণে চৰিল। তেওঁৰ দৃষ্টিত *পলিটিকেল জাষ্টিচ* আছিল এক তাত্ত্বিক গ্ৰন্থ, তাত সন্নিবিষ্ট ভাবাদৰ্শবোৰ কোনোবা আদৰ্শ ৰাজ্যৰ বাবে বেচ প্ৰযোজ্য হ'ব পাৰে, তাৰনো কি *ঠিক!*কিতাপখন তেওঁ লিখাবো বহুত দিন হ'ল। কিন্তু লণ্ডনত, এখন দয়ামায়া নোহোৱা সমাজত, তেওঁৰ নিজৰ ঘৰত, গডউইন আৰু তেওঁৰ একমাত্ৰ জীয়েকক বন্ধু-বান্ধৱৰ হাঁহিয়াতৰ পাত্ৰ কৰিবলৈ, তেওঁৰ আদৰ্শ এইদৰে বিকৃত কৰিবলৈ (শ্যেলীৰ সাহ হ'ল ক'ৰ পৰা?) ...। নাই নহ'ব, শ্যেলীক

তেওঁ কেতিয়াও ক্ষমা কৰিব নোৱাৰে।

জীয়েকহঁতে ঘটোৱা এই অপ্ৰত্যাশিত ঘটনাৰ কথা ওলালেই তেওঁ বৰ কঢ়া ভাষা প্ৰয়োগ কৰিছিল। নৰউইচ চহৰৰ জনৈক মিঃ জন টেইলৰলৈ তেওঁ এইদৰে লিখিছিলঃ

"মই আপোনাক বৰ দুখ লগা কথা এটা ক'বলৈ আছে। শ্যেলীৰ নামটো আপুনি ইতিপূৰ্বেই শুনিছে। আপোনাক অধিক উৎকণ্ঠাত পেলাই ৰাখিব নোখোজো, সি, এটা বিবাহিত মানুহে, মোৰ ছোৱালীজনী লৈ পলাই গৈছে। ইয়াতকৈ আৰু ঘৃণনীয় ঘটনাৰ কথা কি হ'ব পাৰে মই নাজানো।

মেৰী মোৰ একমাত্ৰ ছোৱালী। স্বাস্থ্যজনিত কাৰণতে তাই স্কটলেণ্ডত আছিলগৈ। আৰু যোৱা ত্ৰিছ মাৰ্চত তাই ঘৰলৈ উভতিছিল। শ্যেলী লণ্ডনলৈ আহিছিলে ওঠৰ জুনত। মই তেওঁক মোৰ ঘৰত খোৱাৰ নিমন্ত্ৰণ দিছিলোঁ।। ছাব্বিছ জুন ৰবিবাৰে মেৰী আৰু তাইৰ ভনীয়েক জে'ন ক্লেইৰমণ্টৰ লগত শ্যেলী মেৰীৰ মাকৰ সমাধি স্থললৈ গৈছিল। তাতেই বোধহয় প্ৰথমে তাৰ মূৰত তাইক পলুৱাই নিয়াৰ অসৎ অভিপ্ৰায়টো সোমাল... সি এনেহে পাগল যে তাৰ মতলবৰ কথা মোক কৈ সি মোৰ সম্মতিও বিচাৰিছিল। মোৰ শক্তিৰে মই যিমান পাৰোঁ তাৰ লগত যুক্তি তৰ্ক কৰি তাক বাধা দিবলৈ চাইছিলোঁ। ... মই কৃতকাৰ্য্য হ'লোঁ যেনেই মোৰ ভাব হৈছিল, পিছে ২৭ জুনৰ নিশা মেৰী আৰু তাইৰ ভনীয়েক জে'ন মোৰ ঘৰৰপৰা পলাই গ'ল। পিচদিনা পুৱা শুই উঠি মই মোৰ সাজপাৰ কৰা টেবুলত এখন চিঠি পৰি থকা পালোঁ। তাতে সিঁহতে কি কৰিলে মোলৈ লিখি থৈ গৈছিল।"

তেওঁ টেইলৰক গোটেই কথাটো একান্ত গোপনে ৰাখিবলৈ অনুৰোধ কৰিলে। দুৰ্ভগীয়া ছোৱালীকেইজনীৰ নামত চেকা পৰে বুলি তেওঁৰ ভয়। তেওঁ লিখিছিলঃ "চেকা শব্দটো মই কি অৰ্থত ব্যৱহাৰ কৰিছোঁ সেই কথা বোধহয় তোমাক বুজাবৰ প্ৰয়োজন নাই। শব্দটো ছোৱালীদুজনীৰ ক্ষেত্ৰত মই বেলেগ বেলেগ অৰ্থত প্ৰয়োগ কৰিছোঁ। জে'নৰ ক্ষেত্ৰত ভুল বিবেচনাৰ অৰ্থত, কিন্তু মেৰীৰ ক্ষেত্ৰত এটা অপৰাধৰ অৰ্থত মই শব্দটো ব্যৱহাৰ কৰিছোঁ।"

এই শ্যেলীয়েই কিন্তু বিগত দিনবোৰত মেৰীৰ পিতাকক দিবলৈ

অনেক ধন ধাৰলৈ লৈছিল। এতিয়া শ্যেলী ঘূৰি আহিছে বুলি খবৰ পোৱাৰ লগে লগে পাওনাদাৰবোৰ ধন আদায়ৰ বাবে অগিদা দিবলৈ ওচৰ চাপিল। গডউইনে শ্যেলীৰ ধাৰ মাৰক ছাৰি তেওঁক আৰু টকাৰ দৰকাৰ হৈছিলহে। টকাপয়চা সংক্ৰান্ত এইবোৰ কথাৰ বাবেই তেওঁ এই অবিশ্বাসী যুৱকটিৰ লগত পত্ৰালাপ চলাই থাকিব লগা হৈছিল। তেওঁৰ বিবেকদংশন তীব্ৰ হৈছিল... অন্ততঃ প্ৰতিখন চিঠিতে তেওঁ এই কথা লিখিছিল।

তেওঁলোকে ইমান শ্ৰদ্ধা কৰা মানুহজনৰ ক্ষেত্ৰত এনে ভণ্ডামি শ্যেলী আৰু মেৰীৰ বাবে অতি বেদনাদায়ক আছিল। "হায়, দৰ্শন!' বুলি কৈ তেওঁলোকে হুমুনিয়াহ চাৰিলে। শ্ৰীমতী গডউইনে তেওঁলোক দুয়োকে ঘাইকৈ নিজৰ জীয়েক জনীক বেয়া কৰিলে বুলি ককৰ্থনা কৰিলে আৰু শান্ত শিষ্ট ছোৱালী ফেণীক তেওঁলোকৰ ওচৰলৈ যাবলৈ নিষেধ কৰিলে। তেওঁ নিজে এবাৰ জে'নক লগ ধৰিবলৈ গৈছিল, কিন্তু খটখটিত শ্যেলীক থিয় দি থকা দেখা পাই, মূৰটো ঘূৰাই উভতি গ'ল।

হেৰিয়েটৰ লগত তেওঁলোকৰ যোগাযোগ কেতিয়াবা সহজ আছিল কেতিয়াবা নাছিল। তাই কেতিয়া কেনে মানসিক অৱস্থাত থাকে তাৰ ওপৰতে তাইৰ প্ৰতিক্ৰিয়া নিৰ্ভৰ কৰিছিল। তাইৰ একো অভাৱ নাছিল। শ্যেলীৰ ভাগৰ ধন তাইৰ হাতত এতিয়াও কিছু আছিল। ৰাস্তাৰ দাঁতিৰ ভোজনালয়ৰ মালিক বুঢ়া বাপেকেও তাইক এটা ভাট্টা দিছিল। এই সময়ত তাই অন্তঃসত্তা আছিল। তাইৰ মনটোত বহুত দুখ। নিজৰ জীৱনৰ কাহিনী কথাৰ মহলা মাৰি ফুৰা প্ৰতিবেশীবোৰক কৈ তাই সময় কটায়, নতুবা সাজপাৰ তৈয়াৰ কৰোঁতা ডাবলিনত থকা তাইৰ বান্ধৱী কেথৰিন নুজেণ্টলৈ চিঠি লিখে। চিঠিবোৰত কৰুণাউদ্ৰেককাৰী শব্দৰ সংখ্যাই আছিল অধিক। এখন চিঠি আছিল এনে ধৰণৰঃ

"প্ৰত্যেক বয়সৰে সমস্যা আছে। ভগৱানে জানে, মোৰো আছে। আয়ান্থে মইনাজনী ভালে আছে। তাই এতিয়া চৈধ্য মাহত সোমাইছে। ছটা দাঁত গজিছে। এই প্ৰাণৰ পুতলী কেঁচুৱাকণ আৰু ভনীজনীৰ অবিহনে মোৰ যে কি গতি হ'লহেঁতেন মই ক'ব নোৱাৰোঁ। আমাৰ প্ৰত্যেকৰ বাবেই সংসাৰখন বিষম পৰীক্ষাৰ ক্ষেত্ৰ। মোৰ এনে দশা হ'ব বুলি মই কেতিয়াও ভবা নাছিলোঁ। সময়ে গভীৰতম বেদনাও শুকুৱায়।

কণমানিটিৰ বাবেই মই বহুত বছৰ জীয়াই থাকিবলৈ বিচাৰোঁ। মোলৈ সঘনে চিঠি দিবা। ... তোমাৰ গা কেনে আছে লিখিবাঁ। হতাশ নহ'বা। পিছে নির্দ্দোষ আৰু নিষ্পাপবোৰক চৰিত্ৰহীন হোৱা আৰু অধঃপাতে যোৱা দেখিলে আশা কৰাৰ কোনো থল নেদেখোঁ। কি লৈ আশা কৰিম? এনেকুৱাই হয়। এই জগতত একোৱেই স্থিৰ বা নিশ্চিত নহয়। মই ভাবোঁ আৰু এখন জগত আছে য'ত এই সংসাৰত জীয়াতু ভোগাবোৰ সুখী হ'ব। এই বিষয়ে তুমি কি ভাবা মোলৈ লিখিবাঁ। বাইদেউ মোৰ লগতে আছে। মই জনা দৰে যদি তুমি তাইক জানিলাহেঁতেন! তেওঁ তোমাৰ স্নেহৰ যোগ্য পাত্ৰী। বিদায়, প্ৰিয় বান্ধৱী; তুমি সদায় সুখী হোৱা— এইটোৱেই মোৰ প্ৰথম ইচ্ছা।

তোমাৰ চিৰবিশ্বাসী বান্ধৱী,
'এ. শ্যেলী"

'আয়াম্থেৰ ভাল। তাই বৰ মৰমলগা হৈছে।'

মাজে মাজে তাইৰ মন আশাৰে উপচি পৰে। প্ৰেম সংক্ৰান্ত এনেবোৰ ব্যাপাৰ বেছি দিন নিটিকে, আৰু তাইৰ গিৰিয়েক তাইৰ ওচৰলৈ ফিৰি আহিব বুলি তাইৰ বান্ধৱীবোৰে তাইক কৈছিল। তেতিয়া তাইৰ মনত বৰ ৰং লাগে, আৰু শ্যেলীলৈ বন্ধুত্বসুলভ চিঠি লিখে। মেৰীয়েই সমস্ত অনর্থৰ মূল বুলি তাই ধৰি লৈছিল। অতিৰঞ্জিত কথা কৈ কৈ পার্চিক বিপথগামী কৰাৰ মূলতে তাই। পার্চি আচলতে ভাল আছিল। তেওঁ তাইক আৰু তেওঁৰ দুই শিশুক কেতিয়াও পৰিত্যাগ নকৰিব— এইবোৰ আছিল হেৰিয়েটৰ মনৰ ভাব।

কেতিয়াবা কেতিয়াবা তাই বৰ মন মৰা আৰু খঙাল হয়। তেনে অৱস্থাত তাইৰ ঘৃণিত দম্পতী যুগলৰ জীৱন আৰু বেচি কষ্টকৰ কৰিবলৈ তাই পাৰ্য্যমানে চেষ্টা চলায়। তাই ধাৰ কৰে, আৰু ধৰুৱাবোৰক শ্যেলীৰ ওচৰলৈ পঠায়। গডউইনৰ দুজনী জীয়েকৰ লগত শ্যেলী অবৈধ সম্পৰ্কত লিপ্ত হৈছে বুলি তাই ৰটি ফুৰিবলৈ ল'লে। গডউইনক ধন ধাৰলৈ দিয়া মানুহবোৰ বিচাৰি উলিয়াই তেওঁৰ বিপক্ষে নাচোৰবান্দা হৈ লাগিবলৈ সিহঁতক তাই উচটাবলৈ ল'লে। এইবোৰ দেখি শুনি তাইক কোনো দিন সোঁশৰীৰে নেদেখা মেৰীয়ে হুমুনিয়াহ চাৰি কয়, "সেই ভয়ংকৰ তিৰোতাজনী!"

নবেম্বৰ মাহৰ এদিন হেৰিয়েটে গাটো বৰ বাই জাই কৰা যেন পালে, বিবোৰো যেন পালে, আৰু নিজকে বৰ অসুস্থ হৈ পৰা বুলি ধৰি ল'লে। এনে পৰিস্থিতিত হেৰিয়েটক যাতি নিওৱাটো আইৰ প্ৰথম কাম হয়। সেইদিনাও আই বাতি শ্যেলীক মতাই পঠালে। খবৰ পাই তেওঁ লগে লগে আইৰ ওচৰলৈ গ'ল। পুনৰবাৰ আইৰ প্ৰেমিকৰ ৰূপত নিজকে ভাবিলৈ তেওঁ প্ৰস্তুত নাছিল, কিন্তু আইৰ অতি অনুগত বন্ধু হৈ থাকিবলৈ তেওঁ সাজু আছিল। এই উভয় ভূমিকাৰ মাজত থকা প্ৰভেদ সত্বেও তেওঁ আইৰ প্ৰতি মনোযোগ দিয়াৰ লগে লগেই আই একান্ত অনুৰাগ প্ৰকাশ কৰিলে। কিন্তু তেওঁ শান্তভাৱে অথচ দৃঢ়তাৰে আইক সংযত কৰিলে।

নবেম্বৰ মাহৰ শেহলৈ আইৰ এটি আঠমহীয়া পুত্ৰ সন্তান জন্ম হ'ল। তথাপিতো দুয়োৰে মাজত মিলমাল নহ'ল। কেঁচুৱাটো নিজৰ হয়নে নহয় সেই বিষয়ে শ্যেলীৰ সন্দেহ আছিল।

দুৰ্য্যোগ দুৰ্গতিবোৰ সত্বেও মেৰীৰ লগত শ্যেলী পৰম সুখী হৈছিল। তেওঁলোকৰ ৰুচি আছিল একে, জীৱনটোক উভয়ে লৈছিল বৃদ্ধবয়স পৰ্য্যন্ত দীৰ্ঘায়িত জ্ঞানান্বেষণৰ এক সুযোগ হিচাপে। তেওঁলোক দুয়ো একেবোৰ কিতাপকে পঢ়িছিল, আৰু প্ৰায়ে ডাঙৰ ডাঙৰকৈ পঢ়িছিল। শ্যেলী উকীলৰ ওচৰলৈ বা শ্বেৰিফৰ ওচৰলৈ যাওঁতে মেৰীও লগত গৈছিল। অক্সফ'ৰ্ডত থাকোঁতে কৰাদি সাৰ্পেনটাইন নদীৰ পাৰত বহি শাৰী শাৰী কাগজৰ জাহাজ উটুৱাই দি স্ফূৰ্ত্তি কৰোঁতেও মেৰী তেওঁৰ কাষত আছিল। ওচৰত বহি বহি সুদক্ষ আঙুলিৰে মেৰীয়ে পটাপট কাগজৰ নাও সাজি দিছিল।

শ্যেলীৰ তত্ত্বাৱধানতে মেৰীয়ে উপযাচি লেটিন আৰু আনকি গ্ৰীক ভাষাও শিকিবলৈ ল'লে। তাই হেৰিয়েটতকৈ অধিক সুৰুচিসম্পন্না আছিল আৰু প্ৰথম গৰাকী শ্ৰীমতী শ্যেলীয়ে ভবা দি, এই অধ্যয়নবোৰ বিৰক্তিজনক বুলি ভবা নাছিল। বৰং তেওঁৰ আনন্দ উপভোগৰ এক বিস্তাৰিত ক্ষেত্ৰ বুলিহে লৈছিল। সাহিত্য-সংস্কৃতিৰ আটাইতকৈ ডাঙৰ আকৰ্ষণটো হ'ল এই যে ই প্ৰেমক মানৱীয়তাৰে সমৃদ্ধ কৰে। কেটুল্লাচ, থিয়ক্ৰেটাছ, আৰু পেট্ৰাৰ্কৰ অধ্যয়নে প্ৰেমিক যুগলৰ প্ৰেমানুভৱৰ ৰসাস্বাদন মধুৰতৰ কৰিলে। কৰ্মব্যস্ত নতুন নগৰী গৰাকীলৈ চাই চাই, তেওঁৰ চাৰিত্ৰিক

দৃঢ়তাত শ্যেলী মুগ্ধ হৈছিল, আৰু নিজতকৈ তেওঁ ওপৰৰ বুলি ভাবি আনন্দ পাইছিল।

এই মনোমত পৰিবেশত এটা মাত্ৰ সামান্য কণ্টক আছিল। সেইটো হ'ল জে'নৰ উপস্থিতি। জে'ন বুলি নকৈ ক্লেইৰ বুলি কোৱাহে ভাল হ'ব, কাৰণ তাইৰ নামটো শুনিবলৈ ভাল নহয় বুলি ভাবি লৈ তাই ভাল পোৱা নাম এটা (ক্লেইৰে) ল'লে। ছোৱালীজনী আছিল বুদ্ধিমতী আৰু ৰূপহী। কিন্তু তাই অলপ কথাতে উতলি উঠে, আৰু সামান্য কথাতে লাগে। তৰুণ প্ৰণয়ী যুগলৰ লগত থকাটো তাইৰ বাবে বৰ অস্বস্তিকৰ হৈছিল। পাৰ্চিৰ প্ৰতি তাই আছিল আবেগপ্ৰৱণ আৰু শ্ৰদ্ধাশীল। তাইৰ এই ভাবটো তাইৰ কথা বাৰ্তা আৰু আচৰণত ওলাই পৰিছিল। মেৰীয়ে স্বাভাৱিকতেই অনুযোগ কৰিছিল, কিন্তু তাইৰ ভাবানুভূতিত দোষ ধৰিবলগীয়া বা অনৈতিক একো নাই বুলি কৈ শ্যেলীয়ে তাইক শান্ত কৰি থ'লে।

শ্যেলীয়ে অকলে থাকি বেয়া পাইছিল। মেৰী অন্তঃসত্ত্বা হ'লত ফুৰিবলৈ এৰিলে আৰু পলমকৈ থাকিবলৈকো টান পোৱা হ'ল। সেই বাবে শ্যেলী উকীলৰ ওচৰলৈ বা কোনো কৰ্মচাৰীৰ ওচৰলৈ যাব লগা হ'লে লগত ক্লেইৰক লৈ যোৱা হ'ল। সাৰপেণ্টাইনৰ দাঁতিলৈকো তেওঁক লগত লৈ যায়। প্ৰতিদিনে সন্ধিয়াটো তেওঁৰ লগত কটাবলৈ তাইক তেওঁ কুটুৰি থাকে। তাইৰ লগত তেওঁ হেৰিয়েট, মিছ্ হিট্‌চনাৰ আৰু ভনীয়েকহঁতৰ কথা পাতে। তেওঁ আছিল বিশ্ৰম্ভালাপী (অৰ্থাৎ কাৰোবাক ব্যক্তিগত বিশ্বাসত লৈ কথা পাতি তেওঁ ভাল পাইছিল)। নিজৰ ভাবৰ সুদীৰ্ঘ বিশ্লেষণ কৰাটোও আছিল তেওঁৰ অভ্যাস। ক্লেইৰৰ লগত তেওঁৰ সহজ আন্তৰিকতাৰ সম্বন্ধ আছিল, কাৰণ তাই তেওঁৰ প্ৰণয়িনী নাছিল। মেৰীয়ে কিন্তু তাইৰ অস্থিৰতা লুকাই ৰাখিব নোৱাৰিলে আৰু ক্লেইৰে বায়েকৰ ভৰ্ৎসনা শুনি এদিন ওৰে দিনটো কাকো মাতবোল নকৰাকৈ গোমোঠা মাৰি থাকিলে।

গধূলি মেৰী শুবলৈ গ'লত শ্যেলীয়ে ক্লেইৰেক বুজনি দিবলৈ লাগিল। তেওঁলোকৰ সৰু বৃত্তটোৰ প্ৰাণীকেইটাৰ ঈষৎ জটিল হৈ পৰা ভাবাবেগবোৰ অতি ধৈৰ্য্য আৰু বিচক্ষণতাৰে তেওঁ মাজ নিশালৈকে বিশ্লেষণ কৰি দেখুৱালে। ক্লেইৰৰ প্ৰতি থকা তেওঁৰ স্নেহাসিক্ত সহানুভূতিৰ গুণে

ক্লেইৰে মুখ গোমোঠা কৰি থাকিবলৈ এৰিলে।

"কিন্তু মই ইমান কষ্ট পাইছোঁ," তাই ক'লে।

"মৰমী ক্লেইৰে, সেইবোৰ যতমানে কল্পিত কষ্ট। তুমি এনে কিছুমান কথাত লাগোঁ যিবোৰত মেৰীয়ে কোনো গুৰুত্বই নিদিয়ে।"

"হ'লেও মই কিন্তু সঁচাসঁচিকৈয়ে কষ্ট পাইছোঁ। কিন্তু সজ, দয়ালু আৰু কথাবোৰ ফালি দেখুৱাব পৰা লোকক মোৰ ভাল লাগে।"

ক্লেইৰেৰ লগত পতা কথাবোৰ শ্যেলীয়ে মেৰীক ক'বলৈ গ'ল। তেওঁলোকৰ ওপৰৰ কোঠাটোত ক্লেইৰে শোৱে। তাই টোপনিতে কথা পতা আৰু খোজকাঢ়ি ফুৰা তেওঁলোকে শুনিলে। খন্তেক পিচতে তাই নামি আহিল, তাই বৰ আবেগিক উত্তেজনাত ভূগিছিল, অকলশৰে থাকিবলৈ তাইৰ ভয় হৈছিল। মেৰীয়ে তাইক নিজৰ বিছনাত শুৱাই ল'লে, শ্যেলী ওপৰ মহলাৰ কোঠাত শুবলৈ গ'ল।

এই দৃশ্যটোৰ প্ৰায় সদায়েই পুনৰাবৃত্তি হৈছিল। সামান্য সালসলনি হয়তো হৈছিল। ক্লেইৰে'ৰ স্নায়বিক বিহ্বলতাৰ কথা শ্যেলীক জনোৱা হ'ল। ৰাতিটোৰ সৰহভাগ সময় ভূতপ্ৰেতৰ গল্প কৈ থাকি, পুৱাৰ ভাগলৈ ইটোক দেখিলে সিটোৰ ভয় লগা হ'লগৈ।

"ক্লেইৰে, তোমাৰ হৈছে কি? তুমি ইমান নিস্তেজ হৈছাঁ... তোমাৰ চকুহাল... নাই, নাই, মোলৈ তেনেকৈ নাচাবাঁ।"

"পার্চি, তোমাকো অদ্ভুত যেন দেখাইছে।... ইয়াৰ পৰিবেশ জয়াল। ইয়াত ক'ত কি ভূতপ্ৰেত ওলায় ঠিক নাই। আমি ইয়াত আৰু নথকাই ভাল হ'ব।"

শুভৰাত্ৰি জনাই দুয়ো নিজ নিজ কোঠালৈ গ'ল, কিন্তু খন্তেক পিচতে শ্যেলী আৰু মেৰীয়ে এটা ডাঙৰ শব্দ শুনিবলৈ পালে। খটখটিয়ে কোনোবা বাগৰি পৰাৰ শব্দ। লগে লগে ক্লেইৰে আউলী বাউলী চুঁ আৰু ভয়াৰ্ত্ত চকুমুখেৰে তেওঁলোকৰ আগত বৈ ক'লে বোলে এখন অদৃশ্য হাতে তাই মূৰৰ তলৰপৰা গাৰুটো টানি নিছিল।

শ্যেলীয়ে তাইৰ বৃত্তান্তটো আগ্ৰহেৰে শুনিলে। তেওঁ ভয়ো খাইছিল। মেৰীয়ে কিন্তু কথাটোত কোনো গুৰুত্ব নিদিলে। এই পাগলী ছোৱালীজনী গুচি গ'লেই ভাল আছিল— তাই ভাবিলে।

* * *

এঘৰীয়া হোৱাদি হৈ দিন কটোৱা এই তিনি প্ৰাণীৰ বন্ধু-বান্ধৱৰ ঘৰলৈ বুলি যাবলৈ তেনেকৈ নাছিল। শ্যেলীয়ে নিজৰ নতুন জীৱনৰ কথা ক'লত, বইনভিল আৰু নিউটন পৰিয়াল দুটাই তেওঁলোকৰ উদাৰতাবাদী ফৰাচী দৰ্শনত আস্থা সত্ত্বেও, শ্যেলীৰ লগত যোগাযোগ ৰক্ষা কৰাত কোনো উৎসাহ নেদেখুৱালে। তেওঁলোক আৰু গডউইনৰ বাবে কথা আৰু কাৰ্য্যৰ মাজত প্ৰভেদ অনেক। তত্ত্ব আৰু তত্ত্বৰ প্ৰয়োগো একে কথা নহয়। সন্দেহবাদী হগ আৰু পিকক কিন্তু খবৰ পায়েই শ্যেলীহঁতৰ ওচৰ চাপিল। তেওঁলোকে হেৰিয়েটক নিৰ্দোষী বুলি ভাবিছিল, আৰু শ্যেলীৰ কাৰ্য্য সমৰ্থন কৰা নাছিল। কিন্তু তেওঁলোকৰ মানৱীয় বিবেচনা পুৰামাত্ৰাই আছিল আৰু উভয়ে প্ৰেমানুৰাগ কথাটোক একপ্ৰকাৰ হাঁহি উঠা বেমাৰ বুলি ধৰি লৈছিল। শ্যেলীয়ে হগক মাতি পঠাইছিল হয়, কিন্তু একেবাৰে মুকলি মনেৰে মতা নাছিল। হগৰ বিষয়ে তেওঁৰ মনত খু দুৱনি আছিল। হগৰ দৰে নিন্দুক এটাক মেৰী আৰু ক্লেইৰে ভাল নাপাব বুলি তেওঁৰ পেটে পেটে ভয় হৈছিল। হগক প্ৰথমবাৰ লগ পোৱাৰ পিচত তেওঁৰ বিষয়ে মেৰীৰ ধাৰণাও একেবাৰে অনুকূল নাছিলঃ "ঠাট্টা বিদ্ৰূপ কৰি থাকোঁতে তেওঁক বেচ ৰসিক যেনেই লাগে, কিন্তু কিবা গহীন বিষয়ৰ ওপৰত মুখ মেলিলেই তেওঁৰ ধাৰণাবোৰ যে তেনেই ভুল সেই কথা ওলাই পৰে।"

আচলতে হগ দিনে দিনে অধিককৈ বৃটিছ, ৰক্ষণশীল আৰু ঐতিহ্যানুৰাগী হৈ পৰিছিল। খেলা-ধুলা, পাব্লিক স্কুল আৰু বছা বছা মদৰ কথাতহে তেওঁৰ ৰাগ বহিছিল। তেওঁ মেৰী বৰ ধুনীয়া আৰু বুদ্ধিমতী বুলি শ্যেলীক ক'লে, শ্যেলীয়ে মেৰীক ক'লে। পিচৰবাৰ তেওঁলোকৰ ওচৰলৈ আহোঁতে হগক মেৰীৰ সহানুভূতিশীল যেন ধাৰণা হ'ল। তেওঁ পিছে নৈতিক আদৰ্শৰ কথা অন্ধৰ বৰ্ণজ্ঞানৰ তুল্য বুলি অভিহিত কৰিছিল; উগ্ৰ নীতিপৰায়ণ লোকৰ এই পৰিয়ালটোত বোলে হগ আছিল এক 'সেও নমনা' পাপী। হগ যে আকৰ্ষণীয় ব্যক্তি সেই কথা অৱশ্যে মেৰীয়ে স্বীকাৰ কৰিছিল। তেওঁৰ উদাসীন যেন ভাবটো এটা ঢাকনি বা ফাকটি বুলিহে মেৰীয়ে ভাবিছিল। বাহিৰত যেনে দেখায়, ভিতৰি তাতকৈ তেওঁ বহুত ভাল বুলি মেৰীৰ ধাৰণা হৈছিল। তেওঁ নিজৰ প্ৰতিয়েই অনুগত হ'বলৈ বা গভীৰতালৈ সোমাবলৈ ভয় কৰিছিল,

কাৰণ তেনে কৰিলে তেওঁ ভালপোৱা বহুত কথা হয়তো বাদ দিব লগা হ'ব। কিন্তু নিজৰ দুৰ্বলতাখিনি ক'ত তাক বুজিবৰ জোখাৰে বুদ্ধিবৃত্তিৰ অভাৱ তেওঁৰ হোৱা নাছিল।

স্বভাৱত সৎ আৰু ৰুচিবান হ'লে মাজে মাজে শ্যেলীৰ ৰহস্যময় সাময়িক অন্তৰ্দ্ধানৰ সময়ত মেৰী আৰু ক্লেইৰেক ওভিদ আৰু এনাক্ৰেয়ন (Anacreon) অনুবাদ কৰাত সহায় কৰিছিল। কোনো আপত্তি নকৰাকৈ এই ভদ্ৰমহিলা দুগৰাকীৰ লগত সাজপাৰৰ দোকানলৈকো গৈছিল। বেচেৰী হেৰিয়েটৰ দৰে এই দুগৰাকীও সাজপাৰৰ দোকানলৈ গৈছিল। পিছে তেওঁলোকে একেবাৰে বেলেগ এটা মন লৈহে গৈছিল। হেৰিয়েটে কিনিছিল চখ পূৰাবলৈ, মহা স্ফূৰ্ত্তিৰে; মেৰীয়ে কিনিছিল প্ৰয়োজনৰ তাগিদাত, উচ্ছ্বাসবিহীনভাৱে। ধুনপেচ মাৰি ফুৰিবলৈ তেওঁ বেয়া পাইছিল। চৌখীন প্ৰকৃতিৰ বুলি শ্যেলীয়ে তেওঁৰ বিৰুদ্ধে আপত্তি কৰাৰ কোনো অৱকাশেই নাছিল।

---

||২১||

# গডউইন

ভাৰাঘৰটোৰ গিৰিহঁতৰ চাকৰটোৱে এখন চিঠি আনি শ্যেলীক দিলেহি। এগৰাকী ভদ্ৰ মহিলাই তাৰ হাতত দিছিল। ভদ্ৰমহিলাগৰাকী ৰাস্তাটোৰ সিদাঁতিত থিয় দি আছিল। চিঠিখন আছিল ফেণীৰ; তেওঁ শ্যেলীক সতৰ্ক কৰি দিছিল বোলে ধন ধাৰে দিয়া মানুহবোৰে তেওঁক গ্ৰেপ্তাৰ কৰোৱাব খুজিছে। শ্যেলী আৰু মেৰী নামি গৈ ৰাস্তা পালেগৈ, কিন্তু তেওঁলোকক দেখা পায়েই ফেণী লৰালৰিকৈ আঁতৰি গ'ল। তাইৰ গডউইনলৈ বৰ ভয়, কাৰণ দাৰ্শনিকজনে পতিতহঁতৰ লগত সমস্ত সংশ্ৰৱ নিষেধ কৰি দিছিল। আৰু পাৰ্চি এতিয়া তাইৰ বায়েকৰহে, গতিকে তেওঁক লগ পোৱাৰ ইচ্ছাও তাইৰ তেনেকৈ নাছিল। পিছে শ্যেলীয়ে ভাল দৌৰিব পাৰিছিল, গতিকে তেওঁ তাইক ধৰিলেগৈ। তাই ক'লে বোলে পিয়দাহঁতে তেওঁক বিচাৰি ফুৰিছে। তেওঁৰ ঠিকনাটো হেনো তেওঁৰ প্ৰকাশকে দিছে। গডউইনে বোলে তেওঁক ৰচাবলৈ আঙুলি এটাও নোতোলে।

পৰিশোধ কৰি মুকলি হ'বলৈ টকা নাই যেতিয়া পলোৱাটোৱেই একমাত্ৰ উপায়। তেওঁ ঠিক কৰিলে যে তেওঁ অন্য এটা ঘৰ লৈ থাকিবগৈ, মেৰী আৰু ক্লেয়ৰে বৰ্তমানৰটোতে চুপচাপ থাকিব। এনে কৰিলে শত্ৰুপক্ষ শলঠেকত পৰিব। এইদৰেই, পোনপ্ৰথমবাৰৰ বাবে, প্ৰেমিক যুগল এৰাএৰি হ'ব লগা হ'ল। এই এৰাএৰি দুয়োৰে বাবে অত্যন্ত বেদনাদায়ক আছিল। তেওঁলোকে আওহতীয়া পানশালাত লগালগি হৈ, লৰালৰিকৈ আনে নেদেখাকৈ দুটামান চুমা খাই আঁতৰ হোৱাৰ ব্যৱস্থা কৰিলে। নহ'লে কি ঠিক— শত্ৰুৱে মেৰীৰ পিচ ল'ব পাৰে। ৰবিবাৰে গ্ৰেপ্তাৰ বে-আইনী। সেইবাবে তেওঁলোক মাজনিশালৈকে একেলগে থাকে।

এদিনাখন সন্ধিয়া তেওঁলোকৰ ইটোৰ সিটোৰপৰা আঁতৰাৰ সাহস নহ'ল। মেৰী শ্যেলীৰ লগে লগে এটা লেতেৰপেতেৰ, জৰাজীৰ্ণ হোটেললৈ

গ'ল। হাতত মালপত্ৰ নথকা এই দম্পতীহালক হোটেলৰ মালিকে সন্দেহৰ চকুৰে চালে আৰু আগতে পইচা দিলেহে খাবলৈ দিব বুলি ক'লে। শ্যেলীয়ে পিককক মতাই পঠালে, আৰু সেইজন আহি পায় মানে সদায় জেপত লৈ ফুৰা শ্যেক্সপীয়েৰৰ গ্ৰন্থাৱলীৰ ক্ষুদ্ৰ সংস্কৰণটো উলিয়াই মেৰীক ডাঙৰ ডাঙৰকৈ "ট্ৰয়লাচ আৰু ক্ৰেছিডা" পঢ়ি শুনাবলৈ ধৰিলে। ইয়াকে কৰি তেওঁলোকে সাগ্ৰাম দিনটো ভোকৰ কথা পাহৰি থাকিল। পিচদিনা পুৱা পিককে কেইটুকুৰামান কেক পঠাই দিলে— পইচা দিব ক'ৰ পৰা, তেওঁৰ নিজৰে কণাকড়ি এটা নাই। জীৱনত কষ্ট থাকে হয়, কিন্তু দুঃখৰ বোজাৰ ভাগ লোৱাটোত আনন্দ আছে। প্ৰেম আৰু দুৰ্ভাগ্যৰ এক ভাল যোৰা হয়।

ৰাতি হোৱালৈ বাট চাই, পৰস্পৰৰপৰা এৰাএৰি হৈ থাকোঁতে, বিশ্বস্ত বাৰ্ত্তাবাহক এটাৰ যোগেদি তেওঁলোকে পত্ৰ বিনিময় কৰে। লৰালৰিকৈ লিখা চুটি প্ৰেমপত্ৰ।

"হায়! প্ৰিয়তমা মোৰ," শ্যেলীয়ে লিখিলে, "আমাৰ আনন্দৰ মুহূৰ্ত্তবোৰ ইমান চুটি আৰু বিঘ্নিত কিয় হয়? এনে অৱস্থা আৰু কিমান দিন চলিব?... কালিলৈ তিনি বজাত চেইণ্ট পলৰ গীৰ্জাত মোক লগ ধৰিবাঁ। অৱশ্যে তাৰ আগতে মোৰপৰা যদি চিঠি পোৱাঁ, তেন্তে কথা সুকীয়া। বিদায়! সান্ধ্য প্ৰাৰ্থনাৰ সময়ত, শুবলৈ যোৱাৰ আগতে, মোক মনত পেলাবাঁ। মই মোৰ প্ৰাৰ্থনা বাদ নিদিওঁ।"

মেৰীয়ে লিখিলে, "শুভৰাত্ৰি, মোৰ জীউটো। কালিলৈ তোমাৰ ওঁঠত মই এই সৌভাগ্য আঁকি দিম। মোৰ বুকুৰ জীউ, মোক তোমাৰ বুকুত সাবটি লোৱা, তোমাৰ মেৰীক তোমাৰ হিয়াত সাবটি লোৱাঁ। এটা দিন বোধহয় আহিব যেতিয়া তোমাৰ প্ৰেয়সীৰ তেওঁৰ পিতাকৰ লগত বুজাপৰা হ'ব, আকৌ পিতাকক পাব। তেতিয়ালৈকে তুমিয়েই মোৰ সকলো; সঁচা কথা কৈছোঁ, সোণটো, মই তোমাৰ বাধ্য হৈ চলিম, আৰু কোনোপ্ৰকাৰে তোমাক বিৰক্ত নকৰোঁ। মই গ্ৰীক শিকিম আৰু—কিন্তু এই আটাইবোৰ কথা ক'বৰ বাবে মই তোমাক কেতিয়া লগ পাম, আৰু কেতিয়া তুমি মোক তোমাৰ ওঁঠৰ মধুৰ পুৰস্কাৰটো দিবা?"

১৮১৫ চনৰ জানুৱাৰীত এই জটিল পৰিস্থিতিৰ সামৰণি পৰিল।

এটা ঘটনা ঘটিল। ঘটনাটো ঘটিব বুলি বহুত দিনৰ পৰাই জনাই গৈছিল, কিন্তু ঘটক বুলি কোনেও বাঞ্ছা কৰা নাছিল। তেওঁলোকে কিন্তু শোকপ্ৰকাশৰ ভাও দিয়াও নাছিল। তিৰাশী বছৰ বয়সত বৃদ্ধ চাৰ বিচ্চি ঢুকাল। টিমথি শ্যেলী দ্বিতীয় বেৰনেট হ'ল, আৰু পাৰ্চি তেওঁৰ পোনপটীয়া উত্তৰাধিকাৰী হ'ল।

ক্লেয়ৰেক লগত লৈ তেওঁ পিতাকৰ ঘৰলৈ গ'ল। ক্লেয়ৰৰ মন উত্তেজনা আৰু কৌতূহলেৰে ভৰা। ক'ত কি বা হয়! নতুন পদবীৰে গৰ্বিত চাৰ টিমথিয়ে চাকৰৰ হতুৱাই কোৱাই পঠালে বোলে শ্যেলীৰ বাবে ফিল্ড প্লেচৰ দুৱাৰ বন্ধ! তেওঁৰ খং এতিয়া আগতকৈও চৰা; বেৰনেট এজনৰ এনে পুতেক হয় নে কি! শ্যেলী দুৱাৰ মুখতে বহিল, আৰু মেৰীয়ে জেপত লৈ ফুৰা সংস্কৰণৰপৰা মিল্টনৰ 'কমাৰ্চ' পঢ়াত লাগিল।

অলপ পিচতে ডাক্তৰজন ওলাই আহি শ্যেলীক ক'লে বোলে বাপেক তেওঁৰ ওপৰত একেবাৰে অগ্নিশৰ্মা হৈ আছে। লগে লগে ভাগিনীয়েক শ্যেলী চিডনিও আহিল আৰু ফুচফুচাই ককাকৰ ইচ্ছাপত্ৰৰ সবিশেষ 'প্ৰডিগেল' নাতিয়েকটোক দিলে।

একেবাৰে এখন অসাধাৰণ ইচ্ছাপত্ৰ কৰি থৈ গৈছে চাৰ বিচ্চিয়ে। উত্তৰপুৰুষলৈ বিস্তৰ ধন সম্পত্তি এৰি থৈ যোৱাটো আছিল তেওঁৰ জীৱনৰ এক ধ্ৰুব লক্ষ্য, আৰু সেই উদ্দেশ্যেই তেওঁ বহুতো মাটিবাৰী গোটাই থৈ গৈছেও। এতিয়া তেওঁ স্থাবৰ-অস্থাবৰ ব্যক্তিগত সম্পত্তি মিলি নাই নাই বুলিও দুই লাখ পাউণ্ডৰ ধন-সম্পত্তি এৰি থৈ গৈছে। ইয়াৰে আশী হাজাৰ পাউণ্ডৰ এটা ভাগ পিতাকৰ মৃত্যুৰ পিচত পাৰ্চিয়ে পাব। চাৰ বিচ্চিৰ ইচ্ছা আছিল যে এই সম্পত্তি ভাগবতৰা নোহোৱাকৈ এটা থূপতে থাকক, আৰু ভৱিষ্যতৰ শ্যেলী পৰিয়ালৰ বংশানুক্ৰমে জ্যেষ্ঠ পুত্ৰৰপৰা জ্যেষ্ঠপুত্ৰলৈ হস্তান্তৰিত হ'ব। ইয়াৰ বাবে তেওঁৰ নাতিয়েকৰ সন্মতি আৰু চহীৰ দৰকাৰ। এই দুয়োটা সংগ্ৰহ কৰাৰ উপায়ো তেওঁ ভাবি থৈছিল। পাৰ্চিয়ে তেওঁ ইচ্ছা কৰা দি সমস্ত সম্পত্তি একে থূপতে ৰাখিব খুজিলে, পিতাকৰ মৃত্যুৰ পিচত তেওঁ সমগ্ৰ সম্পত্তিৰ মালিক হ'ব। যদি সেইদৰে মান্তি নহয়, তেন্তে পিতাকৰ মৃত্যুৰ পিচত আশী হাজাৰ পাউণ্ড মাত্ৰ পাব। সেইটো ভাগৰ পৰা তেওঁক কোনেও বঞ্চিত কৰিব নোৱাৰিব।

এই অপ্ৰত্যাশিত কথাটো শুনি শ্যেলী ভাবিগুণি লণ্ডনলৈ কিৰিলে। তাত গৈ তেওঁ চলিচিটৰৰ (solicitor) লগত পৰামৰ্শ কৰি কি ল'ব কি নল'ব ঠিক কৰিব। বৃহৎ সম্পত্তি এটা তেওঁক নালাগে। পৈত্ৰিক সম্পত্তি বংশানুক্ৰমে চলি থকা প্ৰথাটোৰো তেওঁ বিৰোধী। সদ্যহতে মুকলিকৈ চলি থাকিব পৰাকৈ, আৰু ধাৰবোৰ মাৰি আজৰি হ'ব পৰা জোখাৰে কিছু টকা পালেই তেওঁৰ হয়। উকীলৰ যোগেদি তেওঁ এই সিদ্ধান্তৰ কথা পিতাকক জনালে। চাৰ টিমথিয়ে পুতেকৰ সিদ্ধান্তটো শুনি সন্তোষ পালে। কাৰণ পুতেক পাৰ্চিৰ মতি গতিৰ কিবা সংশোধন ঘটোৱাৰ আশা তেওঁ এৰিছিল। দ্বিতীয় পুত্ৰ জনেই এতিয়া তেওঁৰ ভৰষা। দুৰ্ভাগ্যক্ৰমে উকীলহঁতে ক'লে বোলে এনে এটা ব্যৱস্থা ইচ্ছাপত্ৰ অনুসৰি আইনসম্মত হ'বনে নহয় সন্দেহ। শ্যেলীৰ খুৰা ককাকৰ কিছু জমিদাৰী আছিল; সেইখিনি ভৱিষ্যতে শ্যেলীয়ে পাব লাগে। এতিয়া উকীলহঁতৰ পৰামৰ্শক্ৰমে শ্যেলীয়ে সেই সম্পত্তি পিতাকক পুনৰ বিক্ৰী কৰি দিলে। তাৰ মূল্য ওঠৰ হেজাৰ পাউণ্ড। ইয়াৰ বাবদ শ্যেলীয়ে বছৰি এহেজাৰ পাউণ্ডকৈ পোৱাৰ বন্দবস্ত হ'ল। পিতাক টিমথি আৰু পাৰ্চিৰ জীৱদ্দশাত এই ব্যৱস্থা অব্যাহত থাকিব। ইয়াৰ বাহিৰেও চাৰ টিমথিয়ে পুতেকৰ ধাৰ মাৰিবৰ বাবে তিনি হাজাৰ পাউণ্ড দিলে। এইখিনি বৰ বেচি নহ'লেও সদ্যহতে ইয়াৰে শ্যেলীৰ জোৰা মৰিব, আৰু এটা বিষম অৱস্থাৰপৰা ৰক্ষা পাব।

পোনপ্ৰথমে শ্যেলীয়ে হেৰিয়েটক এটা ভাট্টা দিবলৈ ঠিক কৰিলে। তেওঁ তাইৰ বাবে বছৰি দুশ পাউণ্ডকৈ দিব বুলি গাত ল'লে। তাই বাপেকৰপৰাও বছৰি দুশ পাউণ্ডকৈ পায়। দুইখিনি লগ লগাই তাইৰ ভালকৈ জোৰা মৰিব। দ্বিতীয়তে তেওঁ গডউইনৰ ধাৰবোৰ মাৰি দিবলৈ গাত ল'লে। সেই উদ্দেশ্যে তেওঁ প্ৰথম বছৰৰ সমস্ত ভাট্টা তাতে খৰচ কৰিব বুলি ঠিক কৰিলে।

"শ্ৰদ্ধেয় বন্ধু" গৰাকীয়ে এহেজাৰ পাউণ্ড তেওঁ আশা কৰাতকৈ বহুত কম বুলি ভাবিলে। তেওঁৰ কথা শুনিলে এনেহে লাগে যেন কৰ্জা কৰাতকৈ উজু কাম আৰু একো নাই। স্কিনাৰ ষ্ট্ৰীটত থকা তেওঁৰ কিতাপৰ দোকানখন ভালদৰে চলাবলৈ বহুত হাজাৰ টকা লাগে। আগন্তুক উত্তৰাধিকাৰৰ বিপৰীতে সেই কেইহেজাৰ টকা ধাৰলৈ ল'বওতো পাৰি! এয়ে আছিল তেওঁৰ ভাব।

বৃদ্ধৰ কথাত শ্যেলী জঁকিছিল, কিন্তু মুখ ফুটাই টান মাত নামাতিলে। খং দমাই ৰাখি, সংযতভাৱে তেওঁ গডউইনলৈ লিখিলে বোলে মেৰীৰ পিতাকে জীয়েকক পলুৱাই নিয়া মানুহটোৰপৰা টকা বিচাৰি চিঠি লিখিব পৰা দেখি তেওঁ বৰ আচৰিত হৈছে। সেয়াতো সেয়াই। বাপেকে আৰু জীয়েকৰ লগতো কোনো সম্বন্ধ স্থাপন কৰিবলৈকো ৰাজী নহয়! এইটো কথা যে সহ্য কৰা নাযায়! গডউইনে উত্তৰত লিখিলে যে পলুৱাই নিয়াটোৰপৰা টকা বিচাৰিছে বাবেই তেওঁ জীয়েকৰ লগত সম্পৰ্ক স্থাপন কৰিব নোৱাৰে। তেওঁৰ মৰ্য্যাদাবোধে বোলে তেওঁক সেইটো কৰিবলৈ নিদিয়ে। নিজৰ ধাৰ মাৰিবৰ বাবে তেওঁ জীয়েকৰ সম্মান বিক্ৰী কৰিছে—এনে এটা কথা আনৰ মুখত শুনিবলৈ তেওঁ ৰাজী নহয়। তেওঁৰ ইজ্জতত ইমান লাগিল যে তেওঁৰ নামত শ্যেলীয়ে পঠোৱা 'চেক' এখন তেওঁ ঘূৰাই পঠালে। কাৰণটো দৰ্শালে যে শ্যেলী আৰু গডউইন—এই দুটা নাম একেখন 'চেকতে' উঠাটো তেওঁ সহ্য নকৰে। শ্যেলীয়ে 'চেক'খন জোচেফ হিউম বা জেমচ মাৰ্টিনৰ নামত দিয়ক, তেতিয়া হয়তো গডউইনে চেকখন ভঙাবলৈ মান্তি হ'বও পাৰে। এই প্ৰসংগত তলৰ চিঠিকেইখন লিখালিখি হৈছিল।

শ্যেলীয়ে গডউইনলৈ লিখিলে :

"আমাৰ মাজত থকা টকা-পয়চাৰ লেনদেনৰ কথাই আপোনাৰ মোৰ প্ৰতি ব্যৱহাৰত কেনেকৈ প্ৰতিবন্ধকতাৰ সৃষ্টি কৰিছে সেই কথা, মই স্বীকাৰ কৰিছোঁ, মই বুজি পোৱা নাই। আমি ফ্ৰান্সৰপৰা ঘূৰি অহাৰ সময়ত এই লেনদেনবোৰ নাছিল, কিন্তু তেতিয়াও আপোনাৰ, মোৰ আৰু আপোনাৰ ছোৱালীৰ প্ৰতি ঠিক একে মনোভাবেইহে প্ৰকাশ পাইছিল।...

মোৰ বিবেচনাৰে মই বা আপোনাৰ ছোৱালী বা তেওঁৰ সতিসন্ততি কোনোৱেই আমি বৰ্তমানে পাই থকা ব্যৱহাৰবোৰ পাব নালাগে। আপোনাৰ মতামত যদি ৰাইজে শ্ৰদ্ধা কৰে, তেন্তে আমি সুব্যৱহাৰেই পাম। এইটোলৈ লক্ষ্য ৰখাটো আপোনাৰ কৰ্তব্য বুলি গণ্য কৰাটো মই সদায় দেখি আহিছোঁ। ডেকা-গাভৰু এহালৰ এটা সৰু নিৰ্দোষী পৰিয়াল, আনক যি পাৰে সহায় কৰিছে, কাৰো ক'তো অপকাৰ কৰা নাই— তেনে এটা পৰিয়ালৰ লোকক বেশ্যা আৰু প্ৰলোভনকাৰী বুলি অভিহিত

কৰাৰ কোনো যুক্তি নাই। আপুনি মোক যি কঠোৰতা আৰু নির্দয়ভাবে ব্যৱহাৰ কৰিছে তাৰ বাবে, মই ক'বলৈ বাধ্য, মোৰ আপোনাৰ ওপৰত অতি খং উঠিছে। আপুনিতো মোৰ প্ৰকৃতি বুজে। তেন্তে মোৰ প্ৰতি আপোনাৰ ব্যৱহাৰ কিয় এনে হ'বলৈ পালে? ক্ষমাৰ কথা আৰু নুলিয়াব, কাৰণ মোৰ ধমনীত তেজ উতলি আছে। মোৰ দোষ কি? মই পৰোপকাৰী আৰু এজন একান্ত প্ৰেমিক। কিন্তু আপোনাৰপৰা আৰু মানুহ আকৃতিৰ আন বহুতৰেপৰা মই যি ব্যৱহাৰ পাইছোঁ সেই কথা ভাবিলে মোৰ কি যে যন্ত্ৰণা নহয়! সমগ্ৰ মানৱ জাতি আৰু আপোনাৰপৰা শত্ৰুতা আৰু ঘৃণাৰ বাহিৰে মই কি পাইছোঁ?"

গডউইনে শ্যেলীলৈ লিখিলে—

"তোমাৰ চিঠি এইমাত্ৰ পাইছোঁ। ক'বলৈ দুঃখ পাইছোঁ যে তোমাৰ চিঠিৰ সুৰটোত কোনো মিলামিচা বিচৰাৰ চিন নাই। তোমাৰ দৰেই যদি ময়ো উত্তৰ দিবলৈ লওঁ, তেতিয়া হ'লে আমি বিতৰ্কত সোমাই পৰিব লাগিব। এই দেহাটোত বিচাৰবোধ আৰু অনুভূতিৰ কণমানো থকা পৰ্য্যন্ত মই তোমাৰ কাৰ্য্য সমৰ্থন কৰিব নোৱাৰোঁ। সেই কাৰ্য্য মোৰ জীৱনৰ চৰম দুৰ্যোগ বুলি মই বিবেচনা কৰোঁ।"

শ্যেলীয়ে গডউইনলৈ লিখিলে—

"আমাৰ চিঠি পত্ৰ কেৱল সাম্প্ৰতিক কাৰ্য্য সম্পৰ্কেহে হ'ব...

মই স্পষ্টকৈ দেখা পাইছোঁ যে আপোনাৰ প্ৰয়োজন অতি জৰুৰী। আপোনাৰ টকাৰ একান্ত প্ৰয়োজন হৈছে বুলি মই বুজি পাইছোঁ। মই আপোনাক কথা দিছোঁ যে এই সম্পৰ্কে যথাবিহিত কৰাত মই পিচ নুহুহঁকিম।"

চিঠিখনত ফুটি উঠা স্পষ্ট অৱজ্ঞাৰ সুৰটোৱে কিন্তু ধকৰাগৰাকীক অনুৎসাহিত নকৰিলে।

---

॥২২॥

# ডন জুয়ান হাৰিলে

মেৰীৰ কেঁচুৱা আচল সময়ৰ আগতে উপজিল। ডাক্তৰে কেঁচুৱাটি বাচি নাথাকিব বুলি ক'লে। শ্যেলীয়ে নিজৰ বিছনাৰপৰা কেঁচুৱাৰ খাটত তদাৰকি কৰি থাকিবলৈ ল'লে। লগত তেওঁৰ লিডি আৰু চেনেকাৰ ৰচনা। শ্ৰীমতী গডউইনে দি পঠোৱা কেঁচুৱাৰ কানি-কাপোৰ লৈ ফেণী আহি ওলাল। শ্ৰীমতী গডউইনে এইকণ মৰম দেখুওৱাত আচৰিত হ'বৰ একো নাছিল, তেওঁৰ ক্ষণে কষ্ট ক্ষণে তুষ্ট স্বভাৱ। দাৰ্শনিকজন কিন্তু নলৰিল। বাৰে ভচহ্ কথা পাতিবলৈ হগ আহিল। তেওঁ আহিয়েই দিনটোৰ আটাইতকৈ ডাঙৰ খবৰটো— এলবাৰপৰা প্ৰত্যাবৰ্তন— দিলেহি। তেওঁ সহজ জ্ঞান আৰু বক্ৰোক্তিমূলক কথাৰে মেৰীৰ মন পাতলাই ৰাখিছিল। মেৰীৰ গাত অনবৰত জ্বৰ জ্বৰ ভাব এটা আছিল। ইয়াৰ লগতে, সদায় শ্যেলীৰ লগত থাকি থাকি তাইৰ মনত ভাবি ভালপোৱা হ'লেও ভয়ানক ধাৰণা এটা সোমাল যে তাই সোনকালে মৰিবলৈ ওলাইছে। হগে তাইক বাস্তৱবাদী হ'বলৈ শিকালে।

ডাক্তৰৰ কথা মিছা প্ৰমাণিত কৰি কেঁচুৱাকণ বাচি যে থাকিলেই, বাঢ়িবলৈকো ল'লে। কেঁচুৱাৰ বাবে মেৰীৰ চিন্তা আঁতৰিছিল, কিন্তু এদিন শুই উঠি মেৰীয়ে দেখে যে কেঁচুৱাটি মৰি আছে। সেইটো জন্মৰ পূৰা এমাহৰ পিচৰ কথা। মেৰীৰ বাবে এইটো বৰ দুঃখজনক ঘটনা।

শ্যেলী আৰু ক্লেয়াৰে একেলগে ফুৰাচকা কৰিবলৈ গৈয়ে থাকিল। মেৰী ঘৰতে থাকে। তাই হাতেৰে কিবা এটা গুঠি গুঠি মনেৰে কেঁচুৱাটিৰ কথা ভাবে। 'মই মাক হৈছিলোঁ, এতিয়া আৰু মই মাক নহওঁ'—এই আক্ষেপ বাক্যষাৰ তাই বাৰে বাৰে কৈ থাকিবলৈ ল'লে। ৰাতি তাই সপোনত দেখে যে কেঁচুৱাটি হেনো মৰা নাই, জুইৰ ওচৰত সেক পোতক দি তাক হেনো জীয়াই তোলা হ'ল। সপোনৰপৰা সাৰ পাই তাই দেখে যে খাটিয়াখন উদং। ৰাস্তাৰপৰা অনেক মানুহৰ কৰ্কশ

চিঞৰ-বাখৰ আহি কাণত পৰে। সেই সময়ত অ'ত ত'ত হাঙ্গামা হৈছিল। ফ্ৰান্সে যুদ্ধৰ ভাবুকি দিছিলে। মেৰীয়ে সংসাৰখন অশ্ৰুৰ কুঁৱলী ভেদি চাবলৈ ল'লে।

ঘৰখনত ক্লেয়ৰেৰ উপস্থিতিয়ে মেৰীক দিনক দিনে অধিক অশান্তি দিবলৈ লাগিলে। ক্লেয়ৰেৰ শ্যেলীৰ লগত ভালপোৱা আছিল বুলি তাই নিশ্চয়কৈ জানিছিল। এই ভালপোৱা বহুত আগৰে বুলি তাই ভাবিছিল। তাইৰ প্ৰতি পাৰ্চিৰ আনুগত্য আছিল দেখ দেখ; তেওঁৰ নৈতিকতাবোধো আছিল অতি মানবীয়, দেৱোপম। কিন্তু এজনী অনুৰক্তা ছোৱালীৰ লগত পেট্ৰাৰ্ক পঢ়াটো তেওঁ স্বাভাৱিক কথা বুলি ল'লে। তেওঁ তাইৰ পঢ়াশুনা চোৱাচিতা কৰে, গোটেই ৰাতি তাইৰ লগতে বহি থাকে। বিপদৰ কথা নহয়নে? মেৰীয়ে নিজকে ক'লে, "মোৰ সুদৰ্শন শ্যেলীয়ে তিৰোতাৰ চৰিত্ৰ বুজাতকৈ অপদেৱতাৰ প্ৰকৃতি ভালকৈ জানে।"

সন্ধিয়া শ্যেলীৰ লগত অকলশৰে থাকোঁতে তাই নিজৰ ঈৰ্ষাৰ কথা স্বীকাৰ কৰিলে। এই এটা অনুভূতি শ্যেলীয়ে বুজিব নোৱাৰিলে। এনে ঈৰ্ষা অতি নীচমনৰ পৰিচায়ক আৰু ই দেবীৰ দৰে গুণবিশিষ্টা মেৰীক হেয় কৰিছে বুলি তেওঁ ক'লে। প্ৰেম দিয়াৰ সামৰ্থ্য তেওঁৰ অসীম বুলি তেওঁ জানিছিল, আৰু আন এগৰাকী তিৰোতাক প্ৰেম দিয়া মানে তেওঁৰ নিজৰ প্ৰেয়সীক বঞ্চিত কৰাটো নুবুজায় বুলি তেওঁ ভাবিছিল। উচ্ছল প্ৰাণৰ বুদ্ধিদীপ্তা ক্লেয়ৰেৰ সংগ তেওঁৰ বাবে অতি প্ৰয়োজনীয় বুলি তেওঁ ক'লে। পিছে এই তিনিকোণীয়া সম্বন্ধটো যে শ্বাসনিৰোধক হৈ পৰিছে সেই কথাও তেওঁ মানি ল'লে।

মেৰীয়ে ক্লেয়ৰেক আঁতৰাই পঠাবলৈ শ্যেলীক মিনতি কৰিলে। তাই ক্লেয়ৰেক সদায় 'তোমাৰ বন্ধু' বুলি শ্যেলীৰ আগত উল্লেখ কৰিছিল। কেইবাসপ্তাহ ধৰি তেওঁলোকে ক্লেয়ৰেৰ বাবে এক উপযুক্ত সংস্থান বিচাৰিলে। 'গভৰ্ণেচ' বা কাৰোবাৰ লগত পৰিচাৰিকা হিচাপে থকাৰ চাকৰি হ'লেও হয়। পিছে শ্যেলীৰ লগত ফ্ৰান্সলৈ যোৱাৰ দুৰ্নামটোৰ বাবে কোনেও তাইক ল'বলৈ নিবিচাৰিলে। সমস্ত চেষ্টা বিফল হ'ল।

ক্লেয়ৰেৰ নিজৰ পিনৰপৰা আঁতৰি যাবলৈ অকণমানো ইচ্ছা নাছিল। পাৰ্চিৰ লগত বৌদ্ধিক ঘনিষ্ঠতাৰ সম্বন্ধটো তাই উপভোগ কৰিছিল। বেপৰোৱা হৈ ইয়াৰ পৰিণতি যি হয় হওক বুলি তাই বাট চাইছিল।

মেৰী পিছে শান্ত আৰু স্থিৰচিত্তে নিজ উদ্দেশ্যত লাগি থাকিল। শেহান্তৰত সেয়ে কাম দিলে। ক্লেয়ৰেক লিনমাউথলৈ পঠোৱাৰ ব্যৱস্থা কৰা হ'ল। তাতে তাই শ্ৰীমতী ব্ৰিকনেল নামৰ বিধৱা মহিলা এগৰাকীৰ লগত থাকিব। মহিলাগৰাকী আছিল গডউইনৰ বান্ধৱী।

## মেৰীৰ দিনপঞ্জী

"শুকুৰবাৰ— গা বৰ ভাল নহয়। পুৱা জা-জলপান খোৱাৰ পিচত স্পেন্সাৰ পঢ়িলোঁ। শ্যেলী তেওঁৰ বন্ধুৰ লগত ওলাই গৈছিল। তেৱেঁই প্ৰথমে ঘূৰি আহিছে। ওভিদৰ নবৈবেটা শাৰী ভাঙনি কৰিলোঁ। জেফাৰচন হগ ঘূৰি আহিলে। তেওঁক ওভিদৰপৰা অনুবাদ কৰা শাৰীকেইটা পঢ়ি শুনালোঁ। শ্যেলী আৰু ভদ্ৰ মহিলাগৰাকী ফুৰিবলৈ ওলাই গৈছে। চাহ খোৱাৰ পিচত কথা-বাৰ্ত্তা। শ্যেলীয়ে তেওঁৰ বন্ধুৰ লগত শেষ কথাষাৰ পাতিলে।"

"শনিবাৰ— ক্লেয়ৰে গ'লগৈ। শ্যেলীও তাইৰ লগতে ওলাই গৈছে। পাঁচ বজালৈকে জেফাৰচন নাহিল। শ্যেলীৰ কাৰণে তেওঁৰ চিন্তা হৈছিল। তেওঁক বিচাৰি ওলাই গ'ল। ঘূৰি আহিল। তেতিয়া বৰষুণ দি আছিলে। শ্যেলী চাৰে ছয় বজাত ঘূৰিলে। পৰ্বটো খতম হ'ল। ওভিদ পঢ়িলোঁ। চাৰ্লচ ক্লেইৰমণ্ট চাহ খাবলৈ আহিছিল। ছবিৰ কথা পাতিলোঁ। আমাৰ যেন নতুন জীৱন আৰম্ভ হৈছে। তাৰ লগত খাপ খুৱাই মই এখন নতুন আলোচনী আৰম্ভ কৰিছোঁ।"

* * *

গ্ৰামাঞ্চল এটালৈ ক্লেয়ৰেক নিৰ্ব্বাসন দিয়া হ'ল। এনে খকাখুন্দা আৰু অশান্তিৰ পিচত নিবিড় শান্তিৰ প্ৰথম কেইটামান দিন তাই বেচ উপভোগ কৰিলে। কিন্তু গাঁৱৰ নিৰ্জনতাত সৰহদিন থকা ছোৱালী তাই নহয়। তাইক জীয়াই থকাৰ এটা কাৰণ লাগে। এনে এটা কাৰণ তাই উলিয়াই ল'ব পাৰিলেও।

প্ৰেমত পৰিলে মানুহে ভাবে— ভুলকৈ ভাবে— যে কোনোবা এগৰাকী অসাধাৰণ ব্যক্তিৰ সান্নিধ্যত অহা হ'ল আৰু সেই ব্যক্তিগৰাকীয়েহে

তেওঁৰ অন্তৰত প্ৰেমৰ উন্মেষ ঘটালে। আচল কথাটো হ'ল প্ৰেম অন্তৰত সদায় নিহিত থাকে। আত্মপ্ৰকাশৰ বাবে ই এক উপযুক্ত মাধ্যম বিচাৰে, আৰু তাকে নাপালে নিজে এটা সৃষ্টি কৰি লয়। সাধাৰণ ছোৱালী এজনীৰ ক্ষেত্ৰত এই প্ৰেমান্বেষণ সচেতন প্ৰক্ৰিয়া নহ'ব পাৰে, কিন্তু ক্লেয়ৰৰ দৰে এজনী তীক্ষ্ণধী আৰু একাচেকা স্বভাৱৰ ছোৱালীৰ ক্ষেত্ৰত কথাটো সুকীয়া। শ্যেলীক বায়েকৰপৰা আঁতৰাই অনাটো বা বায়েকৰ লগতে ভাগী হিচাপেও তেওঁক পোৱাটো অসম্ভৱ বুলি বুজিব পাৰি তেওঁ তেওঁৰ প্ৰেমৰ পাত্ৰ হ'ব পৰা আন কোনো এজন নায়কৰ অন্বেষণত নিজকে নিয়োজিত কৰিলে। কোনো কোনো তিৰোতাই এনে পৰিস্থিতিত বিশিষ্ট লেখক, সৈন্যবাহিনীৰ বিষয়া, বা অভিনেতালৈ চিঠি লিখে। কিন্তু কবি প্ৰকৃতিৰ ক্লেয়ৰে বিচাৰিলে কবি এগৰাকীহে।

জৰ্জ্জ গৰ্ডন—লৰ্ড বাইৰণৰ— বাহিৰে আন কাকো তেওঁ উপযুক্ত বুলি নাভাবিলে। সমগ্ৰ ইংলেণ্ডত বাইৰণ আছিল আটাইতকৈ ঘৃণিত আৰু আটাইতকৈ সম্মানিত ব্যক্তি। তেওঁৰ কবিতাবোৰ তাইৰ মুখস্থ আছিল। পৰম উৎসাহেৰে তাইৰ সৈতে শ্যেলীয়ে সেইবোৰ প্ৰায়ে পঢ়িছিল। বাইৰণৰ নামটোৰ লগত জড়িত থকা দয়া-মায়া- আকৰ্ষণ- কেলেংকাৰী- নিষ্ঠুৰতা আৰু প্ৰচণ্ড আকৰ্ষণৰ গল্প গুজৱবোৰ তাই শুনিছিল।

বাইৰণৰ অসামান্য ৰূপ, তেওঁৰ পদবী, লেখক হিচাপে তেওঁৰ প্ৰতিভা, তেওঁৰ ভাবাদৰ্শৰ অভিনৱত্ব, তেওঁৰ প্ৰেম সংক্ৰান্ত ব্যাপাৰৰ লগত জড়িত কলংকবোৰ—এই সমস্তৰ বাবে তেওঁক উপযুক্ত নায়ক হিচাপে ক্লেয়ৰে পচন্দ কৰিলে। সমাজৰ সৰ্বোচ্চ মহলতো তেওঁৰ প্ৰণয়িনী আছিল—বহুতো আছিল; তাৰ ভিতৰত দ্য কাউণ্টেচ অফ্ অক্সফৰ্ড, লেডী ফ্ৰান্সিচ ৱেবষ্টাৰ আৰু দুৰ্ভগীয়া লেডী কেৰলীন লেম্বৰ নাম উল্লেখযোগ্য। এই শেহৰগৰাকীয়ে বাইৰণক পোনপ্ৰথম দিনা লগ পোৱাৰ পিচত তেওঁৰ দিনপঞ্জীত লিখিছিল— "পাগল, অসৎ আৰু পৰিচয় হোৱাটো বিপজ্জনক।" তাৰ পিচত তলত লিখিলে— "কিন্তু এই ম্লান, সুদৰ্শন মুখখনতে মোৰ ভাগ্য জড়িত হৈ আছে।"

বাইৰণে বিয়া কৰাইছিল। সমগ্ৰ চহৰতে এই কথাটো জনাজাত আছিল— "বিবাহ অনুষ্ঠান শেষ হোৱাৰ পিচত বাইৰণে বাগীত উঠি

নৱ-বিবাহিতা পত্নীক ক'লে— 'এতিয়া তুমি মোৰ পত্নী। আৰু মই তোমাক ঘৃণা কৰিবৰ বাবে সেয়ে যথেষ্ট। আন কাৰোবাৰ পত্নী হোৱাহেঁতেন মই তোমাক পচন্দ কৰিব পাৰিলোহেঁতেন।' বাইৰণে তেওঁৰ পত্নীক ইমান অৱজ্ঞা কৰিবলৈ ল'লে যে উপায়ান্তৰ হৈ তেওঁ এবছৰৰ মূৰতে তেওঁ বিবাহ বিচ্ছেদ বিচাৰিবলৈ বাধ্য হ'ল।

ক্লেয়ৰে দুঃসাহসিক অভিযানহে বিচাৰে। আত্মবিশ্বাসো তাইৰ পুৰা আছিল। বাইৰণৰ ঠিকনাটো বিচাৰি আনি তাই ভাগ্য পৰীক্ষা কৰিবলৈ ল'লে।

ক্লেয়ৰে বাইৰণলৈ লিখিলে—

"সম্পূৰ্ণ অপৰিচিতা এগৰাকীয়ে আপোনালৈ লিখিবলৈ লৈছোঁ।... মই কোনো দয়া-দাক্ষিণ্য বিচৰা নাই কাৰণ তাৰ প্ৰয়োজন মোৰ নাই... এই চিঠিখন লিখাৰ পৰিণতি কি হ'ব ভাবি মোৰ কঁপনি উঠিছে। আপুনি ইয়াক চৰম আস্পৰ্দ্ধা বুলি গণ্য কৰিলেও মই নিজকে দোষী বুলি নাভাবিম। কথাটো শুনাত বৰ আচৰিত যেন লাগিব পাৰে, কিন্তু মই যে মোৰ সুখ আপোনাৰ হাতত এৰি দিছোঁ সেইটোও সঁচা... নিজৰ সুনাম এতিয়াও কলংকিত নোহোৱা, শাসন কৰিবলৈ অভিভাৱক বা স্বামী নথকা এগৰাকী নাৰী যদি আপোনাৰ শৰণাপন্ন হয় আৰু দুৰু দুৰু অন্তৰেৰে আপোনাৰ ওচৰত স্বীকাৰ কৰে যে তেওঁ বহুত বছৰ ধৰি আপোনাক ভাল পাই আহিছে, যদি তেওঁ আপোনাৰ ওচৰত নিজকে নিবেদন কৰে, আপোনাৰ প্ৰেমৰ প্ৰতিদান দিয়ে আৰু সম্পূৰ্ণ অনুগত হৈ ৰ'ব বুলি প্ৰতিশ্ৰুতি দিয়ে, তেনে এগৰাকী নাৰীক আপুনি আওকাণ কৰিব পাৰিব নে, নে আপুনি কবৰৰ দৰে নীৰৱ হৈয়ে ৰ'ব পাৰিব?... আপোনাৰ উত্তৰ, মই কাৰৌকে কৈছোঁ, অনতিবিলম্বে পাব লাগিব। মোৰ ঠিকনা : ই, ট্ৰেফুচিছ, ২১ ন'লে প্লেচ, মেৰী নে বননে।"

ডন জুয়ানে কোনো উত্তৰ নিদিলে। অলংকৃত শৈলীত চিঠি লিখা এই অপৰিচিতা লেখিকাগৰাকী তেওঁৰ মাজত খেৰৰ কুটা। কিন্তু নিজৰ প্ৰভাৱ প্ৰতিপন্ন কৰিবলৈ যত্ন কৰি পৰিশ্ৰান্ত হোৱা মহিলা এগৰাকীতকৈ অনমনীয় আৰু কোন হ'ব পাৰে? ক্লেয়ৰে দ্বিতীয়বাৰ বাইৰণক জোকালে। "ৰবিবাৰ পুৱা। আজি সন্ধিয়া সাত বজাত বিশেষ গুৰুত্বপূৰ্ণ কথাৰে

এগৰাকী মহিলাক তেখেতে লগ ধৰিবলৈ দিব পাৰিবনে সেই কথা জনাবলৈ লৰ্ড বাইৰণক অনুৰোধ কৰা হ'ল। মহিলাগৰাকীয়ে অকলে আৰু একান্ত গোপনে দেখা কৰিব খোজে।"

লৰ্ড বাইৰণে চাকৰৰ মুখেদি কৈ পঠালে বোলে তেওঁ নগৰৰ বাহিৰলৈ যাব।

এইবাৰ ক্লেয়াৰে নিজৰ নামতে লিখিলে। তাই লিখিলে বোলে লৰ্ড বাইৰণ ড্ৰুৰি লেন থিয়েটাৰৰ লগত জড়িত আছে বুলি তাই জানিব পাৰিছে, আৰু তাই নিজে থিয়েটাৰত নামিবলৈ আগ্ৰহী। এই বিষয়ত তেওঁৰ পৰামৰ্শ ল'বলৈ তাই তেওঁক লগ ধৰিব খোজে। বাইৰণে এইবাৰ তাইক ষ্টেজ মেনেজাৰক লগ ধৰিবলৈ পৰামৰ্শ দিলে। তায়ো নাচোৰবান্দা। তাই ততালিকে কৌশল সলনি কৰিলে। এইবাৰ ক'লে যে অভিনয়ৰ জীৱন তাই বিচৰা নাই, তাই সাহিত্যিক জীৱনহে বিচাৰিছে। তাই উপন্যাস এখনৰ আধাখিনি লিখিছে, আৰু তাৰ বিষয়ে বাইৰণৰ মতামত তাই জানিব খোজে। বাইৰণ হয় মনে মনে থাকে, নহয় ইটো সিটো অজুহাত দেখুৱাই উত্তৰ দিয়ে। সেইবাবে তাই এতিয়া বাইৰণক এনে কিবা এটা দিবলৈ ওলাল যিটো নেকি কোনো আত্মসম্মান থকা মানুহে গ্ৰহণ কৰিবলৈ কেতিয়াও অমান্তি হ'ব নোৱাৰে। তাই বাইৰণলৈ লিখিলে—

"আপুনি মোক দুৰ্বিনীত আৰু ভ্ৰষ্টাচাৰী বুলি ভাবিব পাৰে, কিন্তু এটা কথা সময়ত প্ৰমাণিত হ'ব যে মোৰ প্ৰেম নিৰ্মল আৰু স্থিৰ। প্ৰতিশোধ বা বিদ্বেষৰ কথা চিন্তা কৰাটো মোৰ বাবে সম্ভৱ নহয়। মই আপোনাক কথা দিছোঁ, আপোনাৰ ভৱিষ্যতেই মোৰ ভৱিষ্যত হ'ব।

এই আঁচনিটোত আপোনাৰ কিবা আপত্তি আছেনে কি? বৃহস্পতিবাৰে সন্ধিয়া যাত্ৰীবাহী বা ডাকগাড়ীৰে আমি নগৰৰপৰা দহবাৰ মাইলমান দূৰলৈ ওলাই যাম। তাত আমি মুকলিভাৱে লগ হ'ব পাৰিম। আমাক চিনি পাওঁতা কোনো নোলাব। পিচদিনা পুৱা সোনকালে আমি ঘূৰি আহিম। মই ইয়াত এনে সুন্দৰ বন্দবস্ত কৰিছোঁ যাতে সামান্যতম সন্দেহো কাৰো নহয়। আপুনিও আপোনাৰ পিনে তেনে বন্দৱস্ত কৰক।

আপুনি মোক আমি ক'ত লগ হ'মহক সেইটো ঠিক কৰিবৰ বাবে দুই মুহূৰ্ত্ত সময় দিবনে? বিশ্বাস কৰক, আপুনি ক'লৈ যাব লাগে কোৱাৰ পিচত মই এক লহমাও নৰওঁ।... আপুনি যিয়েই নকৰক

বা যলৈকে যাবলৈ নকওক, মোক লগ কৰিবলৈকো নিদিয়ক বা মোক দুৰ্ব্যৱহাৰেই নকৰক, মই আপোনাৰ ভদ্ৰ ব্যৱহাৰ আৰু আপোনাৰ অদ্ভুত কল্পনাপ্ৰৱণ মুখাবয়বৰ কথাকে মনত ৰাখিম।

সুদীৰ্ঘ দিন অনুসৰণ কৰাৰ পিচত, ক্লান্ত ডন জুয়ান জালত পৰিল, পৰাজয় তেওঁ মানি ল'লে। ইংলেণ্ড এৰি থৈ ছুইজাৰলেণ্ড বা ইটালীত থাকিব বুলি তেওঁ ইতিমধ্যে ঠিক কৰিছিলেই, আৰু সোনকালে ওলাই যোৱাৰ সম্ভাৱনাই এই অপ্ৰত্যাশিত প্ৰেমক আদৰণি জনালে।

———

॥২৩॥

# এৰিয়েল আৰু ডন জুয়ান

এলভিৰাৰ কৰ্মচাঞ্চল্য ডন জুয়ানৰ নাছিল। ক্ৰমেৰে গৈ তেওঁক ছুইজাৰলেণ্ডত লগ ধৰিবলৈ ঠিক কৰিলে। এই শ্যামাক্ষী ছোৱালীজনী আছিল একুৰা জুই হেন, এটা দুৰ্বাৰ শক্তি। শ্যেলী পৰিয়ালো তেওঁলোকৰ সহচৰী হোৱাৰ বন্দৱস্ত তাই কৰিলে। তাই ভালকৈ জানিছিল যে এবাৰ ওলাই যাবলৈ পালে তেওঁলোকে ভালেই পাব:

তাই এৰি থৈ অহাৰেপৰা তেওঁলোক বিশ্বপচগেটত আছিল। সেই ঠাইটুকুৰা হ'ল উইণ্ডচৰ ফৰেষ্টৰ কাষৰীয়া। গ্ৰেট পাৰ্কৰ গছবোৰৰ ছাঁত শ্যেলীয়ে 'কুইন মাব'ৰ পিচৰ প্ৰথম দীঘল কবিতাটো ৰচনা কৰিছিলে। (এই কবিতাটোৰ নাম আছিল 'এলাচষ্টৰ' বা 'দ্য স্পিৰিট অফ চলিটিউদ'---নিৰ্জনতাৰ নিৰ্য্যাস। ই আছিল শ্যেলীৰ মানসিক অভিজ্ঞতাসমূহৰ বিভাবনশীল ব্যাখ্যা: বিগত বছৰটোত তেওঁ দেখা গিৰি, নদী, অৰণ্যানীৰ সৌন্দৰ্য্যও ইয়াত সন্নিৱিষ্ট হৈছিল। ইয়াৰ সুৰটো শ্যেলীৰ পূৰ্ববৰ্তী ৰচনাসমূহৰপৰা সুকীয়া। আগৰ ৰচনাবোৰত থকা আত্মপ্ৰত্যয়ৰ ভাবটো ইয়াত এক বিষাদপ্ৰৱণতা আৰু আত্মনিবেদনৰ ভাবে যেন নমনীয় কৰি তুলিছিল। ধৰ্মীয় আৰু নৈতিক তত্ত্ববোৰ ইয়াত একেবাৰে নোহোৱা নহ'লেও সেইবোৰে প্ৰধান স্থান পোৱা নাছিল, পাৰ্শ্বভূমিৰ স্থানহে পাইছিল।)

পাতনিত কবিয়ে তেওঁৰ প্ৰেমতৃষ্ণাৰ কথা কৈছে, আৰু এই তৃষ্ণা নিৰসন নোহোৱাৰ বাবে তেওঁ মৃত্যুৰ ক্ষণ গণিছে। কিন্তু শ্যেলীৰ মতে "কেৱল খাইবৈ আৰামত থকা বিষয়ী জীৱবোৰৰ দৰে জীয়াই থকাতকৈ মৰাই ভাল। ঠিক সেইবোৰ জীৱ যিবোৰে কস্মিনকালেও উদাৰ দৃষ্টিভংগী লৈ প্ৰমাদত পৰা নাই, অনিশ্চিত জ্ঞান অন্বেষণৰ আকাঙ্ক্ষাৰে প্ৰৰোচিত হোৱা নাই, কোনো বিশিষ্ট বদ্ধমূল অযৌক্তিক বিশ্বাসৰদ্বাৰা কেতিয়াও প্ৰতাৰিত হোৱা নাই, এই সংসাৰত একোকেই প্ৰিয় বুলি গ্ৰহণ কৰিব পৰা নাই, আৰু এই জীৱনৰ সিপাৰে কোনো আশাও কৰিবলৈ শিকা নাই— এনেবোৰ জীৱ। অথচ এইবোৰ জীৱই

নিজৰ গোট জাতিৰপৰা নিজকে নিলগাই ৰাখে, মানুহৰ সুখ দুঃখৰ ভাগী হ'ব নোৱাৰে,—এনেবোৰ অভিশপ্ত জীৱ। তেওঁলোকৰ অভিশাপ পূর্বনির্দ্দিষ্ট।... এনেবোৰ লোক নৈতিকভাৱে মৃত। তেওঁলোক বন্ধুও নহয়, প্ৰেমিকো নহয়, পিতাও নহয়, বিশ্ব নাগৰিকো নহয়, স্বদেশৰ পৰোপকাৰীও নহয়—এনেবোৰ প্ৰাণীয়ে এক অসার্থক জীৱন কটায়, আৰু বৃদ্ধ বয়সত ক্লেশ ভুগি ভুগি শেষ নিশ্বাস কাঢ়ে।"

নিজে জীৱনত যি কৰিছে বা নকৰিছে তাৰ বাবে শ্যেলীৰ কোনো অনুশোচনা নাছিল, কিন্তু ইংলেণ্ডত জীৱন নির্বাহ কৰাটো তেওঁৰ বাবে বিৰক্তিকৰ হৈ পৰিছিল। অবিবাহিত পত্নী হিচাপে মেৰীয়ে সমাজৰ নিন্দা-গঞ্জনাৰ সম্মুখীন হ'ব লগা হৈছিল। তাই ধৰি লৈছিল যে বিদেশলৈ গ'লে, তাত তেওঁলোকৰ কাহিনী আনৰ অজ্ঞাতে ৰ'ব বাবে, তেওঁ নতুনকৈ বন্ধু-বান্ধৱ গোটাব পাৰিব।

১৮১৬ চনত তাইৰ দ্বিতীয় এটা সন্তান জন্ম হ'ল। এটি মৰমলগা কণমানি ল'ৰা। বাপেকৰ নামানুসৰি তাৰ নাম তেওঁ গডউইন থ'লে। কেঁচুৱা হোৱাৰ পিচত নার্চ এগৰাকীও ল'ব লগা হ'ল—সেইবাবে সংসাৰ চলোৱাৰ খৰচ বাঢ়িল। সিপিনে উপার্জ্জন কম। চুইজাৰলেণ্ডত জীৱন-ধাৰণৰ খৰচ তেওঁ কম বুলি শুনিছিল। ক্লেয়ৰে অন্ততঃ তাইক এই বুলিয়েই বুজাইছিল।

প্ৰথমবাৰ লণ্ডনৰপৰা পলোৱাৰ দৰে এইবাৰো এই অসাধাৰণ ত্ৰয়ীয়ে ফ্ৰান্স, বার্গাণ্ডি আৰু জুৰা অতিক্ৰম কৰি জেনেভা পালেগৈ, আৰু তাতে চেচেঁৰ নামে উপকণ্ঠ অঞ্চল এটাত, হোটেল দ্য এংগলটেৰ নামে এটা হোটেলত থাকিবলৈ ল'লে। হ্ৰদৰ কাষতে ঘৰ, খিৰিকিৰে হ্ৰদৰ পানীত বেলিৰ পোহৰে নীলাভ ঢৌ তুলি খেলি থকা দেখা যায়, আৰু দূৰত দেখা যায় গগণচুম্বী শৈলমালা—সূর্য্যস্নাত উজ্জ্বলতাত জিলমিলাই থাকে। তাৰো সিপাৰে চকুত পৰে আলপ্‌চ পর্ব্বতৰ শিখৰৰাজি। ইংলেণ্ডৰ ধূসৰ পৰিবেশত, বিশেষকৈ লণ্ডনৰ গোমোঠা পাৰিপার্শ্বিক অৱস্থাত দিন কটোৱাৰ অভিজ্ঞতাৰ পিচত, জলবায়ুৰ এই পৰিবর্ত্তনে তেওঁলোকৰ মন মুগ্ধ কৰিলে। তেওঁলোকে নাও এখন ভাৰালৈ লৈ সুদীর্ঘ দিন তাতে শুইবহি, পঢ়িশুনি কটালে।

* * *

ওপৰত নীলিম আকাশ, তলত নীলিম জলৰাশি—ইয়াৰ মাজতে সুখমগ্ন কেইটিমান শিশুৱে দিন অতিবাহিত কৰি থকাৰ সময়তে চাইল্ড হেৰল্ডে মহা আড়ম্বৰেৰে গাড়ী বাগী লৈ তেওঁলোকৰ লগ লাগিবলৈ ফ্লেগুৱার্চ অতিক্রম কৰিছে। ইংৰাজ ৰাইজৰ মাজে মাজে কিবা একোটা আচৰিত জঁক উঠে—কেতিয়াবা তেওঁলোক হয় নীতিবাগীশ, নমো নমো পাৰিজাত; কেতিয়াবা আক' নিয়ম-নীতি বিবর্জিত যথেচ্ছা আচৰণৰ উচ্ছৃঙ্খলতা। তেওঁলোকে বাইৰণক দেশৰপৰা বহিষ্কাৰ কৰি আঁতাইছে মাত্র। নাচগান হৈ থকা কোনো ঘৰত বাইৰণ যদি সোমাল, তাত উপস্থিত সকলো মহিলা ওলাই গুচি গ'ল, যেন সোঁশৰীৰে চয়তানৰহে তাত আবির্ভাৱ হ'ল! এনে ভণ্ডামিপূর্ণ এখন দেশৰপৰা যিমান সোনকালে পাৰি চিৰদিনৰ বাবে আঁতৰি যাবলৈ বাইৰণে মন স্থিৰ কৰিয়েই থৈছিল।

বাইৰণে ইংলেণ্ড এৰি প্ৰস্থান কৰা কথাটোত ৰাইজৰ কৌতূহলৰ অন্ত নাছিল। প্রচলিত সামাজিক বিধি-বিধানবোৰৰ কিবা উলঙ্ঘন কৰিলে যি সমাজে নিষ্ঠুৰ শাস্তি বিহে, সেই সমাজেই আক' তেনে উলঙ্ঘনকাৰীক পেটে পেটে প্ৰশংসাও কৰে, আনকি ঈর্ষাও কৰে। ইংলেণ্ড এৰি যাবলৈ বুলি বাইৰণ ডোভাৰত উপস্থিত হওঁতেগৈ বন্দৰত বাটৰ দুয়ো দাঁতিয়ে দুশাৰী মানুহ। ওপৰ মহলৰ ভদ্ৰ মহিলাহঁতো গৈছিল, পিছে ৰাইজৰ চকুত ধৰা নপৰিবৰ বাবে, চাকৰণীহঁতৰ কাপোৰকানি পিন্ধি গৈছিল। তাত গোট খোৱা ৰাইজৰ ইজনে সিজনে বাইৰণৰ কিঅপ, চোফা, চীনা মাটি আৰু কাঁচৰ দামী দামী থাল বাটি ভৰোৱা প্ৰকাণ্ড প্ৰকাণ্ড কাঠৰ বাকচবোৰলৈ আঙুলিয়াই দেখুৱাইছিল।

সাগৰ সেইদিনা জয়াল আছিল। বাইৰণে তেওঁৰ ভ্ৰমণকালৰ সহায়কাৰীসকলক ককাকৰ কথা ক'লে। ককাক এডমিৰাল বাইৰণক বোলে 'বেয়া বতৰীয়া জেক' বুলি উপলুঙা নাম দিয়া হৈছিল, কাৰণ ধুমুহা এছাটি নামাৰিলে তেওঁ হেনো জাহাজ নেৰিছিলেই! তেওঁৰ পৰম্পৰাগত পটভূমিয়েই যে অশান্ত, সেই কথাৰ ইংগিত দি তেওঁ বেচ আমোদ পাইছিল। দুৰ্ভাগ্যৰ কথা যে তেওঁৰ জীৱনৰ উত্থান-পতনবোৰ তেওঁৰ নিয়ন্ত্রণৰ বাহিৰলৈ গৈছিল।

* * *

দিনদিনেক পিচত হোটেল দ্যা এংগলটেৰ'ত বেচ উখলমাখল লাগিছে। লৰ্ড বাইৰণ গৈ পোৱালে সকলোৱে আগ্ৰহেৰে বাট চাই আছে। ক্লেয়াৰে বাহিৰত বেপৰোৱা যেন দেখুৱালেও ভিতৰি ভিতৰি তাই বেচ ভয় খাইছিল। শ্যেলীৰ মহা স্ফূৰ্ত্তি, বাইৰণ আহি পোৱালে তেওঁ যেন ধৈৰ্য্য ধৰি ৰ'বই নোৱাৰিব! বাইৰণ আৰু ক্লেইৰেৰ মাজত ঘটা সম্বন্ধটোত তেওঁ অলপো আচৰিত হোৱা নাছিল। বৰং তেওঁ বাইৰণ আৰু ক্লেইৰেৰ মাজত তেওঁৰ আৰু মেৰীৰ মাজৰ সম্বন্ধৰ নিচিনা সম্বন্ধ এটা গঢ়ি উঠাটোহে আশা কৰিছিল।

বাইৰণক পোন প্ৰথমবাৰৰ বাবে দেখি শ্যেলী দম্পতী হতাশ হোৱা নাছিল। তেওঁৰ ৰূপ আছিল অসাধাৰণ। তেওঁৰ মুখত গৰ্ব আৰু বুদ্ধিমত্তাৰ ছাপ ফুটি উঠিছিল। তেওঁ গাৰ ৰং আছিল শেঁতা জোনাকৰ দৰে। চকুহাল ঈষৎ নীলা; চুলিকোচা ক'লা আৰু অলপ কেঁকোৰা। ভ্ৰূৰেখা আছিল সুবলিত, নাক আৰু থুতৰিৰ গঠন বেচ যোটা, মুখখন গোলগাল আৰু ভোগাসক্তৰ ভাব এটা তাত ফুটি উঠিছিল। তেওঁৰ একমাত্ৰ খুঁতটো আছিল তেওঁৰ খোজ-কাটলত! লোকে তেওঁক 'ফেৰেকা ঠেঙোৱা' বুলিছিল, তেওঁ পিছে ব্যঙ্গ কৰি নিজকে 'খুৰাৰলা' বুলিহে কৈছিল, কাৰণ আনে তেওঁক দুৰ্বল বুলি ভবাতকৈ 'চয়তানসুলভ' বুলি ভবাটোহে তেওঁ পচন্দ কৰিছিল। পঙ্গুতাৰ বাবে তেওঁ বিব্ৰতবোধ কৰা মেৰীয়ে লক্ষ্য কৰিছিল, কাৰণ আনৰ আগত কেইখোজমান কাঢ়িব লগা হ'লে তেওঁ আগে ভাগে চয়তান-সুলভ ঠাট্টামস্কৰা কেইটামান কৰি লৈছিল। হোটেলৰ নামভৰ্ত্তিৰ বহীত তেওঁ 'বয়স' 'এশ বছৰ' বুলি লিখিছিল।

বাইৰণ আৰু শ্যেলীৰ মাজত ৰাহিযোৰা ভালেই আহিছিল। নিজৰ সমপৰ্য্যায়ৰ লোক এজনক পাই বাইৰণে ভালেই পালে। তৰুণ অভিজাতজনৰ (অৰ্থাৎ বাইৰণৰ) আচৰণ আৰু আদবকায়দাৰ ৰমণীয় স্বাচ্ছন্দ্য, দুঃস্থ অৱস্থা সত্ত্বেও শ্যেলীয়ে নিজেও ৰক্ষা কৰি চলিছিল। তেওঁৰ বিদ্যানুভৱতা আছিল অপৰিসীম। বাইৰণৰো অধ্যয়ন আছিল বিস্তৃত, কিন্তু শ্যেলীৰ বেলিকা দেখা পোৱা গভীৰ অভিনিবেশ বাইৰণৰ নাছিল। শ্যেলীয়ে অধ্যয়ন কৰিছিল জ্ঞানাৰ্জনৰ বাবে, বাইৰণে কৰিছিল আনক চমক খুৱাবলৈ। এই দুই উদ্দেশ্যৰ মাজৰ প্ৰভেদ বাইৰণে বঢ়িয়াকৈ বুজি পাইছিল। শ্যেলীৰ ইচ্ছা যে এক প্ৰচণ্ড শক্তি সেই কথা তেওঁ তৎক্ষণাত

অনুভব কৰিব পাৰিলে—যেন এক ভিৰাই লোৱা গাঙীব; কিন্তু তেওঁৰ নিজৰ ইচ্ছা আছিল আবেগঅনুভূতি আৰু ৰক্তিতাইতৰ মৰ্জিৰ ওপৰত নিৰ্ভৰশীল। উপকৰা সোঁতৰ ওপৰত ওপঙি ফুৰা।

অসাৰ আত্মশ্লাঘাৰপৰা শ্যেলী একেবাৰে মুক্ত আছিল। বাইৰণৰ এই চৰিত্ৰ তেওঁৰ চকুত পৰা নাছিল। বাইৰণেও তাক ঢাকি ৰাখিবলৈ যত্ন কৰিছিল। 'চাইল্ড হেৰল্ড'ৰ তৃতীয় সৰ্গ বাইৰণে পঢ়ি শুনাওঁতে শ্যেলীৰ মন একে সময়তে প্ৰবল কৌতূহল আৰু নিৰুৎসাহেৰে ভৰি পৰিছিল। কবিতাটোৰ বন্যাৰ দৰে উত্তাল, অপ্ৰতিৰোধ্য প্ৰাণবত্তাই তেওঁক পুলকিত কৰিছিল, তাত প্ৰতিভাৰ প্ৰমাণ পাইছিল, কিন্তু তেওঁ নিজে যে কেতিয়াবা তেনে এটা কবিতা লিখিব পাৰিব সেই কথা ভাবি তেওঁ মন বেয়া কৰিছিল।

কবি বাইৰণে শ্যেলীৰ মন মুগ্ধ কৰিছিল, কিন্তু মানুহ বাইৰণে তেওঁক আচৰিত কৰিছিল। তেওঁ ভাবি আছিল যে এজন বিদ্ৰোহী টাইটান তেওঁ বাইৰণৰ ভিতৰত দেখা পাব, কিন্তু দেখা পালে এজন বিক্ষুব্ধ অভিজাত যুৱকক: আত্মগৌৰৱৰ আনন্দ আৰু বেদনাৰ প্ৰতি তেওঁ নিয়ত সচেতন---শ্যেলীৰ দৃষ্টিত একেবাৰে ল'ৰালি চৰিত্ৰ। বাইৰণে প্ৰচলিত প্ৰথা ভংগ কৰিছিল, হ'লেও তাত তেওঁৰ আস্থাও আছিল। নিজৰ উদ্দেশ্য পূৰণৰ পথত ই হেঙাৰ হৈছিল বাবে তেওঁ ইয়াক দলিয়াই দিছিল, কিন্তু তাকে কৰোঁতে মনত বেজাৰ পাইছিল। শ্যেলীয়ে যি কাম কৰোঁ বুলিয়েই আঁৰবেৰ নোহোৱাকৈ কৰিছিল, বাইৰণে সেই কাম ভালকৈ ভাবিচিন্তি চাই কৰিছিল। সমাজৰপৰা নিৰ্বাসিত, কিন্তু সামাজিক সফলতাতকৈ আন একোতে তেওঁ গুৰুত্ব দিয়া নাছিল। স্বামী হিচাপে তেওঁ আছিল অবিশ্বাসী, কিন্তু বৈধ প্ৰেমকহে তেওঁ সন্মানৰ চকুৰে চাইছিল। সংসাৰখনৰ প্ৰতি গালিগালাজ, নিন্দা তেওঁৰ মুখত অহৰহ ওলায়েই আছে, কিন্তু সেইবোৰ তেওঁৰ গভীৰ প্ৰত্যয়ৰপৰা উদ্ভৱ হোৱা নহয়, প্ৰতিশোধমূলকভাৱে কোৱাহে। বিবাহ আৰু ভ্ৰষ্টাচাৰৰ মাজত তেওঁ কোনো মধ্যপন্থা দেখা পোৱা নাছিল। উদ্ধত আচৰণেৰে নগৰীয়াসকলক তেওঁ ভীতিপ্ৰদৰ্শন কৰিছিল, কিন্তু তেনে কৰাৰ কাৰণ হ'ল যে প্ৰথাগত আচৰণেৰে তেওঁলোকৰ ওপৰত তেওঁ জিকিব নোৱাৰিছিল।

নাৰীক শ্যেলীয়ে গণ্য কৰিছিল ঔৎকৰ্ষৰ উৎস হিচাপে, বাইৰণে কৰিছিল আলস্যপৰায়ণতাৰ নিমিত্ত হিচাপে। দেৱোপম, অতি দেৱোপম শ্যেলীয়ে নাৰীক শ্ৰদ্ধা কৰিছিল। মানবীয়, অতি মানবীয় বাইৰণে তেওঁলোকক বাসনাৰ সামগ্ৰী বুলি লৈছিল আৰু অতি অৱজ্ঞাপূৰ্ণ ভাষাৰে তেওঁলোকৰ কথা কৈছিল। "জহনীত যাতী এই তিৰোতাবোৰৰ কথাই এনেকুৱা—সিহঁত নহ'লেও আপুনি সুখেৰে থাকিব নোৱাৰে, হ'লেও নোৱাৰে...। তিৰোতাৰ আত্মা আছে নে নাই সেই বিষয়ে মই স্থিৰ সিদ্ধান্তলৈ আহিব পৰা নাই। মোৰ প্ৰতিভা উপলব্ধি কৰিব পৰা আৰু উপলব্ধি কৰি তাক সমাদৰ কৰিবৰ জোখাৰে প্ৰতিভা থকা কিন্তু তাৰদ্বাৰাই নিজে বিশিষ্টতা অৰ্জন কৰিব নোৱৰা নাৰী এগৰাকীয়েই মোৰ বাবে সৌন্দৰ্য্যাদিৰ শ্ৰেষ্ঠ আদৰ্শ হ'ব।"

তেওঁলোক দুজনৰ কথোপকথনৰ পৰিণতি মাজে মাজে বৰ বিস্ময়জনক হৈছিল। নিজৰ অজ্ঞাতেই ৰহস্যবাদী প্ৰকৃতিৰ শ্যেলীয়ে বাইৰণক বিতুষ্ট কৰিছিল। বাহিৰত তেওঁৰ বিষয়ে যি ধাৰণাই নহওক কিয়, বাইৰণ আছিল এজন ডন জুয়ান।

এই চৰিত্ৰগত বৈসাদৃশ্য সত্ত্বেও তেওঁলোক ইজনে সিজনৰ বঢ়িয়া লগ হৈছিল। ব্যক্তিৰ অন্তৰাত্মা উদ্ঘাটন কৰাত সিদ্ধহস্ত শ্যেলীয়ে বাইৰণক জীৱন আৰু জগত সংসাৰ সম্পৰ্কে কিছু বাস্তৱ দৃষ্টিভংগী গ্ৰহণ কৰাবলৈ চেষ্টা কৰিলে বাইৰণে শুনাত চমৎকাৰ কিন্তু পৰস্পৰবিৰোধী কথাৰে নিজৰ স্থিতি প্ৰতিপন্ন কৰিবলৈ চাইছিল। বাইৰণৰ কথাই কলাকুশলী (আৰ্টিষ্ট) শ্যেলীক আমোদ যোগাইছিল, কিন্তু নীতিবাদী শ্যেলীক ক্ষুণ্ণ কৰিছিল। তেওঁলোকে উভয়ৰে জলৰাশিৰ প্ৰতি প্ৰবল আবেগিক আকৰ্ষণ আছিল। তেওঁলোকে তলীখন চেপেটা নাও এখন কিনিলে। তাতে উঠি তেওঁলোকে প্ৰতিদিনে সন্ধিয়া ফুৰে—দুই বন্ধুৰ উপৰিও মেৰী, ক্লেয়াৰে, আৰু বাইৰণৰ স্বাস্থ্যৰ তদাৰক কৰা এজন ইটালীয়ান যুৱক, নাম পলিডৰি,—এওঁলোকো নৌকাবিহাৰত ওলায়।

বাইৰণ আৰু শ্যেলীয়ে নীৰৱে বঠা মাৰি গৈ থাকে—দৃষ্টি তেওঁলোকৰ নিবদ্ধ থাকে জোৎস্নাস্নাত মেঘমালাৰ ওপৰত। ক্লেৰেই গীত গায়, আৰু তাইৰ গানৰ মিঠা মিহি সুৰে তেওঁলোকৰ ভাববোৰক যেন আবেগ উতলা কৰি তৰা জিলিকি থকা জলৰাশিৰ ওপৰেদি দূৰদূৰান্তলৈ কঢ়িয়াই নিয়ে!

এদিন ৰাতি প্ৰবল ধুমুহা বলিছে। ধুমুহা আওকাণ কৰি বাইৰণে ক'লে যে তেওঁ শ্যেলীহঁতক আলবেনিয়াৰ গীত এটা গাই শুনাব। "এতিয়া তোমালোক আবেগপ্ৰৱণ হৈ একান্ত মনোযোগেৰে শুনা।" গানৰ নামত তেওঁ এক উন্মাদ, বন্য চিৎকাৰহে কৰিলে। আকৌ নকৌতে তেওঁ ঢেকঢেকাই হাঁহিছে। লগৰবোৰৰ গান শুনাৰ আশা ভংগ হোৱা দেখি তেওঁ বেচ কৌতুক উপভোগ কৰিছে! তেওঁলোকে আশা কৰিছিল কিবা এক উত্তাল প্ৰাচ্য গীত—কিন্তু শুনিলে কি! সেইদিনাৰপৰা মেৰী আৰু ক্লেইৰে তেওঁক 'আলবেনেজাৰ' এই উপলুঙা নামটো দিলে, চমুতে 'আলবে'।

দুয়োগৰাকী কবি গোট খাই হ্ৰদৰ চাৰিওফালে এপাক ঘূৰিলে। যেন একপ্ৰকাৰ সাহিত্যিক তীৰ্থযাত্ৰা। ৰুচোৰে তেওঁৰ 'নওভেলে হেলচইচে' থোৱা ঠাইটুকুৰালৈ গ'ল—"ক্লেৰেন্স, মধুৰ ক্লেৰেন্স, গভীৰ প্ৰেমৰ জন্মভূমি...", আৰু গিবন আৰু ভলটেয়াৰৰ স্মৃতিবিজড়িত লৌচান আৰু ফাৰ্ণেলৈকো গ'ল।

শ্যেলীৰ উৎসাহ আৰু উদ্যমে বাইৰণক অনুপ্ৰাণিত কৰিলে; ইয়াৰ প্ৰভাৱত তেওঁ কিছুসংখ্যক অতি সুন্দৰ কবিতা পংক্তি ৰচনা কৰিছিল। মেইলেকিৰ ওচৰত এদিন হঠাতে ধুমুহাই কোবালে, তেওঁলোকৰ নাওখনে হ্ৰদৰ পানীত টলং ভটং কৰিবলৈ ল'লে। প্ৰায় একতীয়া হৈ পৰেই আৰু, এনেহে অৱস্থা! বাইৰণে গাৰ কাপোৰকানি খুলিবলৈ ল'লে। শ্যেলীয়ে সাঁতুৰিব নাজানিছিল। তেওঁ হাতসাবটি বহি থাকিল। তেওঁৰ নিৰুদ্বেগ অৱস্থা দেখি বাইৰণৰ তেওঁলৈ সমাদৰ বাঢ়িলে, কিন্তু আগতকৈয়ো বেচি তৎপৰতাৰে তেওঁ ইয়াক লুকুৱাই ৰাখিলে। বহুত দিন পিচত শ্যেলীয়ে এই ধুমুহাৰ প্ৰসংগ উলিয়াই কৈছিল, "মোৰ লগৰীয়াই (বাইৰণে) মোক বচাবলৈ যত্ন কৰিব বুলি মই জানিছিলোঁ, কিন্তু এই ভাবটো অপমানজনক আছিল।"

হোটেলত থাকি ভাল নলগাত, আৰু হোটেলত থকা অন্যান্য মানুহৰ অকাৰণ কৌতূহলত ত্যক্ত বিৰক্ত হৈ শ্যেলী দম্পতীয়ে হ্ৰদৰ দাঁতিত কলিগনি নামে ঠাইত এটা কুটীৰ ভাৰালৈ ল'লে। বাইৰণে অলপ দূৰত থকা ভিলা ডিওদাটিত থাকিবলৈ ল'লে। দুয়োটা ঘৰৰ মাজত মাত্ৰ এখন আঙুৰ লতাৰ বাগান। নহ'লে দুয়োটা ঘৰ লগালগি বুলিয়েই

ক'ব পৰা গ'লহেঁতেন। এদিন তেনেই পুৱাতে আঙুৰলতাৰ বাগান নিৰাই থকা খেতিয়ককেইজনমানৰ চকুত পৰিল যে ক্রেয়েৰ বাইৰণৰ কুটীৰৰপৰা ওলাই আহিছে আৰু শ্যেলীৰ কুটীৰলৈ বুলি পোনাই লৰ দিছে। লৰ দিওঁতে বাটতে তাইৰ ভৰিৰ চটিজোতা এপাত থাকি গ'ল, কিন্তু কোনোবাই দেখে বুলি লাজতে বুটলি ল'বলৈ তাই নৰ'ল। হোলাৰ ভাই মোলা চুইচ খেতিয়কইঁতে কথাটোত বেচ ৰস পাই হোঁ হোঁকৈ হাঁহিলে আৰু লৰালাৰীকৈ ইংৰাজ 'আইটি'গৰাকীৰ চটিজোতাপাত নি গাঁৱৰ গাঁওবুঢ়াক চমজাই দিলেগৈ।

ক্রেয়ৰেৰ প্রেমব্যাপাৰ বৰ আগ নাবাঢ়িল। তাইৰ তেতিয়া গাত লেঠা, আৰু বাইৰণে তাইৰ নামকে নুশুনা হ'ল। তাইৰ প্রতি যে তেওঁৰ কোনো আকর্ষণ নাই সেই কথাও তেওঁ লুকুৱাই নাৰাখিলে—তাইক দেখুৱায়েই দিলে। কেইদিনমানৰ বাবে বোধহয় তাইৰ গাটো তেওঁৰ ভাল লাগিছিল, তাইৰ স্বাভাৱিক উল্লাস আৰু প্রফুল্লতাই তেওঁক আকৃষ্ট কৰিছিল। কিন্তু কেইদিনমানতে তাই তেওঁক আমুৱালে। ইমান দৰে নেৰানেপেৰাকৈ নিজকে জোক লগাদি তেওঁৰ গাত লাগি ধৰা এই ছোৱালীজনীৰ প্রতি তেওঁৰ কিবা দায়বদ্ধতা আছে বুলিও তেওঁ মানি ন'ললে।

"মই হেনো এজনী ছোৱালীক বধিলোঁ! মই জানিব খোজোঁ বেচেৰা মোৰ বাহিৰে আন কাক বধা হৈছে! ট্রোজান যুদ্ধৰ পিচত মোকেই আটাইতকৈ বেচিকৈ বলাৎকাৰ কৰা হৈছে। তিৰোতাক দুর্ব্যৱহাৰ কৰোঁ বুলি মোৰ বিৰুদ্ধে অভিযোগ তোলা হৈছে। কথাটো হ'বও পাৰে, কিন্তু মই সিহঁতৰ যন্ত্রণাৰ বলি হৈছোঁ। মোৰ গোটেই জীৱন সিহঁতৰ ওচৰতে বলি দিয়া হৈছে, আৰু সিহঁতৰদ্বাৰাই দিয়া হৈছে।"

ক্রেয়েৰে, আৰু আগন্তুক শিশুটিৰ ভৱিষ্যত সম্পর্কে কথা পাতিবলৈ শ্যেলী বাইৰণৰ ওচৰলৈ গৈছিল। ক্রেয়েৰৰ প্রতি বাইৰণে তেওঁৰ চৰম উদাসীনতা দেখুৱালে—তাইৰ কোনো দায়িত্ব তেওঁৰ নাই। যিমান পাৰে সিমান সোনকালে তাইৰ হাতৰপৰা নিস্কৃতি পালেই বোলে তেওঁ ৰক্ষা পায়, তাইৰ মুখ তেওঁ আৰু নাচায়! এই বিষয়ত শ্যেলীৰ ক'বলৈ একো নাছিল, কিন্তু অজাত শিশুটিৰ অধিকাৰৰ প্রসংগটো তেওঁ এৰি নিদিলে।

বাইৰণে প্ৰথম ভাবিছিল যে কেঁচুৱাটো তেওঁৰ ভনীয়েক আগষ্টাক চমজাব। কিন্তু ক্লেয়েৰে মত নিদিলত তেওঁ নিজেই তাক এবছৰ বয়স পাৰ হোৱাৰ পিচৰপৰা লালনপালন কৰিবলৈ গাত ল'লে। কিন্তু এটা চৰ্ত্ত সাপেক্ষেহে— কেঁচুৱাটোৰ ওপৰত সাৰ্বভৌম অধিকাৰ তেওঁৰ থাকিব লাগিব।

বাইৰণৰ প্ৰতিবেশী হৈ থকাটো শ্যেলী দম্পতীৰ বাবে অসুবিধাজনক হ'ল। শ্যেলী আৰু বাইৰণ যে পৰস্পৰৰ প্ৰতি বীতৰাগ হৈ পৰিছিল তেনে নহয়। ক্লেয়েৰৰ সম্পৰ্কত উভয়ৰ মাজত হোৱা কথাবতৰাবোৰ শ্যেলীৰ বাবে বেদনাদায়ক আছিল, কিন্তু ক্লেয়েৰে বেচেৰীৰ মানসিক যন্ত্ৰণাৰ সীমা নাছিল, আৰু বাইৰণৰ ভেঙুচালি কৰা কথাবাৰ্ত্তাবোৰত মেৰীৰ প্ৰায়ে খং উঠিছিল। তিৰোতাৰ পুৰুষৰ সৈতে একেখন মেজতে বহি খোৱাৰ অধিকাৰ নাই, আৰু তেওঁলোকৰ প্ৰকৃত স্থান অন্তেষপুৰতহে বুলি বাইৰণে কওঁতে মেৰী ৱলষ্টনক্ৰাফটৰ জীয়েকগৰাকী খঙত কঁপিছিল। আকৌ এবাৰ ইংলেণ্ডৰ প্ৰতি তেওঁৰ মন উৰা মাৰিলে। ইংলেণ্ডৰ কোনোবা এখন নদীৰ পাৰত এটা ঘৰ তেওঁৰ বাবে শান্তিৰ থল হ'ব বুলি শ্যেলীয়ে ভাবিছিলে। শ্যেলীয়ে পিকক আৰু হগলৈ লিখি জনালে বোলে তেওঁলোক গৈ আছে, তেওঁবিলাকৰ বাবে কিবা এটা দিহা যুগুতি কৰি ৰাখিব লাগে।

* * *

তেওঁলোকে চুইজাৰলেণ্ড এৰি যোৱাৰ পিচত বাইৰণে ভনীয়েকলৈ লিখিলে— "মোক গালি নাপাৰিবি, কিন্তু মোৰনো কৰিবলৈ কিটো আছিল? মূৰ্খ ছোৱালী—মই যতবোৰ কলোঁ, কৰিলোঁ, নাই, তাই মোৰ পাচ নেৰিলে—ক'ব পাৰি যে মোৰ আগহে ল'লে, কাৰণ মোতকৈ আগতে তাই ইয়ালৈ আহিছিল। তাইক ঘূৰি যাবলৈ বুলি বুজাবলৈ মইনো কমখন কৰিব লগা নহ'লনে! শেহত কোনোমতে গৈছেগৈ। ৰক্ষা তেও! মোৰ মৰমীজনী, মই তোক একেবাৰে খোলাখুলিকৈ কৈছোঁ, এই কথাত মোৰ হাত নাছিল। এনেকুৱা যাতে নহয় তাৰ বাবে মই পৰাখিনি কৰিছিলোঁ। মই প্ৰেমত পৰা নাছিলোঁ, আৰু কাৰো

বাবে মোৰ অন্তৰত প্ৰেম সাঁচি ৰখাও নাই; পিছে মোৰ লগত লম্ভিবলৈ আঠশ মাইল বাট দৌৰিঢাপৰি অহা মহিলা এগৰাকীৰ প্ৰতি মই নিৰ্বিকাৰ ভূমিকা এটাও ল'ব নোৱাৰিলোঁ। মই ক'ব লগা আটাইখিনি কথা তোক ক'লোঁ; এই পৰ্ব শেষ।'

শ্যেলীয়ে বাইৰণৰ লগত চিঠিৰে যোগাযোগ ৰক্ষা কৰি আছিলে, আৰু তেওঁক 'ত্ৰাণ' কৰাৰ আশা এৰি দিয়া নাছিলে। শ্যেলীৰ চিঠিবোৰত কবি বাইৰণৰ প্ৰতি অসীম শ্ৰদ্ধা ফুটি উঠা দেখা যায়, কিন্তু মানুহ হিচাপে বাইৰণৰ চৰিত্ৰৰ প্ৰতি তেওঁৰ বিৰাগ স্পষ্ট। নিজৰ মানমৰ্য্যাদা, কৃতকাৰ্য্যতা আৰু প্ৰকৃত গৌৰবৰ প্ৰতিচ্ছবি বুলি লণ্ডনত নিজৰ বিষয়ে প্ৰচলিত অভিধা সম্পৰ্কে বাইৰণে সততে যহাই ফুৰা কথাটো শ্যেলীয়ে ভাল নাপাইছিল।

শ্যেলীয়ে বাইৰণলৈ লিখিছিল: "সীমাহীন ব্যাপ্তিৰ সম্ভাৱনাৰে পুষ্ট, (ভাবৰ) উৎকৰ্ষ আৰু শ্ৰেষ্ঠত্ব সাধন কৰাটো জানো তুচ্ছ কথা? আনৰ বাবে মানসিক শক্তি আৰু সৌন্দৰ্য্যৰ উৎস হ'ব পৰাটো জানো নিতান্তই সামান্য কথা?... হোমাৰ আৰু শ্যেক্সপীয়েৰে একোকে লিখি থৈ নোযোৱাহেঁতেন মানবজাতিৰ কি হ'লহেঁতেন?... মই আপোনাক যশস্বী হ'বলৈ যত্ন কৰিবলৈ কোৱা নাই। আপোনাৰ সৃষ্টিৰ উৎস ইয়াতকৈ অধিক সহজ আৰু বিশুদ্ধ হোৱা উচিত। আপুনি আপোনাৰ ভাব প্ৰকাশ কৰিব, আৰু যাৰ লগত আপোনাৰ দৃষ্টিভংগীৰ মিল আছে তাৰ কথা মনত ৰাখি লিখিব। ইয়াতকৈ অধিক আপুনি একো বিচাৰিব নালাগে। যিসকলক বাট দেখুৱাই নিয়াৰ যোগ্যতা যশস্যাৰ নাই সেইসকলৰে পিচে পিচে ই ফুৰে।"

লৰ্ড বাইৰণে ভেনিচলৈ যোৱাৰ বাটত এই জ্ঞানগৰ্ভী উপদেশবোৰ পঢ়িলে। পঢ়ি ক্লান্তি অনুভৱ কৰিলে। কথাবোৰে তেওঁৰ মনত ৰেখাপাত নকৰিলে। তেওঁৰপৰা বহুত দাবীকৰাজনৰ শ্ৰদ্ধাই তেওঁক বিৰক্তি দিছিল।

---

॥২৪॥

# প্ৰেমৰ কাননত কবৰ

স্কিনাৰ ষ্ট্ৰীটৰ ঘৰটো হাঁহি-খিকিন্দালিৰে উৰাই নিওঁ উৰাই নিওঁ কৰি ৰখা গাভৰু ছোৱালী তিনিজনীৰ ভিতৰত মাত্ৰ ফেণী ইমনেহে থাকিল্যগৈ। তাই গডউইনৰ ছোৱালী নাছিল। শ্ৰীমতী গডউইনো তাইৰ মাক নাছিল। তাই তেওঁলোকৰ লগতে থাকি তেওঁলোকক 'মা' আৰু 'দেউতা' বুলি মাতিছিল। তাই আছিল বৰ নিৰ্জু আৰু মৰম লগা, পিছে তাইৰ বাবেইহে প্ৰেমিকো নোলাল, পতিও নোলাল। বিনয় আৰু স্বাৰ্থশূন্যতা—এইবোৰ গুণ মানুহে প্ৰশংসা কৰে, আৰু আওকাণ কৰি আঁতৰি যায়। পাৰ্চিয়ে তাইক আওকাণ নকৰিব বুলি এসময়ত তাই ভাবিছিল, আৰু দুৰু দুৰু অন্তৰেৰে তেওঁৰ লগত পত্ৰালাপো আৰম্ভ কৰিছিল। কিন্তু মেৰীৰ বাদামী চকুৱে ফেণীৰ আশাই ভালকৈ গঢ় ল'বলৈ নৌ পাওঁতেই তাক কলিতে মুচৰি পেলালে।

ঘৰখন নিমাতনিতাল হৈ থাকে। টকাপয়চাৰ অভাৱৰ সমস্যাই পৰিবেশটো বিষন্ন কৰি ৰাখে। শ্ৰীমতী গডউইনে খং-ৰাগ ফেণীৰ ওপৰতে জাৰে। গডউইনেও তাইক বুজিবলৈ দিলে যে তেওঁ আৰু তাইক পোহপাল দিব নোৱাৰে, তাই নিজৰ পেটৰ ভাত নিজে মোকোলোৱাৰ দিহা কৰিব লাগে। তাই ইয়াতকৈ বেচি অৱশ্যে একো বিচৰাও নাছিল। তাইৰ শিক্ষয়িত্ৰী হোৱাৰে মন আছিল, পিছে মেৰী আৰু জেন ঘৰৰপৰা পলাই গৈ পৰিয়ালটোত কলংক সানিছে, আৰু তেনে এটা পৰিয়ালৰ ছোৱালী বুলিলে মানুহে ভাল চকুৰে নাচায়। শিক্ষানুষ্ঠানৰ মুৰব্বীহঁতৰ ধাৰণা হৈছিল যে গডউইন পৰিয়ালৰ ছোৱালীহঁতক ভাল শিক্ষাদীক্ষা দি ডাঙৰ কৰা হোৱা নাই।

হতাশাত পৰি, আৰু কিছুদূৰ ঈৰ্ষাৰো বশৱৰ্ত্তী হৈ, ফেণীয়ে মাজে মাজে দূৰৈৰপৰা বায়েকহঁতৰ গুৰু-গোসাঁই নমনা, বেপৰোৱা জীৱনযাত্ৰা তাৰিফেই কৰিছিলে। সেই জীৱন মাজে মাজে বিপজ্জনক হৈ পৰে সঁচা, কিন্তু তাৰ মাদকতাও নথকা নহয়। সেই বিখ্যাত লৰ্ড বাইৰণৰ

লগত লেক লেমানত তায়ো যদি থাকিবলৈ পালেহেঁতেন! সমগ্ৰ লণ্ডন নগৰীয়েই বাইৰণৰ কথাকে পাতিছিল।

"তেওঁৰ মুখখন তুমি কোৱাৰ দৰেই ধুনীয়া নে?... তেওৰ মাতটো সুৰদী নে বাৰু? মোক ক'বাচোন। তেওঁ মাতটো মোৰ বৰ ভাল লাগে। তেওঁ বাৰু তোমালোকৰ ঘৰলৈ সাধাৰণ পৰিচিতজনৰ দৰেই অবিন্যস্ত সাজপাৰেৰেই আহেনে? এই আহিলোঁ আৰু, এনেয়ে সোমাই যাওঁ বুলি ভাবিলো—এনে ধৰণত? অপযশ ৰটি ফুৰাবোৰে উলিওৱাদি, তেওঁ যিবোৰ কাৰ্য্য কৰিছে বুলি উলিয়াইছে, সেইবোৰ সঁচাকৈয়ে তেওঁ কৰিছেনে? মই জানিবলৈ বিচৰা নাই। তেওঁৰ ৰচনাবোৰৰপৰা তেওঁ এনে ঘৃণনীয় প্ৰাণী হ'ব যেন মোৰ নালাগে। মোৰ এই প্ৰশ্নবোৰৰ উত্তৰ দিবাঁ—কাৰণ মই কবিজনাক ভাল পাওঁ, (তেওঁ) মানুহজনকো মই শ্ৰদ্ধা কৰিবলৈ বিচাৰোঁ।

"তেওঁৰ লগত শ্যেলীৰ নৌকাবিহাৰ নিশ্চয় বৰ আনন্দদায়ক হৈছিল... 'কবি'জনে জুলি ডুবি মৰা ঠাইখিনি সম্পৰ্কে লিখা কবিতাটো মই পঢ়িবলৈ বিচাৰোঁ। কবিতাবোৰ ইংলেণ্ডত কেতিয়া ওলাব? হাতে লিখাতে মই বাৰু চাবলৈ পামনে? কবাঁচোন যে তোমাৰ বান্ধবী এজনী আছে, তেওঁৰ চখ বৰ বেচি নাই, তেওঁ কবিতাবোৰ পঢ়িবলৈ ব্যাকুল হৈ পৰিছে বুলি কবাঁ।... কবিসকলে আন মানুহৰ বাবে, বিশেষতঃ অনুভূতিপ্ৰৱণসকলৰ বাবে, কৰা উপকাৰৰ লেখ লোৱা কঠিন। মই যেতিয়া এটা কবিতা পঢ়োঁ, তেতিয়া মই হওঁ এগৰাকী কবি। মোৰ মন সজ ভাৱে অনুপ্ৰাণিত কৰে—প্ৰাত্যহিক জগতৰ ভাব-চিন্তাবোৰতকৈ সেইবোৰ বেলেগ, কাৰণ সিবোৰৰ প্ৰভাৱ মোৰ ওপৰত অধিক স্থায়ী হয়। প্ৰাত্যহিক জীৱনে পেলাই থৈ যোৱা আৱৰ্জনাবোৰ ই পৰিশুদ্ধ কৰে। আমাৰ মনত ভাব হয় যে সমস্ত তুচ্ছতা আৰু হীনতা সত্বেও সংসাৰত বিচাৰিবলগীয়া, অভিলাষ কৰিবলগীয়া কিবা এটা আছে, যি পৰৱৰ্তী যুগবোৰক সুখী আৰু উন্নত কৰি তুলিব পাৰে।"

এই মনোগ্ৰাহী চিঠিবোৰ পঢ়ি মেৰী আৰু ক্লেয়েৰৰ মন স্নেহসিক্ত সহানুভূতিৰে ভৰি পৰিল। বেচেৰী ফেনী! অকলে অকলে স্কিনাৰ ষ্ট্ৰীটৰ সেই ঘৰটোত! গডউইনৰ উপন্যাস, গডউইনৰ ধাৰ, আৰু শ্ৰীমতী গডউইনৰ ৰুক্ষ মেজাজৰ বিনে যেন সংসাৰত ভাবিবলৈ আৰু একো

কথা নাই! গডউইনৰ ঘৰত ফেনীৰ গোলামী আৰু বাল্কোনৰ জীৱন। তাৰ তুলনাত সিহঁত দুজনী যে কিমান মুক্ত!—এই ভাবটো সিহঁতৰ মনলৈ আহিল। তাইৰ নিঃসঙ্গতাৰ তুলনাত নিজ নিজ প্ৰেমিকৰ সঙ্গত সিহঁত দুজনী কিমান সৌভাগ্যবতী! তাইলৈ মৰমতে মেৰীয়ে জেনেভা এৰাৰ আগতে শ্যেলীৰ হতুৱাই হাত ঘড়ী এটা কিনালে।

বাথ চহৰত নিগাজীকৈ থিতাপি ল'ব বুলি শ্যেলী দম্পতী আৰু ক্লেয়েৰে ইংলেণ্ডলৈ ঘূৰি আহোঁতে তেওঁলোকে লণ্ডনত ফেনীক দেখা কৰিলে। তাইৰ মন চন একেবাৰে মৰা। তাই নিজৰ নিঃসঙ্গতা আৰু ব্যৰ্থতাৰ বাহিৰে আন একো কথাকে নুলিয়ালে! তাইক বোলে কোনেও নিবিচাৰে! শ্যেলীক বিদায় দিওঁতে তাইৰ মাতটো কঁপিছিল। পিচে শ্যেলী বাথত থাকিবলৈ লোৱাৰ পিচত তেওঁলৈ তাই পূৰ্বৰ সেই স্নেহবিজড়িত আৰু খোলা মনেৰেই চিঠি দিছিল! আজিকালি কিন্তু তেওঁৰ চিঠিবোৰত ফুটি উঠে কিবা এক অস্পষ্ট অনুযোগ— প্ৰাণপ্ৰাচুৰ্য্যৰে ভৰাসকলৰ প্ৰতি জীয়াতে মৰাসকলৰপৰা এনে অনুযোগ সততে উচ্চাৰিত হয়। গডউইনৰ সাহিত্যিক কৰ্ম এই সময়ত টকাপয়চাৰ অনাটনৰ বাবে ব্যাহত হৈ পৰিছিল, ফলত তেওঁ ক্ৰমাৎ বেচিকৈ খিটখিটিয়া হৈ পৰিছিল। এভেৰিনা ৱলষ্টনক্ৰফট নামে পেহীয়েক এগৰাকীয়ে ফেনীক তেওঁৰ স্কুলৰ 'গভৰ্ণেচ' হিচাপে নিব বুলি আশা দিছিল; কিন্তু পিচত জনালে বোলে তেওঁৰ স্কুলৰ ছাত্ৰীহঁতৰ মাক-বাপেকহঁত মধ্যবিত্ত শ্ৰেণীৰ, সংকীৰ্ণমনা। মেৰী আৰু ক্লেয়েৰৰ ভনীয়েক এজনীক তেওঁলোকৰ ছোৱালীহঁতক চোৱাচিতা কৰাৰ বাবে নিযুক্তি দিয়াত তেওঁলোক সন্মত নহ'ব।

এদিনাখন পুৱা শ্যেলীহঁতে ব্ৰিষ্টলৰপৰা ফেনীৰ এখন চিঠি পালে। আচৰিত চিঠি। তাৰে তাই তেওঁলোকৰপৰা বিদায় লৈছিল। তাই লিখিছিল— "মই এনে এখন ঠাইলৈ ওলাইছোঁ য'ৰপৰা মই ঘূৰি অহাৰ আশা কৰা নাই।"

মেৰীয়ে শ্যেলীক ব্ৰিষ্টললৈ তৎক্ষণাত যাবলৈ জোৰ দি ধৰিলে। ৰাতি ঘূৰি আহি শ্যেলীয়ে তাইৰ শুংসূত্ৰ একো নাপালে বুলি ক'লে। পিচদিনা পুৱা তেওঁ আকৌ গ'ল; এইবাৰ ঘূৰি আহি তেওঁ মেৰীক যি খবৰ দিলেহি সি আছিল একান্তই মৰ্মন্তুদ। ফেনীয়ে কেম্ব্ৰিয়ান ক'চ নামৰ গাড়ীৰে চোৱানচীলৈ বুলি ব্ৰিষ্টলৰপৰা গৈছিল। গৈ তাত তাই

মেকব্ৰৰ্থ আৰ্মচ ইনত সোমালগৈ। পৰিচাৰিকাজনীক ভাগৰ লগা বুলি কৈ তাই পোনে পোনে তাঁইৰ কোঠা সোমালগৈ। পিচদিনা পুৱা তাই ওলাই নহা দেখি, কোঠাৰ দুৱাৰখন খুন্দিয়াই ভাঙিলত দেখা গ'ল যে ভিতৰত তাই মৰি পৰি আছে। তাইৰ দীঘল মুগাবৰণীয়া চুলিকোচা আউলীবাউলী হৈ আছে। তাইৰ কাষতে, শ্যেলী আৰু মেৰীয়ে জেনেভাত কিনি দিয়া ঘড়ীটো পৰি আছিল। মেজৰ ওপৰত আফিঙৰ আৰক থকা বটল এটা, আৰু এখন চিঠিৰ আৰম্ভণি অংশটো—

"মই বহুত দিনৰপৰা ভাবি গুণি ঠিক কৰিছিলোঁ যে মোৰ জীৱনৰ অন্ত পেলোৱাটোৱেই মোৰ দৰে জীৱ এটাৰ বাবে আটাইতকৈ ভাল কথা হ'ব। জনম ধৰাটোৱেই মোৰ বাবে দুৰ্ভাগ্যজনক আছিল। মোৰ জীৱনটো হ'ল ইটোৰ পিচত সিটোকৈ কিছুমান দুখৰ সমষ্টি মাথোন। মোৰ কল্যাণ কামনা কৰাসকলে মোৰ বাবে কষ্ট কৰি নিজৰ স্বাস্থ্যহে হানি কৰিছে। মোৰ মৃত্যুৰ খবৰ পাই তুমি কিজানি দুখ পাবাঁ, কিন্তু এনে এটা জীৱৰ যে জন্ম হৈছিল সেই কথা তুমি সোনকালেই পাহৰি গৈ স্বস্তি লাভ কৰিব পাৰিবাঁ..."

গডউইনে তেওঁৰ পলিটিকেল জাষ্টিচ গ্ৰন্থত আত্মহত্যা অপৰাধ নহয় বুলি লিখিছিল। প্ৰতিটো ব্যাপাৰকে অৱশ্যে বেলেগে বেলেগে চাব লাগে। ত্ৰিছটা বছৰৰ জীৱন এটাৰ সামাজিক উৎকৰ্ষৰ অৱকাশৰ বিষয়ে চিন্তা কৰিলে এনে কাৰ্য্য বাঞ্ছনীয় হয়নে নহয় সেইটো নিৰ্দ্ধাৰণ কৰাটোহে অসুবিধাৰ কথা হয়। এই শোকাৱহ ঘটনাটোৰ পিচত তেওঁ মেৰীলৈ চিঠি দিছিলে। মেৰী পলাই যোৱাৰ পিচত তাইলৈ তেওঁৰ সেইখনেই আছিল প্ৰথম চিঠি।

ফেণীৰ ঘটনাটো বৌজাল-বৌজাল নকৰিবলৈ এই তিনিজনক চিঠিখনত অনুৰোধ কৰা হৈছিল। তেওঁৰ মতে 'নিদাৰুণ মানসিক যন্ত্ৰণাত থকা মানুহ এজনৰ বাবে ইয়াতকৈ আৰু কঠিন পৰীক্ষা একো হ'ব নোৱাৰে।"

* * *

ফেণীৰ শোকাৱহ মৃত্যুত শ্যেলী অতি বিহ্বল হৈ পৰিছিল। লোকৰ দোষ খুঁচৰি ফুৰাটো শ্ৰীমতী গডউইনৰ স্বভাৱেই। সাম্প্ৰতিক ঘটনাটোৰ

ক্ষেত্ৰত তেওঁ মন্তব্য দিলে বোলে শ্যেলীৰ প্ৰেমত পৰিছে অই মৰিল। তাইৰ ক্ষেত্ৰত দেখা পোৱা কেইটামান আবেগিক অভিব্যক্তিৰ লৈ শ্যেলীৰ এতিয়া মনত পৰিলে। তাইক নিজতকৈ তলৰ বুলি সদায় গণ্য কৰি থকাৰ বাবে শ্যেলীয়ে এতিয়া নিজকে ধিক্কাৰ দিলে। নিজৰ অজানিতেই বোধহয় তেওঁ তাইৰ প্ৰেমৰ উন্মেষ ঘটাইছিল। হেৰিয়েটে তেওঁক আওকাণ কৰিবলৈ ধৰাৰ সময়ত যিকোনো নাৰীসান্নিধ্যৰ উষ্ণতাত শ্যেলীয়ে আশ্ৰয় বিচাৰিছিল। সেই সময়তে কিজানি তেওঁৰ প্ৰতি ফেণীৰ প্ৰেম অঙ্কুৰিত হৈছিল। তেওঁৰ মাত্ৰ বন্ধুত্ব প্ৰকাশক কথা আৰু চাৱনিত বোধহয় তাই গভীৰতৰ তাৎপৰ্য্য আৰোপ কৰিছিল। 'এজনে আন এজনৰ মনটো বুজা যে কিমান কঠিন কাম! নিজৰ অজ্ঞাতে বা অনিচ্ছাকৃতভাৱে এজনে আন এজনৰ কিমান যে অপকাৰ কৰিব নোৱাৰে! গভীৰতম, কেতিয়াবা কেতিয়াবা অতিশয় বেদনাদায়ক ভাবাবেগৰ সান্নিধ্যত থাকিও কিমান সময়ত যে সেইবোৰ আছে বুলিয়েই ভবা নাযায়!' সেইবাবে কেৱল আন্তৰিকতা বা সৎ উদ্দেশ্যাই যথেষ্ট নহয়। নিৰ্দয়তাৰ দৰেই, বুজাপৰাৰ অভাৱৰ ফলতো অনেক অনিষ্টৰ সৃষ্টি হ'ব পাৰে। শ্যেলী তীব্ৰ নৈৰাশ্যত ডুব গ'ল।

মনটো মুকলি কৰিবলৈ বুলি শ্যেলী লেই হাণ্ট নামৰ এগৰাকী তৰুণ সাহিত্যসমালোচকৰ ঘৰত কেইদিনমান থকাকৈ গ'ল। এই গৰাকী সমালোচকে শ্যেলীৰ কবিতাৰ বুদ্ধিদীপ্ত আৰু সপ্ৰসংশ সমালোচনা লিখিছিল। হাণ্টৰ ঘৰ আছিল ভেল অফ হেলথৰ হেম্পষ্টেডহিথত। চাৰিওপিনে গছগছনিৰে আৱৰা মনোৰম ঠাই। তেতিয়াৰ দৰেই এতিয়াও ধুনীয়া হৈয়ে আছে সেই ঠাইখন। হাণ্টৰ পত্নী মেৰিয়ান আছিল চলচাতুৰী নজনা সৰল, অতিথিপৰায়ণ মহিলা। তেওঁলোকৰ এগাল ল'ৰা-ছোৱালী— ৰং-তামাচা কৰি টুক টুক কৰি ঘূৰি ফুৰে। সিহঁতৰ লগত শ্যেলীয়ে খেলে, ফুৰে। তাত থাকি তেওঁ কেইদিনমানৰ বাবে হতভাগিনী ফেণী, আৰু গডউইনক পাহৰি থাকিব পাৰিছিল। দুদিনমানৰ বাবেহে শ্যেলী তাত আছিলে, কিন্তু থাকি বৰ ভাল পাইছিলে। ঘূৰি আহোঁতে তেওঁৰ মন বেচ প্ৰফুল্লিত হৈ আহিছিল।

ঘূৰি আহি শ্যেলীয়ে হুখামৰ পৰা এখন চিঠি পালে। কিছুদিনৰ আগতে তেওঁ হেৰিয়েটৰ খা-খবৰ বিচাৰি হুখামলৈ এখন চিঠি দিছিল।

বহুত দিন তাইৰ খবৰবাতৰি তেওঁ পোৱা নাছিল। মাৰ্চ আৰু ছেপ্তেম্বৰত তাই ভাড়া উলিয়াই নিছিল। সেই সময়ত তাই বাপেকৰ ঘৰত আছিল। কিন্তু অক্টোবৰৰপৰা তাইৰ কোনো খা-খবৰ তেওঁ পোৱা নাছিল। সেইবাবে পৰম ঔৎসুক্যৰে তেওঁ হুখামৰ চিঠিখন খুলিলে। হুখামে লিখিছিল—

প্ৰিয় মহাশয়,

এমাহৰ আগতে আপোনাৰপৰা চিঠি এখন পোৱাৰ সৌভাগ্য হৈছিল। ইমান দিনলৈকে তাৰ উত্তৰ নিদিয়া বাবে আপুনি নিশ্চয় আচৰিত হৈছে। চিঠি দিয়াৰ মতলব মোৰ আছিল, কিন্তু শ্ৰীযুতা শ্যেলী আৰু ল'ৰাছোৱালী হালৰ বিষয়ে অতি কষ্টেৰেহে খা-খবৰ গোটাব লগা হৈছিল বাবে উত্তৰ দিয়া পলম হ'ল।

শ্ৰীযুত শ্যেলীৰ টিকনা বিচাৰি ফুৰোঁতেই মই খবৰ পালো যে তেখেত ঢুকাল— আত্মহত্যা কৰিলে। কথাটো মই বিশ্বাস কৰা নাছিলোঁ। মই মিঃ ব্ৰেষ্টব্ৰুকৰ বন্ধু এজনৰ ঘৰলৈ গৈ কথাটো উলিয়ালোঁ— মোৰ সন্দেহেই সঁচা হ'ল। তাতে মই জানিবলৈ পালোঁ যে যোৱা মঙলবাৰে চাৰ্পেনটাইন নদীৰ পৰা তেওঁৰ মৃতদেহ উদ্ধাৰ কৰা হৈছে। ...ঘটনাটোৰ সংক্ৰান্তত বিচাৰত বহা জুৰিৰ আগত কোনো তথ্যপাতি নাছিল। তেওঁলোকে 'জলমগ্ন অৱস্থাত পোৱা গৈছে' বুলি ৰায় দিলে। আপোনাৰ ল'ৰা-ছোৱালী হালৰ ভাল, আৰু মই জনাত দুয়োটা লণ্ডনতে আছে।

নিদাৰুণ মানসিক যন্ত্ৰণা লৈ শ্যেলী চহৰলৈ ওলাল। ঈষৎ সোণালী চুলিৰে, শিশু যেন লগা, তেওঁ এসময়ত ইমান ভালপোৱা হেৰিয়েটৰ মূৰটো নৈৰ বোকাপানীৰে লুতুৰিপুতুৰি হৈ, পানী সোমাই ওফন্দি পৰি সেউজীয়া বৰণ ধৰা বীভৎস দৃশ্য এটা তেওঁৰ চকুৰ আগত ভাঁহি উঠিল। নিজৰ ল'ৰা-ছোৱালীক অনাদৰ কৰি এনে এটা ভয়ানক পথ তাই কেনেকৈ বাচি ল'ব পাৰিলে সেই কথা ভাবি শ্যেলী আচৰিত হ'ল।

হাণ্ট আৰু হুখামৰ পৰিবাৰে সন্তৱপৰ সকলো আদৰআপ্যায়ন তেওঁলৈ আগবঢ়ালে। তেওঁলোকে জনা সকলো কথা তেওঁক ক'লে। 'টাইমছ' কাকতত ওলোৱা খবৰ এটা আছিল এনেধৰণৰ— 'বৃহস্পতিবাৰে কেইবামাহো সগৰ্ভা এগৰাকী মহিলাক চাৰ্পেনটাইন নদীৰপৰা তুলি, কুইন ষ্ট্ৰীট ব্ৰম্পটনত থকা তেওঁৰ বাসস্থানলৈ নিয়া হয়। প্ৰায় দুসপ্তাহ ধৰি

তেওঁৰ শুংসূত্ৰ পোৱা হোৱা নাছিল। তেওঁৰ আঙুলিত এটা বহুমূলীয়া আঙুঠি আছিল। আত্মসম্মান হানিকৰ কাৰ্য্যৰ বাবেই তেওঁ এই পন্থা ল'লে বুলি অনুমান কৰা হৈছে। তেওঁৰ স্বামী বাহিৰত থাকে।"

কুইনষ্ট্ৰীটৰ কচহকথাৰ মেলমৰাবোৰে যি খ'ত খবৰ গোটাব পাৰিছিল তাকে পাগুলি আছিল। সিহঁতে শুনা মতে হেৰিয়েটে তাইৰ গিৰিয়েকৰপৰা চিঠিপত্ৰ নোপোৱা হ'ল, কাৰণ তাইৰ ভাৰাঘৰৰ মালিকনীয়ে সেইবোৰ তাইলৈ পঠাই নিদিয়া হ'ল। গিৰিয়েক যে কেতিয়াবা তাইৰ কাষলৈ ঘূৰি আহিব সেই আশা তাই এৰি দিলে। হতাশাত পোত গৈ তাই ব্যভিচাৰিণী হ'ল। প্ৰথমতে তাই সৈন্য বাহিনীৰ বিষয়া এজনৰ সৈতে থাকিবলৈ ল'লে। তেওঁৰ ৰেজিমেণ্ট ভাৰতলৈ বদলিৰ নিৰ্দ্দেশ আহিলত তেওঁ তাইক এৰিব লগা হ'ল। জীৱনৰ নিঃসঙ্গতা সহ্য কৰিব নোৱাৰি, তাই তলৰ শ্ৰেণীৰ মানুহ এটাৰ লগ ল'লে। বৃত্তিত সি বোধহয় ঘোঁৰাচহিচ আছিল। সিও তাইক এৰিলে। বেষ্টব্ৰুক পৰিয়ালে তাইৰ ওচৰৰপৰা তাইৰ ল'ৰা-ছোৱালীহালক আঁতৰাই নিলে। তাইক তেওঁলোকে পুনঃ আঁকোৱালি নল'লে। সেই সময়ত তাই সগৰ্ভা আছিল বুলি শুনা যায়। তদুপৰি নিতান্ত নিঃসঙ্গ। আহি থকা দুৰ্নামৰ কথা ভাবি আতংকত তাই শিয়ৰি উঠিল। ইয়াৰ পিচত নদীত তাইৰ মৃতদেহটো পোৱা গ'ল।

অত্যন্ত ভয় বিহ্বলতাৰ এটা নিশা শ্যেলীয়ে পাৰ কৰালে। ..."কেইমাহো সগৰ্ভা...।" তাইৰ জীৱনৰ কি কৰুণ পৰিণতি! ...কি যে বলিয়ালি... হেৰিয়েটৰ অনেক টুকুৰাটুকুৰ স্মৃতি তেওঁৰ মনৰ পটত উদ্ভাসিত হৈ উঠিল, জোৰ কৰিও তেওঁ সেইবোৰ চেপি ৰাখিব নোৱৰা হ'ল, হেৰিয়েটৰ শেষ দৃশ্যটো সমস্ত বীভৎসতাৰে জলজল পটপটকৈ তেওঁৰ চকুত ভাঁহি উঠিল। ...প্ৰেমাসক্তা হেৰিয়েট, ভীতা হেৰিয়েট, হতাশাগ্ৰস্তা হেৰিয়েট... প্ৰতিখন মুখেই, প্ৰতিটো প্ৰকাশেই তেওঁৰ অতি চিনাকি। হেৰিয়েট— এই এটা নাম যিটো কেইবছৰমান তেওঁৰ বাবে আছিল সমস্ত জগতখনৰ সমাৰ্থক। আৰু ভবিষ্যতৰ বাবে এই নামটো জড়িত হ'ব যি অতিশয় নীচ আৰু ঘৃণনীয় তাৰ লগত। "মোৰ পত্নী হেৰিয়েট এজনী বেশ্যা! মোৰ পত্নী হেৰিয়েট আত্মঘাতক!"

মাজে মাজে আত্মবিশ্লেষণৰ মুহূৰ্ত্ত একোটাত, হেৰিয়েটৰ এই গ্লানিময় পৰিণতিৰ বাবে তেঁৱেই দায়ী নেকি বুলি শ্যেলীয়ে নিজকে প্ৰশ্ন কৰিছিল।

কিন্তু এই ভাবটো তেওঁ সমস্ত সন্তুৰপৰ শক্তিৰে মনৰপৰা আঁতৰাই পেলাইছিল। "মই মোৰ কৰ্তব্য কৰিছিলোঁ। সদায়ে, জীৱনৰ প্ৰতিটো উপলক্ষতে, মই যিটো স্বাৰ্থশূন্য আৰু কৰ্তব্যনিষ্ঠ বুলি বুজিছোঁ তাকেহে কৰিছোঁ। তেওঁক পৰিত্যাগ কৰাৰ সময়ত তেওঁৰ প্ৰতি মোৰ প্ৰেম নাছিল। মোৰ সামৰ্থ্য অনুযায়ী আনকি মোৰ সামৰ্থ্যৰ বাহিৰলৈ গৈয়ো, মই তেওঁৰ ভৰণপোষণৰ দায়িত্ব লৈছিলোঁ। তেওঁক মই নিৰ্দ্দয়ভাৱে কদাপি ব্যৱহাৰ কৰা নাছিলোঁ... সেই জঘন্য ৱেষ্টব্ৰুক পৰিয়ালটোৱেহে তাইক দুৰ্ব্যৱহাৰ কৰিছিল। ... মোৰ প্ৰকৃতিস্থতা আৰু মোৰ জীৱন, মোৰ প্ৰতি আনুগত্যবিহীন, আৰু নিম্ন স্তৰৰ এক ব্যক্তিৰ বাবে মই বিসৰ্জ্জন দিব লাগিছিল নেকি?"

তেওঁৰ যুক্তিয়ে উত্তৰ দিলে, 'নালাগিছিল'। স্নেহ আৰু সতৰ্কতাৰে তেওঁক ঘেৰি ৰখা হ্গ আৰু পিককে ক'লে, 'নালাগিছিল'। তেওঁ যে তেনে কৰিব নালাগিছিল সেই কথাটোকে বাৰম্বাৰ তেওঁক সোঁৱৰাই থাকিবলৈ তেওঁ হ্গ আৰু পিকক অনুৰোধ কৰিলে, কাৰণ মাজে মাজে তেওঁৰ ভাব হৈছিল যেন হেৰিয়েটৰ প্ৰতি তেওঁৰ কিবা অব্যক্ত অতিমানৱিক দায়িত্ব আছিল আৰু সেই দায়িত্ব পালন কৰাত তেওঁ ব্যৰ্থ হ'ল। "পৰম্পৰাগত বন্ধন ছিন্ন কৰি পেলাওঁতে ব্যক্তিয়ে তেওঁৰ মাজত নিহিত থকা এনে কিছুমান অজ্ঞাত শক্তি উন্মুক্ত কৰি দিয়ে যিবোৰৰ পৰিণতি তেওঁ আগতীয়াকৈ দেখা নাপায়। ...স্বাধীনতা কেৱল বলীৰ বাবেহে উপযোগী... উপযুক্ত জনৰ বাবেহে স্বাধীনতা। ... হেৰিয়েটৰ মনটো দুৰ্বল আছিল।" হেৰিয়েটৰ সেই সৰু মূৰটো,—শিশুৰ দৰে মূৰটো, ঈষৎ সোণালী চুলিৰ মূৰটো, পানীত ডুবি মৰা হেৰিয়েটৰ সেই মূৰটোৰ ছবিখনে তেওঁৰ মনত ঘনে ঘনে ভুমুকি মাৰিবলৈ ল'লে।

পিচদিনা তেওঁ মেৰীলৈ এখন দীঘলীয়া প্ৰেমপত্ৰ লিখিলে। হেৰিয়েটৰ বিপৰীতে মেৰীৰ শান্ত, ধীৰ-স্থিৰ স্বভাৱৰ তেওঁ প্ৰশংসা কৰিলে। তেওঁ তাইক তেওঁৰ দুই হতভাগ্য শিশু—আয়াস্থে আৰু চাৰ্লচৰ মাতৃস্বৰূপা হ'বলৈ অনুৰোধ কৰিলে। শ্যেলীৰ উকীলে তেওঁক সেইমাত্ৰ জনাইছিল যে তেওঁ নাস্তিক মতবাদৰ পোষকতা কৰা বাবে আৰু মেৰী গডউইনৰ লগত থকা তেওঁৰ বিবাহবহিৰ্ভূত স্বামী-স্ত্ৰীৰ সম্পৰ্কৰ হেতুকে, তেওঁৰ নিজৰ ল'ৰাছোৱালীহঁতৰ অভিভাবক হোৱাৰ যি অধিকাৰ আছে, ৱেষ্টব্ৰুক

পৰিয়ালে তাৰ বিৰোধিতা কৰিব। এনে মতাদৰ্শ আৰু এনে ধৰণৰ অসামাজিক জীৱন ধাৰণ কৰাৰ বাবে সিহঁতক ডাঙৰদীঘল কৰাৰ অধিকাৰ শ্যোলীৰ নাই বুলি তেওঁলোকে ক'ব।

---

||২৫||

# যি খেলৰ যি ৰীতি

ধৰ্মীয় পৰম্পৰা বা অনানুষ্ঠানিক যি প্ৰকাৰে নহওক লাগে, পৰস্পৰে গভীৰভাৱে অনুৰক্ত আৰু বিশ্বস্ত এহাল প্ৰেমিকৰ বাবে বিবাহ কাৰ্য্যই কিদৰে তেওঁলোকৰ সুখ-সন্তোষ বৃদ্ধি কৰিব পাৰে? ঘটনাটোৱে প্ৰমাণ কৰিলে যে ই অন্ততঃ পণ্ডিতৰ গোমোঠা মুখত হাঁহি বিৰিঙাব পাৰে। জীয়েক মেৰীক পলুৱাই নিয়াটোৱে তাইক এটা সন্মানজনক স্থিতি দিবলৈ ওলাইছে, আৰু পিচত তাই লেডী শ্যেলী হ'বগৈ বুলি জানিব পাৰি গডউইনৰ মুখত এক অবিশ্বাস্য সন্তোষৰ চিন ফুটি উঠিল। ইয়াৰদ্বাৰা তেওঁ প্ৰাক্তন শিষ্যৰ মনত তেওঁৰ চৰিত্ৰৰ প্ৰতি এক পুৰাপুৰি অৱজ্ঞাৰ সৃষ্টি কৰিলে।

হেৰিয়েটৰ মৃত্যুৰ ইমান কম সময়ৰ ভিতৰতে বিবাহানুষ্ঠান সম্পন্ন কৰাটো শোভনীয় নহ'ব বুলি শ্যেলীৰ মনত কিছু সঙ্কোচৰ সৃষ্টি হৈছিল, কিন্তু সামাজিক সৌজন্যৰ অধিকাৰসকলে ঘোষণা কৰিলে যে প্ৰকৃতিয়ে ইতিমধ্যে দুবাৰ শুভাশীষ দান কৰাৰ পিচত [অৰ্থাৎ দুটা সন্তান জন্ম হোৱাৰ পিচত] যাজকীয় শুভানুমোদন লাভ কৰাৰ ক্ষেত্ৰত আৰু অধিক বিলম্ব কৰা নচলিব।

প্ৰথমগৰাকী শ্ৰীমতী শ্যেলীৰ শৱদেহ চাৰ্পেনটাইন নদীৰপৰা উদ্ধাৰ কৰাৰ এপষেক পিচতে, ব্ৰেড ষ্ট্ৰীটৰ চেইণ্ট মিলড্ৰেদ গীৰ্জাত, যাজক এজনৰ দ্বাৰা মেৰী আৰু পাৰ্চিৰ বিবাহানুষ্ঠান সম্পন্ন হ'ল। সাক্ষী হিচাপে ৰ'ল আকৰ্ণ বিস্তৃত হাঁহিৰে গডউইন, আৰু মুখত কাঠ হাঁহিৰে, অতি দাম্ভিক শ্ৰীমতী গডউইন। সেইদিনা পদ্মিয়া, ঘৰ এৰি গুচি যোৱাৰ পিচত প্ৰথমবাৰৰ বাবে শ্যেলী পৰিয়ালে স্কিনাৰ ষ্ট্ৰীটত ৰাতিৰ সাজ খালে।

সেইদিনাৰ ভোজটো আছিল এক বিষণ্ণ ব্যাপাৰ। সেই সৰু ভোজনকক্ষটোত ফেণীয়ে যেন ইফালে সিফালে অহাযোৱা কৰি ফুৰিছিল; এচুকত যেন তাইৰ বিবাহিত জীৱনৰ প্ৰথম দিনবোৰৰ হেৰিয়েটজনী

বহি আছিল। সিহঁতৰ ক্লিষ্ট আৰু অতৃপ্ত আত্মাবোৰে যেন ভোজনকক্ষত বাৰে বাৰে দেখা দি জীৱিতসকলক উৎপীড়ন কৰিছিল। পুৱা সমাপ্ত হৈ যোৱা বিবাহ অনুষ্ঠানৰ পিচত গডউইনৰ খংভাব নাইকিয়া হ'ল, তাৰ ঠাই মাৰ্জ্জিত ভদ্ৰভাবৰ আধিক্যইহে অধিকাৰ কৰিলে, তৎসত্ত্বেও অতীতৰ বহুত স্মৃতিয়ে অতিথিসকলক মন খুলি ৰং তামাচা কৰাত বাধা দিলে।

সেই নিশা মেৰীয়ে তাইৰ দিনপঞ্জীত এইদৰে লিখিছিল--- 'লণ্ডনলৈ যাওঁ। এক বিবাহ অনুষ্ঠান সামাধা হ'ল। ছবি আকোঁ। লৰ্ড চেষ্টাৰফিল্ড আৰু লকৰ ৰচনা পঢ়িলোঁ।" মেৰী ডাঠ মনৰ ছোৱালী আছিল। সহজে বিচলিত হোৱাবিধৰ নহয়। পানীত ডুবি জীৱনৰ অন্ত পেলোৱা বেচেৰী হেৰিয়েটে তাইৰ মনত কোনো দাগ কাটিব নোৱাৰিলে।

* * *

যি কি নহওক, এনে এখন চমৎকাৰ বিয়াৰ কথা গডউইন বংশ পৰিয়ালৰ সকলোৰে জনা উচিত। দাৰ্শনিকগৰাকীয়ে হাল গডউইনলৈ লিখিলেঃ

"স্নেহৰ ভাই,

তোৰ নিজৰে এটা পৰিয়াল আছে। সৰু পুলি এটা কিমান বেগেৰে বাঢ়ি ওখ গছ এজোপা হয়গৈ সেই কথা নিজৰ ল'ৰা-ছোৱালী চায়েই ক'ব পাৰিবি। নহ'লে তই বিশ্বাসেই নকৰিলিহেঁতেন যে সৌ সিদিনা মাথোন ওপজা মোৰ ল'ৰাটো এতিয়া চৈধ্য বছৰীয়াটো হ'ল, আৰু মোৰ ছোৱালীজনী উনৈশ পাৰ হৈ বিছত সোমাইছে। মই তোক ক'ব খোজা খবৰটো হ'ল যে অলপ আগতে মই এই দীৰ্ঘদেহী ছোৱালীজনীৰ সৈতে তাইক বিয়া দিবলৈ গীৰ্জালৈ গৈছিলোঁ। তাইৰ গিৰিয়েক চাচেক্স অঞ্চলৰ অন্তৰ্গত ফিল্ড প্লেচৰ বাসিন্দা, বেৰণ চাৰ টিমথি শেলীৰ বৰ পুতেক। গতিকে বিষয়ী দৃষ্টিৰে চালে তাইৰ ভাল বিয়াই হৈ গৈছে, আৰু ডেকাটিয়েও স্বামী হিচাপে নিজৰ উপযুক্ততা প্ৰমাণ কৰিব বুলিয়েই মোৰ আশা। হাতত ফুটা কড়ি এটাও সম্বল নথকা ছোৱালী এজনীৰ এনে এটা সম্বন্ধ কেনেকৈ হ'ল সেই কথা ভাবি তই নিশ্চয় আচৰিত

হৈছে। পিছে জীৱনত ভাগ্যচক্ৰৰ উত্থান-পতন এনেকুৱাই। তুলনামূলকভাৱে, মই নিজে ধন সম্পত্তিৰ ওপৰত সিমান গুৰুত্ব নিদিওঁ। এতিয়া তাই সন্মানীয়, সৎ আৰু সন্তোষৰ জীৱন এটা কটাব পাৰেনে নোৱাৰে সেইটো তাইৰ ভাগ্যৰ কথা।”

চিঠিখনৰ শেষত পাৰ হৈ যোৱা বৰদিনত গাহৰিৰ পীৰা এটা আৰু টাৰ্কি চৰাই এটা তেওঁলৈ পঠোৱা বাবে গডউইনে ভায়েকক ধন্যবাদ দি এশাৰী লিখিছিল।

শ্যেলী আৰু মেৰীৰ মাজত আনুষ্ঠানিক বিবাহৰপৰা এটা ডাঙৰ লাভ হ’ল। অবিবাহিত তিৰোতাক পত্নী হিচাপে ৰখাৰ অভিযোগ আনি শ্যেলীৰ নিজৰ ল’ৰা-ছোৱালীহালৰ অভিভাৱকত্বৰপৰা বঞ্চিত কৰিবলৈ বিচৰাবোৰৰ এতিয়া মুখ বন্ধ হ’ল। ৱেষ্টব্ৰুক পৰিয়ালে কিন্তু নেৰিলে। অৱসৰপ্ৰাপ্ত ৰিপাব্লিকানজনৰ উপদেশ অনুসৰি তিনিবছৰীয়া আয়াম্থে আৰু দুবছৰীয়া চাৰ্লচে লৰ্ড চেঞ্চেলাৰলৈ এখন আৰ্জি পেচ কৰিলে। তাত এইদৰে লিখা আছিলঃ “আমাৰ পিতাই নিজকে সদায় নিৰীশ্বৰবাদী বুলি কয়। তেওঁ ‘কুইন মাব’ বুলি টীকা-টিপ্পনীসমেত এখন কিতাপ, আৰু আন আন ৰচনাও লিখিছে। সেই সকলোতে তেওঁ বিশ্ব চৰাচৰৰ সৃষ্টিকৰ্ত্তা হিচাপে ঈশ্বৰৰ অস্তিত্ব, বিবাহ অনুষ্ঠানৰ পৱিত্ৰতা, আৰু নৈতিক আদৰ্শগত সমস্ত ৰীতি-নীতি নিন্দা কৰি অস্বীকাৰ কৰিছে।” সেই কাৰণে, এই মুচিতে পকা আৰু সজ শিশুকেইটিৰ মতে সিহঁত হালৰ জীৱন আৰু ভাগ্যৰ দায়িত্ব অযোগ্য বাপেকৰ হাতত দিব নালাগে, সন্দেহাতীতভাৱে নিৰ্মল চৰিত্ৰৰ কোনো লোকৰ হাততহে দিব লাগে। ককাক (মাকৰ দেউতাক) বা জেঠায়েক দয়াৱতী এলিজা তেনে উপযুক্ত লোক বুলি আৰ্জিখনত উল্লেখ কৰা হৈছিল।

শ্যেলীৰ উকীলে ‘কুইন মাব’ৰ সমৰ্থনত একো নক’লে; সেই সময়ত আৰু সেই স্থানত অৰ্থাৎ কৰ্ট অফ্ চাঞ্চাৰীত একো ক’ব লগা নাছিলোঁ। উনৈছ বছৰীয়া ল’ৰা এটাই লিখা ৰচনা এখনৰ গুৰুত্ব যে নাই সেই কথা প্ৰতিপন্ন কৰাতহে তেওঁ জোৰ দিছিল।

“বিবাহ প্ৰথাৰ বিৰুদ্ধে শ্যেলীৰ সমালোচনামূলক কথাবতৰা আৰু লেখা মেলা সত্ত্বেও, মিঃ শ্যেলীয়ে পঁচিছ বছৰ হোৱাৰ আগতেই দুবাৰ বিয়া কৰাইছে। যি স্বেচ্ছাচাৰী বন্ধনৰ প্ৰতি তেওঁৰ ইমান ঘৃণা

আৰু ত্ৰাস, সেই বন্ধনৰপৰা এবাৰ মুক্ত হৈয়ে তেওঁ আকৌ জেনেকুৱা এটা নতুন বেহ্ত সোমাই পৰে, আৰু এনে ভয়ানক স্বেচ্ছাচাৰিতাৰ যেন ইচ্ছাপ্ৰণোদিত বলি হৈ পৰে। কথা আৰু কাৰ্য্যৰ মাজৰ এহ চকুত পৰা বৈসাদৃশ্য বিবেচনা কৰি, লৰ্ড চেঞ্চেলাৰ মহাশয়ে এই ল'ৰামতীয়া আৰু অৰ্থহীন ৰচনাখনৰ সম্পৰ্কত কঢ়া মনোভাব লল'ব বুলি আশা কৰা হ'ল।" ল'ৰা-ছোৱালীহালক মাকৰ পৰিয়ালৰ তত্ত্বাৱধানত থোৱা সম্পৰ্কে এইদৰে কোৱা হ'লঃ "মিঃ ৱেষ্টব্ৰুক সম্পৰ্কত এই কথা ক'বই লাগিব যে তেওঁ পূৰ্বতে এখন কফিৰ দোকান চলাইছিল, আৰু তেওঁ মিঃ শ্যেলীৰ ল'ৰা-ছোৱালীহালৰ অভিভাৱক হ'বৰ বাবে কদাপি যোগ্য নহয়।" মিচ ৱেষ্টব্ৰুক সম্পৰ্কে যে আৰু বেছি স্পষ্ট অভিযোগঃ "তাই অশিক্ষিত আৰু অমাৰ্জিত। তাইৰ উপদেশ আৰু সক্ৰিয় সহযোগতহে আৰু সম্ভৱতঃ তাই আগগুৰি ধৰি দিলতহে ঊনৈছ বছৰীয়া শ্যেলীয়ে সোতৰ বছৰীয়া হেৰিয়েটক পলুৱাই নি স্কটলেণ্ডত বিয়া কৰাবগৈ পাৰিছিল। যিগৰাকী মিচ ৱেষ্টব্ৰুকৰ নাম এতিয়া অভিভাৱকত্বৰ সম্পৰ্কত ওলাইছে, সেই সময়ত তেওঁ আছিল ত্ৰিছ বছৰীয়া। ভনীয়েকৰ বন্ধু আৰু অভিভাৱক হিচাপে তেওঁ যথোচিত নিজ কৰ্ত্তব্য তেতিয়া কৰাহেঁতেন, দুয়োটা পৰিয়ালে এই সমস্ত অপযশ আৰু দুৰ্গতিৰ হাত সাৰিব পাৰিলেহেঁতেন।"

শ্যেলীৰ উকীলে মক্কেলৰ মোকৰ্দমা জিকিবৰ বাবে কৰা তৰ্কত, মক্কেলৰ নিজৰ নামত তেওঁৰ ডেকাকালৰ অভিমতবোৰ অস্বীকাৰ কৰাটো শ্যেলীৰ মনত অতিশয় ভণ্ড আৰু জঘন্য কাৰ্য্য হৈছিল। সেইবাবে তেওঁ লৰ্ড চেঞ্চেলৰক লিখিতভাৱে জনালে যে বিবাহ সম্পৰ্কত তেওঁৰ মতৰ কোনো সলনি হোৱা নাই, আৰু দুই চাৰিটা কাম প্ৰচলিত সামাজিক প্ৰথা অনুযায়ী হৈছে যদিও, সেই প্ৰথাবোৰ সমালোচনা কৰাৰ স্বাধীনতা তেওঁ ৰাখিছে।

লৰ্ড চেঞ্চেলৰ মহাশয়ে যি ৰায় দিলে তাৰ সাৰাংশ থুলমূলকৈ এনেধৰণৰঃ "মিঃ শ্যেলীয়ে যি আদৰ্শ অনুযায়ী তেওঁৰ ল'ৰা-ছোৱালীহাল ডাঙৰদীঘল কৰিব বুলি ঘোষণা কৰিছে সেই আদৰ্শ তেওঁৰ বিবেচনাত সৎ আৰু নৈতিক হ'লেও মোৰ দৃষ্টিত নহয়। আইনৰ পিনৰপৰা সেইবোৰ অসৎ আৰু অনৈতিক। সেইবাবে মই এনে পৰিস্থিতিত তেওঁক

ল'ৰা-ছোৱালী দুটাৰ অভিভাবকত্ব ল'বলৈ দিব নোৱাৰোঁ।"

কিন্তু লৰ্ড চেঞ্চেলাৰ মহাশয়ে ল'ৰা-ছোৱালীহালৰ অভিভাবকত্ব জঘন্য বেষ্টব্ৰুক পৰিয়ালৰ হাততো ন্যস্ত কৰিবলৈ মান্তি নহ'ল। তেখেতে সিহঁতক মিঃ হিউম নামেৰে সৈন্যবিভাগৰ এজন ডাক্তৰৰ তত্ত্বাৱধানত ৰাখিবলৈ হুকুম দিলে। তেওঁৰ ঘৰ আছিল হেনৱেল বোলা ঠাইৰ ব্ৰেণ্ট এ'শু লডজত। চৰ্ত্ত হ'ল যে সাতবছৰ বয়স হ'লে তেওঁ ল'ৰাটোক কোনো নিষ্ঠাবান যাজকৰ তত্ত্বাৱধানত এখন ভাল বেচৰকাৰী স্কুলত ভৰ্ত্তি কৰি দিব। কণমানি আয়ান্থেক শ্ৰীমতী হিউমে ঘৰতে ডাঙৰদীঘল কৰিব। ৰাতিপুৱা নিয়মিতভাৱে প্ৰাৰ্থনা কৰাৰ আৰু খোৱাৰ আগতে ভগবানক স্মৰণ কৰাৰ অভ্যাসটো তাইক তেওঁ কৰাব। শ্ৰীমতী শ্যেলীয়ে তাইৰ হাতত উৎকৰ্ষ সাধক কিতাপপত্ৰ আৰু আহিলাপাতি দিব, আৰু কিছু দূৰ পৰ্য্যন্ত কবিতা পাঠ কৰাটোত তাইক উৎসাহ যোগাব। যেনে, শ্যেক্সপীয়েৰ পঢ়িবলৈ দিব পাৰিব, কিন্তু সযত্নে পৰিশোধিত কৰা পাঠহে দিব পাৰিব। মুঠ খৰচ হ'ব, প্ৰত্যেকৰে বাবে এশ পাউণ্ডকৈ। মিঃ শ্যেলীয়ে ইচ্ছা কৰিলে বছেৰেকত বাৰ বাৰ সিহঁতক দেখা কৰিব পাৰিব, পিছে ডাঃ আৰু শ্ৰীমতী হিউমৰ উপস্থিতিতহে পাৰিব। মিঃ জন ওৱেষ্টব্ৰুকেও সমানসংখ্যকবাৰেই সিহঁতক দেখা কৰিব পাৰিব, কিন্তু ইচ্ছা কৰিলে তেওঁ হিউমহঁত এগৰাকীও লগত নথকাকৈয়ে পাৰিব।

এই ৰায় শ্যেলীৰ মনত অতি তিক্ততাপূৰ্ণ যেন লাগিল। ক'বলৈ গ'লে ইয়াৰদ্বাৰাই শ্যেলীক চৰকাৰীভাৱে, আৰু যুক্তিসম্মত আৰু নাতিকঠোৰ নিয়ম-নিৰ্দেশনাৰ জৰীয়তে, সভ্য মানুহৰ সংসৰ্গৰপৰা একপ্ৰকাৰে বহিষ্কৃত কৰা হ'ল। যেন তেওঁক সংশোধনৰ বাহিৰৰ গণ্ডীলৈ অৱনমিত কৰা হ'ল।

* * *

আদালতত গোচৰটো চলি থকা সময়তে শ্যেলীয়ে গ্ৰেট মাৰ্ল' নামৰ গ্ৰাম্যাঞ্চল এটাত সুন্দৰ ঘৰ এটা কিনিলে। শেহান্তৰত এৰিয়েলেও আন মানুহৰ দৰেই এটা ঘৰ থকাটো ভাল বুলি ভাবিলে। তাৰে এটা কোঠা পুথিভঁৰালৰ বাবে চিজিল লগোৱা হ'ল। কোঠাটো বেচ ডাঙৰ

আছিল— গাঁৱৰ বল নাচ নচা কোঠা এটাৰ সমানে আহলবহল। ভেনাচ আৰু এপল'ৰ মূৰ্ত্তিৰে ইয়াক সুসজ্জিত কৰা হ'ল! ঘৰটোৰ সন্মুখত বৰ ডাঙৰ এখন বাগিচা আছিল। ১৮১৭ চনৰ জহকালি আৰু শৰত কালত দুটা শিশুৱে তাত খেলি থকা দেখা গৈছিল। সিহঁত দুটা আছিল উইলিয়াম শ্যেলী আৰু ক্লাৰা শ্যেলী। অসাধাৰণ সৌন্দৰ্য্যৰ গৰাকী তৃতীয় এটি শিশুও তাত আছিল। তাইৰ নাম আছিল আলবা। লৰ্ড বাইৰণ আৰু ক্লেয়েৰৰ জীয়েক। তাইৰ বাপেকে সেই সময়ত ভেনিচত এটা উচ্ছৃংখল জীৱন যাপন কৰি আছিল বুলি শুনা গৈছিল। ক্লেয়েৰে তেওঁৰপৰা একো খা-খবৰ পোৱা নাছিল।

সদ্যসমাপ্ত আদালতৰ বিচাৰবোৰে শ্যেলীৰ চেহেৰাপাতিৰ ওপৰত ছাপ বহুৱাইছিল। মানুহজন খীণালে, দেখাত বেমাৰী যেন লগা হ'ল, আৰু আগতকৈও বেছি কুঁজা হ'ল। গাৰ একাষত ইমান বিষ হ'ল যে তাৰ কষ্টত ৰাতি শুব নোৱৰা হ'ল। ডাক্তৰবোৰে ৰোগ আৰোগ্য কৰিব নোৱাৰি তাক 'স্নায়বিক ব্যাধি' বুলি কৈ থ'লে।

শ্যেলীৰ মন বিষাদগ্ৰস্ত হ'ল। জীৱনত ইতিমধ্যে তেওঁ বহুত দুঃখ কষ্ট পালে। ভাল বুলি ভাবি কৰা কাম একোটাৰ ইমান বিপৰীত ফল হয়গৈ যে যি কোনো কামকে কৰিবলৈ তেওঁৰ ভয় লগা হ'ল। জনসমাগমৰপৰা নিলগত থকাৰ কিবা এক অব্যক্ত বাসনা তেওঁৰ হ'বলৈ ল'লে, কাৰণ মানুহৰ সংগ বিপজ্জনক বুলি তেওঁৰ অভিজ্ঞতাই তেওঁক শিকালে। কোন মানুহৰ ক'ত কেতিয়া কেনে প্ৰতিক্ৰিয়া হয় আগধৰি কোৱা টান হয়, আৰু মানুহক প্ৰচণ্ড আবেগে উদ্বেলিত কৰে। বাস্তৱ জগতখনৰ সংস্কাৰসাধন ইমান অসাধ্য যেন লগা হ'ল যে প্ৰেম বা ঘৃণাৰ উপলব্ধি তেওঁ তাত বিচাৰিবলৈ এৰি, অধিক নমনীয় আৰু দ্ৰুতবৰ্ধিষ্ণু জগতখনত তাক বিচাৰিবলৈ ল'লে। অস্পষ্ট আৰু অবাস্তৱ কাব্যিক বিষয়বস্তু কিছুমান যেন তেওঁৰ চতুৰ্দিশে ঘূৰি ফুৰিবলৈ ধৰিলে, আৰু তেওঁৰ বিষণ্ন চিন্তাৰদ্বাৰা পৰিপুষ্ট হৈ সিহঁতে তেওঁৰ কাৰ্য্যক্ষমতাৰ বিনিময়ত, স্বকীয় ৰূপ ধাৰণ কৰিবলৈ ল'লে।

যি কাল্পনিক সৌধ আৰু স্ফটিকতুল্য হৰ্ম্যৰাজিয়ে কুঁৱলীৰ পাতল আবৰণেৰে বাস্তৱ জগতখন তেওঁৰপৰা অতদিনে ঢাকি ৰাখিছিল, সেইবোৰ যেন এতিয়া পৃথিবীখনৰপৰা বিচ্ছিন্ন হৈ গ'ল, আৰু কিবা এক অদৃশ্য

শক্তিৰদ্বাৰা আকৃষ্ট হৈ শ্যেলীৰ মনোজগতত সিহঁত ওপঙিবলৈ ধৰিলে। সিহঁত অস্তিত্বহীন হৈ নগ'ল, কিন্তু অস্বচ্ছভাৱে অবিমিশ্র কাব্যৰ ৰূপত প্রকাশিত হ'ল। সংসাৰখনক এতিয়া বাস্তৱ ৰূপত শ্যেলীয়ে দেখিবলৈ পালে— কর্ষণ কৰিবলৈ কষ্টকৰ ধূসৰ ভূমি, পুৰুষৰ কঠোৰ চাৱনি, আবেগ আৰু উত্তেজনাৰে অস্থিৰ নাৰী, নিষ্ঠুৰ আৰু প্রতিবন্ধকতাকাৰী সমাজ যাৰ সংসর্গৰপৰা আঁতৰি যাবলৈ শ্যেলী ইচ্ছুক।

তেওঁৰ মনোজগত অধিকাৰ কৰি থকা কবিতাটো আছিল এক আদর্শ বিপ্লবৰ কাহিনী। ৰক্তপাতৰ দৃশ্যাৱলী ইয়াত তেওঁ সন্নিৱিষ্ট কৰিবলৈ নিবিচাৰিলে। ফৰাচী বিপ্লব তেওঁৰ প্রেৰণাৰ উৎস আছিল, কিন্তু তাৰ লগত জড়িত ৰক্তপাত আৰু হত্যাৰ ঘটনাবোৰ তেওঁ সমর্থন নকৰিছিল। তেওঁৰ মতে সেইবোৰে বিপ্লবটোক পথচ্যুত কৰিছিলে। শ্যেলীৰ কল্পিত বিপ্লব হ'ব এহাল প্রেমিকৰ কার্য্য। কেৱল এগৰাকী নাৰীৰ প্রেমেহে মনলৈ অত্যুচ্চ সাহস যোগাব পাৰে বুলি তেওঁ ব্যক্তিগত অভিজ্ঞতাৰপৰা উপলব্ধি কৰিছিলে।

শ্যেলীয়ে দুটা চৰিত্র আঁকিব—লেও (Laon) আৰু চিথনাৰ (Cythna)। সেই দুটা হ'ব তেওঁৰ নিজৰ আৰু মেৰীৰ ৰূপান্তৰিত চিত্র। তেওঁ সিহঁতক নিজৰ মতাদর্শ প্রতিষ্ঠা কৰিবলৈ গৈ শূলত জীৱন আহুতি দিয়া দেখুৱাব—তেওঁ নিজেই তেনে এটা পৰিস্থিতিৰ সন্মুখীন হ'বলৈ পিচ নুহঁহকিলহেঁতেন। লেলিহান অগ্নিশিখাৰ মাজত সিহঁতে পৰস্পৰে শেষবাৰলৈ চুমা খাব,—এনে মধুৰ সেই চুমা যে সি তেওঁলোকৰ তীব্র যন্ত্রণাৰ মুহূর্তক এক অনির্বচনীয় ইন্দ্রিয়বিলাসী ভাবাবেশলৈ পর্য্যবসিত কৰিব। প্রেমিক যুগলে পৰস্পৰৰ ভাব আৰু দুঃখ কষ্টৰ সমভাগী নহ'লে প্রেমে পূর্ণতা লাভ নকৰে বুলি শ্যেলীয়ে বিশ্বাস কৰিছিল। তেওঁ আৰু মেৰীয়ে এই সময়ত বিয়া-বাৰু কৰাই বেচ আৰামেৰে আৰু সুখে সন্তোষেৰেই আছে। দেখাতো তেওঁলোকে অনাগত দিনবোৰত এক সহজ জীৱনেই যাপন কৰিব। কিন্তু এই গতানুগতিক সুখ স্বাচ্ছন্দ্যৰ জীৱনৰপৰা তেওঁ ওলাবলৈ বিচাৰিছিল। তেওঁ এনে এক কল্পিত জীৱনৰ চিত্র আঁকিব য'ত তেওঁক অন্য যুগত অন্য দেশত এক কণ্টকাকীর্ণ কিন্তু মহত্তম আদর্শেৰে অনুপ্রাণিত জীৱন নির্বাহ কৰা দেখুৱাব।

টেমচ নদীৰ গর্ভত থকা সৰু সৰু চৰবোৰত তেওঁ সময় কটায়।

'সেইবোৰ ঠাইত ৰাজহাঁহে বাহ সাজে। ওখ ওখ ঘাঁহবোৰে আঁৰ কৰি ৰখা নাওৰ তলীত দীঘল দি পৰি তেওঁ ওপৰৰ সঘনে সলনি হৈ থকা আকাশখনলৈ একনিবিষ্টভাৱে চাই চাই আতে তেওঁক অনুপ্ৰেৰণা বিচাৰে। ক্ষণস্থায়ী ভাৱৰবোৰৰ ৰঙৰ সানমিহলি আৰু আকাৰপ্ৰকাৰ চাই শ্যেলীয়ে অসীম আনন্দ উপভোগ কৰিছিল। সৌন্দৰ্য্যৰ অতি ক্ষণস্থায়ী, বিলীয়মান অভিব্যক্তিকো তাৰ সমানেই দীপ্তিমান আৰু লঘু শব্দৰাজিৰ বেষ্টনীত আবদ্ধ কৰি ৰখাটোৱেই তেওঁৰ জীৱনৰ প্ৰকৃত লক্ষ্য বুলি তেওঁ উপলব্ধি কৰিছিল আৰু দিনক দিনে এই প্ৰত্যয় তেওঁৰ দৃঢ়তৰ হৈছিল।

এই অভীষ্ট কাৰ্য্যত ব্যস্ত থাকোঁতেই গোটেই জহকালিটো গ'ল। ইয়াৰ পিচত তেওঁ লণ্ডনলৈ যাব লগা হ'ল। টকা-পয়চাই দিনক দিনে নোজোৰা হৈ আহিছে। কেইবাটাও প্ৰাণীক পোহপাল দিয়াৰ দায়িত্ব তেওঁৰ। মেৰী আৰু নিজৰ ল'ৰা-ছোৱালীকেইটাৰ বাহিৰেও, ক্লেয়েৰে আৰু এলেগ্ৰাকো তেৱেঁই ভৰণ-পোষণ দিব লাগে। ইয়াৰ বাহিৰেও গডউইনৰ গোটেই ঘৰখনো প্ৰায়ে তেওঁৰ টেটুতেই ওলমে। তেওঁৰ নতুন বন্ধু লেই হাণ্ট—ঘৈণীয়েক আৰু পাঁচোটা ল'ৰা-ছোৱালীৰে তেঁৱো সহায় সাৰথি বিচাৰে। পিককে যাতে তেওঁৰ সুন্দৰ উপন্যাসবোৰ লিখি যোৱাত একো অন্তৰায় নহয় সেই উদ্দেশ্যেৰে তেওঁক বছৰি এশ পাউণ্ডকৈ দিব বুলি শ্যেলীয়ে কথা দিছিল। চাৰ্লচ ক্লেইৰমাণ্ট তেওঁৰ একো লগাভগা নহয়। কিন্তু নহ'লে কি হ'ল, তেৱোঁ শ্যেলীৰ ডিঙিত ওলমিলে। ফ্ৰান্সত থাকোঁতে তেওঁ নিজতকৈ কেইবাবছৰে ডাঙৰ, দেখিবলৈ আপচু তিৰোতা এজনীৰ প্ৰেমত পৰিল। হাততো নিজৰ কণাকড়ি এটাও নাই। বিয়াৰ খৰচ দে শ্যেলীয়ে! আগৰ নিচিনাকৈ আকৌ এই লেলপেল নিচিগা দাবী-দাৱা মিটাবলৈ তেওঁ পুনৰ ধন ধাৰে দিওঁতাৰ ওচৰ চাপিলে। গডউইনে এবাৰ তেওঁক কৈছিল, "তুমিও আৰু ভাল! ডাঁহ, জোক আটাইবোৰকে শুহি শুহি কোঙা কৰিবলৈ এৰি দিছা।"

ভাগ্য ভাল, মেৰীয়ে তেওঁক বাস্তৱ জগতলৈ ঘূৰাই আনিব পাৰিলে। এই কথাত তেওঁ অইক খং নকৰিলে, তাইক ক্ষমা কৰিহে দিলে, কাৰণ এই মেৰী এতিয়া তেওঁৰ মনত তেওঁৰ পত্নী মেৰী নহয়, তেওঁৰ কাব্যৰ নায়িকা চিৰনাহে। তেওঁ কিন্তু গৃহিণী হিচাপে ৰব চিন্তাত পৰিল।

ঘনে পতি তেওঁলোকৰ ঘৰলৈ আহি থকা ইজন সিজনৰ প্ৰতি আদৰসাদৰো আগৰ দৰে তেওঁ নেদেখুওৱা হ'ল। দেখুৱাবই বা কেনেকৈ? আটায়ে দেখোন চুচিবহে জানে! ধৰক সেই পিকক বোলাজন। মতা নাই বোলা নাই ভদ্ৰলোক নিতৌ গধূলি পৰত ওলাবহি আৰু পূৰাপুৰি এবটল মদ গলাধঃকৰণ কৰিহে উঠিব! মেৰীয়ে শ্যেলীক মাৰ্ল' ভৱনটোৰ বাবে গ্ৰাহক বিচাৰিবলৈ ক'লে। আগগুৰি নিচিন্তি বৰ খৰখেদাকৈ সেইটো কিনি পেলোৱা হৈছিল! শ্যেলীৰ আজিকালি ঘনে ঘনে পানী লাগি থাকে। কথাটো তাই মন নকৰাকৈ নাথাকিলে। কোনোবা উষ্ণ জলবায়ুৰ ঠাইলৈ, পাৰিলে ইটালীলৈকে, তেওঁক লৈ যোৱাৰ কথা তেওঁ মনতে আলচিলে।

লণ্ডনত থকা শ্যেলীলৈ তেওঁ লিখিলেঃ

"প্ৰিয়তম, চিঠিবোৰত কথাবোৰ কিছু মুকলিকৈ লিখিবাঁ। ঘৰটো বিক্ৰী কৰা হ'ব বুলি জাননী দিছাঁ ঠিকেই, কিন্তু গ্ৰাহক ওলালে তেওঁলোকৰ লগত কি দৰদাম কৰিব সেই বিষয়ে মেডক্সক দিহা-পৰামৰ্শ দিছাঁ জানো? আৰু ক'লৈ যাবলৈ ঠিক কৰিলাঁ? সাগৰ ভ্ৰমণত, নে ইটালীলৈ? য'লৈকে নহওক কিয়, ওলাই যাবৰ বাবে, আৰু যাবৰ সময়ত একান্ত প্ৰয়োজন হোৱা দুই-চাৰিপদ বস্তু কিনিবৰ বাবে টকা-পয়চা ক'ৰ পৰা ওলাব সেইটো কথাও চিন্তা কৰিছাঁনে? যোৱাৰ আগতে পিতাক অলপ সহায় কৰি যাব পাৰিবাঁনে? নতুবা, এই আটাইবোৰ চিন্তা বাদ দি, সাগৰৰ দাঁতিত সৰু ঘৰ এটা লৈ থাকিলেই আমাৰ ভাল নহ'বনে বাৰু? তাকে কৰিলে আমাৰ খৰচবৰচ এতিয়াতকৈ বহুত কম হ'ব। তোমাৰ ইটালীলৈ যোৱাৰ অভিপ্ৰায় গডউইনক বোধহয় এতিয়াও একো জনোৱা নাই। যদি যোৱাটোকে ভাবিছাঁ, তেনেহ'লে এনেবোৰ কথা একেবাৰে শেষ মুহূৰ্ত্তত ক'বলৈ থোৱাতকৈ আগতীয়াকৈ পতা ভাল।

"আজি মই প্ৰথম ফুৰিবলৈ ওলাই গৈছিলোঁ। এই ঘৰটো কি যে মাৰাত্মক চেঁচা! জুইৰ কাষত বহি থাকোঁতেও মই কঁপি আছিলোঁ; বাহিৰত বাগিচাখন ইমান শীতল আৰু বিষণ্ণ যেন লাগিছিল! কিন্তু বাটত ভৰি দিয়েই দেখি আচৰিত হ'লোঁ যে বেলি ওলাইছেই। বতাহ সামান্য উষ্ণ, আৰু বেচ উলাহী।

"এতিয়াৰপৰা ফুৰিবলৈ যাওঁতে মই উইলিকো লগত ল'ম বুলি

ভাবিছোঁ। পিছে তাৰ কাৰণে তাক এটা হেট লাগে। তুমি সোমবাৰৰ গাড়ীতে তাৰ বাবে চীলৰ চালৰ হেট এটা পঠাই দিবাঁনে? হেটটো আজিকালিৰ চলতি আৰ্হিৰ হ'ব, আৰু আকৃতিও ঘৃৰণীয়া হ'ব লাগিব। কিনিবৰ পৰত ল'ৰাৰ বাবে লাগে বুলি কবাঁ। দাঁতিত সোণালী বৰণৰ ফিটাৰে কোচ দিয়া হ'ব লাগে; তেতিয়াহ'লে মূৰটো ডাঙৰ হ'লেও পিন্ধিব পাৰিব।... এই মুহূৰ্ত্তত মোৰ চাৰিওপিনে এগাল কেঁচুৱা। এলবাই ঠোঁহ ঠোঁহাই আছে, উইলিয়ামে চাদৰ এখন গাত মেৰাই লৈ স্ফূৰ্ত্তি কৰিছে, আৰু মিচ ক্লাৰাই জুইকুৰালৈ একান্ত মনে চাই বহি আছে।... আজিলৈ থওঁ দেই, মোৰ প্ৰিয়তম। মই আকৌ কৈছোঁ, মোলৈ কথাবোৰ ভাঙিপাতি লিখিবাঁ। তোমাৰ অসুবিধাবোৰ আৰু ধ্যান-ধাৰণাবোৰ জানিবলৈ মই যে ইমান উদগ্ৰীৱ হৈ আছোঁ!"

ঘৰখনত আলবা থকা কথাটো মেৰীৰ অশান্তিৰ এটা ঘাই কাৰণ হৈছিল। কেঁচুৱাটিৰ মাক লণ্ডনৰ এগৰাকী মহিলা, আৰু স্বাস্থ্যজনিত কাৰণত নগৰৰপৰা আঁতৰত গ্ৰামাঞ্চলত তেওঁলোকৰ লগত তাইক ৰখা হৈছে বুলি ওচৰ-চুবুৰীয়াক কোৱা হৈছিল। পিছে ক্লেয়েইৰেৰ ব্যৱহাৰৰপৰা কেঁচুৱাটি তাইৰে বুলি যেয়ে সেয়ে সহজে ধৰিব পাৰিছিল। পোনপটীয়াবোৰে শ্যেলীয়েই তাইৰ বাপেক বুলি ধৰি লৈছিল। ভ্ৰষ্টাচাৰিতাৰ পুৰণা দুৰ্নাম আকৌ সৰৱ হ'ল। ইয়াৰ ফলত মেৰীৰ শালীনতাবোধ বাৰুকৈয়ে ব্যাহত হ'ল। ইটালীলৈ গ'লে তাত বাইৰণৰ হাতত এলবাক গতাই দিব পাৰিব বুলি তাই ভাবিছিল। তালৈ যাবলৈ ওলোৱাৰ সেইটো আছিল অন্যতম কাৰণ।

শ্যেলীয়েও যাবলৈকে বিচাৰিছিল। পৰিয়ালৰ চিন্তা, বন্ধুতাৰ দায়, সংসাৰৰ লেঠা—এই সমস্ত গোট খাই তেওঁৰ চাৰিওফালে যেন এক অদৃশ্য প্ৰাচীৰ গঢ়ি তুলিছিল আৰু তাত তেওঁ উশাহ নোপোৱা যেন হৈ পৰিছিল। তেওঁৰ ইচ্ছাশক্তি আছিল পাষাণ প্ৰায়, কিন্তু জীৱনৰ এশ এটা ক্ষুদ্ৰ ক্ষুদ্ৰ, কুটিল আৰু নিৰ্বিকাৰ ঢৌৱে ইয়াক অনবৰত যেন কুটি কুটি খাইছিল। ইংলেণ্ডত দেশৰ সৰ্বোচ্চ আদালতে তেওঁৰপৰা নাগৰিকত্বৰ অধিকাৰ কাঢ়ি নিলে। তেওঁক যেন শূলত দিবলৈহে ধৰা হৈছে— এনে এক উত্তেজনাৰে অহৰহ তেওঁৰ মন ক্ষুব্ধ হৈ পৰিছিল। ইংলেণ্ডৰপৰা আঁতৰিব পাৰিলেই তেওঁ আকৌ মুক্ত হ'ব, এক আকাশী

মনৰ তেওঁ অধিকাৰী হ'ব—এনে এটা ভাব তেওঁৰ হৈছিল। এখন নতুন দেশত তেওঁৰ জীৱন হ'ব এখিলা বগা কাগজৰ দৰে—অত তেওঁ এটা কবিতা লিখা দি এক নতুন জীৱনৰ পাতনি তৰিব পাৰিব। এনে এটা আশা তেওঁ মনত পুহিছিল।

যোৱাৰ দিনবাৰ ঠিক হ'লত মেৰীয়ে ক'লে বোলে তেওঁলোকৰ ল'ৰা-ছোৱালীকেইটাক খ্রীষ্টধর্মত দীক্ষিত কৰাব লাগে। তেওঁৰ মতে, নতুনকৈ জীৱনৰ আৰম্ভণি কৰিব খুজিছে, গতিকে প্রচলিত আচাৰ-নীতি মানি চলাই শ্রেয়। শ্যেলীয়ে সম্মতি দিলে। তেওঁলোকৰ ল'ৰা-ছোৱালীহাল উইলিয়াম শ্যেলী আৰু ক্লাৰা এভেৰিনা শ্যেলী নামেৰে দীক্ষিত হ'ল। বাইৰণৰ জীয়েককো দীক্ষিত কৰা হ'ল—তাইৰ নাম দিয়া হ'ল ক্লাৰা এলেগ্রা।

---

॥২৬॥

# "মাৰ্বল আৰু মৃত্তিকাৰ বাণী"

ইটালীৰ মুক্ত আকাশ। অনবৰতে মেঘশূণ্য আকাশ। আকৌ এবাৰ এই তিনিগৰাকীৰ যাত্ৰা আৰম্ভ হ'ল বিস্মৃতি আৰু উজ্জ্বল ৰ'দৰ দেশৰ পিনে। এইবাৰ তেওঁলোকৰ লগত যোৱা কেঁচুৱাকেইটা আৰু সিহঁতৰ ধাত্ৰীকেইজনী পথৰ বোজা হোৱা নাছিল। তেওঁলোকৰ হুজুগৰ যাত্ৰা দ্ৰুত গতিৰে আগবাঢ়িল।

মণ্ট চেনিচৰ পথেদি গৈ তেওঁলোকে মিলান চহৰ পালেগৈ। পোনপ্ৰথমবাৰৰ বাবে তাতে তেওঁলোকৰ যাত্ৰা থামিল। উদ্দেশ্য আছিল বাইৰণৰ সম্ভেদ লোৱা। জীয়েকক তেওঁ লৈ অহা বুলি কৈ শ্যেলীয়ে বাইৰণক আগতীয়াকৈ লিখি জনাইছিল। গীৰ্জাৰ বেদীৰ নিৰ্জন এচুকত বহি, শ্যেলীয়ে "ইনফাৰ্ন" আৰু 'পাৰ্গেটৰিয়' পঢ়ি দিন কটাবলৈ ল'লে। তেওঁ বহি থকা ঠাইত দুখলপীয়া খিৰিকিৰ মাজেদি সৰকি অহা দিনৰ পোহৰ আছিল হালধীয়া আৰু ক্ষীন। গীৰ্জা বুলিলেই শ্যেলীৰ মনত আগতে যি আতঙ্কৰ সৃষ্টি হৈছিল আজিকালি তেনে নোহোৱা হ'ল। তেওঁ ভাবি আচৰিত হ'ল যে নিজে দুৰ্ভোগ ভোগাৰ পিচৰপৰা গীৰ্জাৰ বাহিৰে আন কোনো ঠায়েই মানবীয় আবেগ-অনুভূতিৰ গভীৰ অভিব্যক্তিৰ বাবে উপযুক্ত বুলি তেওঁৰ মনে নধৰিছিল। ডান্টেৰ সংগত, উদ্দীপনাময় আৰু বৰ্ণাঢ্য পৰিস্থিতিত দিন অতিবাহিত কৰিবলৈ লৈ, কেথলিক ধৰ্মটো কিছুমান ফাঁকিবাজৰ সৃষ্টি বুলি তেওঁ ধৰি থকা নাছিল।

বাইৰণৰপৰা উত্তৰ আহিল। ক্লেয়েৰেক দেখা কৰিবলৈ তেওঁ কোনোপধ্যে মান্তি নহ'ল, বৰং এইদৰেহে ক'লে বোলে যিখন নগৰলৈকে তাই যায়, তাৰপৰাই তেওঁ লগে লগে আঁতৰিব। কেঁচুৱাকণৰ সম্পৰ্কত জনালে যে তাইৰ শিক্ষা-দীক্ষাৰ দায়িত্ব ল'বলৈ তেওঁ সাজু, মাত্ৰ তাইৰ ওপৰত তেওঁৰ একচেতীয়া অধিকাৰ থাকিব লাগিব। শ্যেলীয়ে এই চৰ্তটো বৰ নিষ্ঠুৰ বুলি ভাবি, বাইৰণক এই সম্পৰ্কে নিজৰ স্থিতি কিছু সলনি কৰিবলৈ খাটিলে। কিন্তু বাইৰণে ক্লেয়েৰৰ লগত সাক্ষাতৰ

সম্ভাৱনাকে আটাইতকৈ ভয় কৰিছিল; তেওঁ সূচ্যাগ্ৰ মাত্ৰও এৰাধৰা কৰিবলৈ মান্তি নহ'ল। মিলানত লগ পোৱা ভেনিচৰ এজন লোকৰপৰা জনা গ'ল যে ইংৰাজ 'লৰ্ড' গৰাকীয়ে একেবাৰে ভ্ৰষ্টাচাৰী জীৱন নিৰ্বাহ কৰিছিল, তেওঁ এপাল ৰক্ষিতা পুহিছিল। এনেবোৰ কথা এলেগ্ৰাৰ শিক্ষা সম্পৰ্কে সমূলি উৎসাহদায়ক নহয়, আৰু ছোৱালীজনীৰ অধিকাৰ বাইৰণক পূৰাপুৰি দি দিয়াতকৈ, তেওঁৰপৰা কোনো সহায় সাৰথি লাভ কৰাৰ আশাকে বাদ দিবলৈ তেওঁ ক্লেয়েৰেক ক'লে। আগৰ দৰেই এইবাৰো তেওঁ নিজেই সকলো খৰচ বহন কৰিবলৈ গাত ল'লে। কিন্তু জীয়েকৰ পিতৃ পৰিচয় সম্পৰ্কত ক্লেয়েৰেৰ গৰ্বৰ সীমা নাছিল, আৰু এই জন্মসূত্ৰৰ সমস্ত সা-সুবিধা তাই পোৱাটো মাকে বিচাৰিছিল। কেঁচুৱাটিক তুলিতালি ডাঙৰদীঘল কৰা এলিচে নামৰ চুইচ নাৰ্চজনীৰ ওপৰত তাইৰ পৰম বিশ্বাস আছিল। এলেগ্ৰে আৰু তাইক ভেনিচলৈ পঠাই দিবলৈ ঠিক কৰা হ'ল। শ্যেলীৰ সস্নেহ ওজৰআপত্তি সত্ত্বেও, এলেগ্ৰাক বাপেকৰ হাতত শোধাই দিয়া হ'ল।

* * *

কেঁচুৱাজনীৰ বিষয়ে চিন্তাজনক খবৰে ক্লেয়েৰেক চিন্তিত কৰিবলৈ ল'লে। বাইৰণে এলেগ্ৰাক কেইসপ্তাহমানহে নিজৰ লগত ৰাখিলে। প্ৰথমে প্ৰথমে তাইৰ ৰূপত মুগ্ধ হৈ আৰু পিয়াজাত ভেনিচবাসীসকলে তাইৰ প্ৰতি বৰ হায়ৌ বিয়ৌ কৰা দেখি তেওঁৰ বুকু ভেমত ওফন্দি পৰিছিল, কিন্তু তাই তেওঁক আমুৱাবলৈ সৰহদিন নালাগিল। ইংৰাজ 'কনচাল'গৰাকীৰ পত্নী শ্ৰীমতী হপ্পনাৰক তেওঁ ছোৱালীজনীৰ দায়িত্ব ল'বলৈ দিলে। এই শ্ৰীমতী হপ্পনাৰনো কোন আছিল? এলিচে চিঠিত তেখেত এগৰাকী দয়ালু মহিলা বুলি লিখিছিল, কিন্তু ক্লেইৰেৰ মন ভয়ানক অনুশোচনাৰে ভৰি পৰিল। পুৰা এবছৰ তাই কেঁচুৱাটিৰপৰা এঘণ্টাৰ বাবেও এৰাএৰি হোৱা নাছিল। তাই তাইক বৰ ভাল পাইছিল। সংসাৰত একেবাৰে তাইৰ নিজা বুলিবলৈ এলেগ্ৰাহে একমাত্ৰ প্ৰাণী আছিল। তাইৰ পৰিয়ালে ইতিমধ্যে তাইক এৰিছিলেই, আৰু তাইৰ প্ৰেমিকটিয়েও তাইৰ চাতকে সহিব নোখোজা হৈছিল। তাইৰ দুঃখকষ্ট

চাই থাকিব নোৱাৰি শ্যেলীও তাইৰ লগত ভেনিচলৈ যাবলৈ ওলাল। ক্লেয়েৰে আৰু শ্যেলী একেলগে যাবলৈ ওলোৱা কথাটো পেটে সমৰ্থিতে ভাল নাপালেও, মেৰীয়ে এই বন্দৱস্তত নিজৰ সমৰ্থন জনালে। পাওলো' নামৰ মোটোহা আৰু নিৰ্ভৰয়োগ্য যেন লগা কৰ্মী চাকৰটো তেওঁলোকৰ লগত ভাৰী হিচাপে গ'ল। বাইৰণে ইতিমধ্যে ক্লেয়েৰেক তেওঁ থকা কোনো নগৰলৈকে যাবলৈ নিষেধ কৰি থৈছিল বাবে, তাই পাদুৱাতে বৈ যাবলৈ ঠিক কৰিলে। শ্যেলীয়ে ভেনিচৰ্ণৰ কি বতৰা আনে তালৈ তাই তাতে বাট চাই থাকিব। পিছে এলেগ্ৰাৰ ইমান ওচৰলৈ আহি তাইক নোচোৱাকৈ আঁতৰি থকাটো তাই সহ্য কৰিব নোৱাৰিলে, গতিকে তায়ো যাবলৈ ওলাল। তাই ভাবিছিলে যে তাইৰ উপস্থিতি গোপন কৰি ৰাখি তাই জীয়েকক এবাৰ চাব পাৰিব। ইয়াকে ভাবি শ্যেলী আৰু তাই গণ্ডলা (সৰু নাও) এখন লৈ ব্ৰেণ্টা নামৰ হ্ৰদেদি যাত্ৰা কৰিলে। ভয়ঙ্কৰ ধুমুহা-বৰষুণ আৰু বিজুলীঢেৰেকণিৰ মাজত, মাজনিশা তেওঁলোক হ্ৰদ পাৰ হ'ল। দূৰৈত, কুঁৱলীৰ পৰ্দাৰ সিপাৰে, ভেনিচ চহৰৰ অগণন বন্তি টিমিকঢামাককৈ জ্বলি থকা তেওঁলোকৰ চকুত পৰিল।

পিচদিনা পুৱা তেওঁলোক গৈ হপ্পনাৰচ দম্পতীৰ ওচৰ পালেগৈ। আদৰসাদৰ তেওঁলোকে ভালেই পালে। শ্ৰীমতী হপ্পনাৰে লগে লগে এলিচে আৰু কেঁচুৱাটিক মতাই পঠালে। ছোৱালীজনী বহুত ডাঙৰ হ'ল, শেতাও পৰিল, মনটোত আগৰ স্ফূৰ্তিও নাইকিয়া হ'ল। কিন্তু তাই আগৰ দৰেই দেখাত ধুনীয়াজনী হৈয়ে আছিল। এইবাৰ তেওঁলোকে বাইৰণৰ প্ৰসংগটো উলিয়াই বহুত পৰ কথনমথন কৰিলে। হপ্পনাৰ দম্পতী আছিল গতানুগতিক ভাবধাৰাত চলা ভদ্ৰলোক। প্ৰেমত মজি থকা ডেকাগাভৰু। গতিকে তেওঁলোকৰ চতুৰ্দ্দিশৰ গুপ্ত প্ৰণয় কাহিনীৰ ভুভা তেওঁলোকে ৰাখে। অৱশ্যে ভেনিচত থাকি সেই চহৰৰ ধৰণ কৰণৰদ্বাৰা প্ৰভাৱিত হৈ তেওঁলোকৰ হাবভাবো কিছু নৰম নোহোৱাকৈ থকা নাছিল। নকওঁ নকওঁ কৰি থাকি তেওঁলোকে ক'লেঃ

ভেনিচত হাজিৰ হোৱাৰ তৃতীয় দিনাই তেওঁ এখন 'গণ্ডলা' আৰু এগৰাকী ৰক্ষিতা গোটাই ল'লে বুলি বাইৰণে সকলোৰে আগত ডাক্কোপ মাৰি কৈ ফুৰে। ৰক্ষিতাগৰাকীৰ নাম আছিল মেৰিয়ান্না চেগাটি। কাপোৰ বেপাৰী এজনৰ ঘৈণীয়েক। সেই কাপোৰ বেপাৰীজনেই বাইৰণক নিজৰ

ঘৰৰ কোঠা কেইটামান ভাৰালৈ দিছিল। একেবাৰে অদূৰদৰ্শী সিদ্ধান্ত, কিন্তু হ'লে হ'ব কি, কাপোৰৰ বজাৰ মন্দা চলিছে। এহাল কজলা চকু আৰু এটা মৌ মিঠা মাতেৰে মেৰিয়ান্না তেতিয়া বাইশ বছৰীয়া গাভৰু। তাই গানো গাইছিল ভাল। মধ্যবিত্ত পৰিয়ালৰ ছোৱালী হ'লেও, ভাল গান গাব পৰা বাবেই ভেনিচৰ অভিজাত সম্প্ৰদায়ে তাইক সমাদৰ কৰিছিল। বাইৰণ দেখিবলৈ যিমান ধুনীয়া, টকা পয়চাৰ ক্ষেত্ৰতো সিমান উদাৰ— হাতখন মুকলি। থাকিবলৈকো লৈছে একেটা ঘৰতে। গতিকে মেৰিয়ান্নাই যে অভিজাত লৰ্ড বাইৰণক হিয়া সঁপিব সেইটো অৱশ্যম্ভাৱী কথা। এক নিচেই সাধাৰণ ৰাসায়নিক প্ৰক্ৰিয়াৰ দৰে কথা। ভেনিচৰ সাউদৰ ধনৰ মোনা সদায় খোলাই থাকে; ভেনিচৰ নৈতিক বিচাৰত, *এজন* প্ৰেমিক থকাটো কোনো জগৰৰ কথা নহয়। শ্ৰীমতী হপ্পনাৰ আছিল আনৰ লগত সহজে মিলিব পৰা সহৃদয় চৰিত্ৰৰ এগৰাকী চুটি চাপৰ মহিলা। তেওঁৰ চকুহাল আছিল বুদ্ধিদীপ্ত। বাইৰণৰ কাহিনীটো কওঁতে তেওঁৰ মাতত এক বেজাৰৰ ভাব ফুটি উঠিছিল—খ্ৰিষ্টীয়ান হিচাপে সেইটো স্বাভাৱিক কথা। পিচে সংসাৰী মানুহ হিচাপে তেওঁ বাইৰণৰ কাহিনীটোত যে ৰস পোৱা নাছিল, তেনেও নহয়। সজ্জনে দুৰ্জ্জনৰ কথা কওঁতে এনেকুৱাই কৰে। তেওঁৰ গিৰিয়েকেও ওচৰতে বহি ওঁ আ কৰি কথাবোৰ শুনি আছিল। এইবাৰ তেৱোঁ যোগ দি ক'লে বোলে কথা সিমানেই নহয়।

ইংৰাজ লৰ্ডগৰাকীৰ, লোকচক্ষুৰ আঁতৰত, কোনোবা গ্ৰাম্যাঞ্চলত এটা প্ৰাসাদোপম ভৱন আছে বুলি ভেনিচৰ ৰাইজে কোৱাকুই কৰিছিল। তাত তেওঁ হেনো তেওঁ এগৰাকীতে সন্তুষ্ট নহৈ কাব্যাদিৰ অধিষ্ঠাত্ৰী গোটেই ন গৰাকী দেৱীকে তাত গোটাই থৈছিল। বাইৰণক কেন্দ্ৰ কৰি এক কাহিনী গঢ়ি উঠিছিল—তেওঁ যেন ইতিহাসৰ কোনোবা নায়কহে। বৃটিছ পৰ্য্যটকে এই প্ৰসংগত নিৰ' আৰু হেলিয়গাবেলুচৰ নাম মনত পেলাইছিল। তলৰ শ্ৰেণীৰ লোকে বাইৰণক বিস্ময় আৰু শ্ৰদ্ধাৰে চাইছিল, আৰু হৈ চৈ, আমোদ-প্ৰমোদৰ উপলক্ষত তিৰোতাবোৰে পিন্ধি থকা মুখা আৰু ডমিনোৰ সুযোগ লৈ তেওঁৰ গাত এঠা লগাদি লাগি ধৰিছিলগৈ।

এইবোৰ গল্প শুনি ক্ৰেয়েৰেৰ মন বিগড়ি যোৱাৰে কথা। তেওঁনো কি কৰা উচিত কঙ্কালগৰাকীক সুধিলে। তেওঁ তাইক ক'লে বোলে

প্ৰধানকৈ তাই যে ভেনিচত আছে সেই বিষয়ে যাতে বাইৰণৰ মনত সামান্য সন্দেহো নহয় সেই কথাত সাৱধান হ'ব লাগে, কাৰণ অই কেনেবাকৈ ওলাবহি পাৰে বুলি ভাবি তেওঁ প্ৰায়ে ভীতসন্ত্ৰস্ত হয়।

তিনিবজাত শ্যেলী পালাজ্জ মচিনিগত বাইৰণক লগ ধৰিবলৈ গ'ল। তেওঁক দেখা পাই বাইৰণে বৰ ভাল পালে। তেওঁৰ সৈতে সমানে সমানে গহীন বিষয়ৰ আলোচনা কৰিব পৰাৰ লগ বোধহয় সংসাৰত একমাত্ৰ শ্যেলীহে আছিল। শ্যেলীৰ ভেনিচলৈ অহাৰ কাৰণ আৰু ক্লেয়েৰৰ ছোৱালীজনী চাবলৈ প্ৰবল ইচ্ছাৰ কথা ক'লতো তেওঁ ধীৰস্থিৰ আৰু যুক্তিনিষ্ঠ হৈয়ে ৰ'ল, ঋলিপকি নুঠিল। ক্লেয়েৰৰ মনৰ চিন্তা তেওঁ ভালদৰে উপলব্ধি কৰিব পাৰিছে বুলি তেওঁ ক'লে, কিন্তু এলেগ্ৰাক মাকৰ ওচৰলৈ ঘূৰাই পঠাবলৈ তেওঁ সন্মত নহ'ল। ভেনিচৰ বাইজে বোলে ইতিমধ্যে তেওঁক ক্ষণে কষ্ট ক্ষণে তুষ্ট প্ৰকৃতিৰ লোক বুলি জানিছেই, এতিয়া ছোৱালীজনীক ঘূৰাই পঠালে তেওঁলোকে হেনো তাই তেওঁক আমুৱালে বুলি ভাবি ল'ব। তথাপিতো তেওঁ গোটেই কথাটো ভাবি চাই, ক'ত কিদৰে চিজিল লগাব লাগে লগাব বুলি ক'লে। এই বুলি কৈ তেওঁ শ্যেলীক লিড'ৰ পাৰে পাৰে ঘোঁৰাত উঠি এক চক্কৰ মাৰি আহিবলৈ লগ ধৰিলে।

গণ্ডলা এখনত উঠি তেওঁলোক হ্ৰদটো পাৰ হ'ল, আৰু সিপাৰৰ দীঘলীয়া বালি চাপৰিটোত উঠিলগৈ। কাঁইটীয়া জোপোহা আৰু সমুদ্ৰজ গুল্মৰ বাহিৰে তাত আন একো গজা নাছিল। বাইৰণৰ ঘোঁৰাকেইটা তাত তেওঁলোকৰ বাবে ৰখাই থোৱা আছিল। বন্য, নিৰ্জন স্থান শ্যেলীয়ে ভাল পাইছিলে, আৰু সাগৰৰ তীৰে তীৰে এইদৰে ঘোঁৰাত উঠি ফুৰি তেওঁৰ বৰ ভাল লাগিছিলে। কেৱল ক্লেয়েৰ হিপ্পনাৰৰ ঘৰত বৈ থাকিব বাবেহে তেওঁৰ মনটোত চিন্তা লাগিছিল।

বাইৰণে ইংৰাজ মানুহৰ স্থূলবুদ্ধিৰ চোকা ভাষাত সমালোচনা কৰিলে। ভেনিচলৈ অহা ইংৰাজহঁতৰ কৌতূহলে তেওঁক বৰ বিৰক্তি দিছিল বুলি তেওঁ অভিযোগ কৰিলে। তেওঁৰ শয়নকক্ষটো চাবৰ বাবে চাকৰহঁতক পা-পয়চা দি হাত কৰি ল'বলৈকো দুই একে বিচাৰিছিল। শ্যেলীৰ দুৰ্ভাগ্যবোৰৰ কথাও তেওঁ উলিয়ালে, আৰু তেওঁৰ প্ৰতি বন্ধুত্বপূৰ্ণ সহানুভূতিও প্ৰকাশ কৰিলে। 'চাঞ্চাৰীৰ ব্যাপাৰটোৰ সময়ত মই ইংলেণ্ডত

থকাহেঁতেন, তোমাৰ ল'ৰা-ছোৱালীক তোমাৰ জিম্মাত দিয়াবলৈ মই যথাশক্তি চেষ্টা কৰিলোহেঁতেন,' তেওঁ ক'লে।

ইয়াৰ পিচত তেওঁ মানুহৰ দুষ্কৃতিৰ কথা উলিয়ালে। তেওঁৰ মতে ইয়াৰ সীমা বুলিবলৈ নাই। "মানুহৰ মাজত ইটোৰ প্ৰতি সিটোৰ ঘৃণা বিদ্বেষৰ অন্ত নাই। এনেস্থলত ভাল কিবা এটা আশা কৰিবলৈ যোৱাটো একেবাৰে অবাস্তৱ কথা।"

"কিয়?" শ্যেলীয়ে প্ৰশ্ন কৰিলে। "তোমাৰ মতেৰে নিজৰ আবেগ অনুভূতিবোৰ নিয়ন্ত্ৰণ কৰিব নোৱৰাটোহে মানুহৰ দুৰ্গতিৰ কাৰণ... মই হ'লে সেইদৰে নাভাবোঁ। মোৰ মতেৰে আমাৰ নৈতিক উৎকৰ্ষ আমাৰ ইচ্ছাৰ ওপৰত নিৰ্ভৰ কৰে। আৰু দুষ্কৃতি বা শঠতা মানব প্ৰকৃতিৰ স্বাভাৱিক বৈশিষ্ট্য হ'লেও ই অপ্ৰতিৰোধ্য বুলি মই নাভাবোঁ।"

মাৰ যাবলৈ ধৰা বেলিয়ে সোণালী আৰু বেগুণীয়া ৰঙেৰে প্লাৱিত কৰা, আভিজাত্যৰ পীঠস্থান নগৰখনৰ পিনে দেখুৱাই বাইৰণে ক'লে, "আকৌ নাৱতে উঠোগৈহঁক। মই তোমাক কিবা এটা দেখুৱাব খুজিছোঁ।" হ্ৰদৰ ওপৰেদি কিছু পৰ যোৱাৰ পিচত বাইৰণে ক'লে, "পশ্চিম পিনলৈ কাণ দিয়াচোন। কিবা এক ঘণ্টাধ্বনি তোমাৰ কাণত পৰা নাইনে?" শ্যেলীয়ে সেই পিনলৈ চাই দেখে এটা সৰু চৰত এটা খিৰিকি নোহোৱা, জহি খহি যোৱা, নিমাওমাও ঘৰ। সেই ঘৰটোৰ ওপৰত এক খোলা ওখ ঘৰ। তাতে ৰঙীণ আকাশৰ তলত এটা ডাঙৰ কজলা বৰণীয়া ঘণ্টা ওলমি আছে। বঠাৰ চাবৰ লগে লগে দূৰৰপৰা অস্ফুট, কাতৰ সাহাৰ্য্য প্ৰাৰ্থনাৰ শব্দ যেন মিলি গৈছিল।

"সেইটো পগলা ঘৰ। প্ৰতি সন্ধিয়া এই সময়ত হ্ৰদটো পাৰ হওঁতে এই ঘণ্টাধ্বনি মই শুনো। ঘণ্টা বজাই পাগলবোৰক সান্ধ্য প্ৰাৰ্থনালৈ যাবৰ বাবে সংকেত দিয়া হয়।"

"যাতে সৃষ্টিকৰ্ত্তাক সিহঁতে তেওঁৰ অপাৰ কৰুণাৰ বাবে ধন্যবাদ দিব পাৰে।"

"সদায় সেই একেটা শ্যেলীয়েই। ক'ত সলনি হ'ব!" বাইৰণে হাঁহি হাঁহি ক'লে। "নাস্তিক, ঈশ্বৰনিন্দুক! সাঁতুৰিবতো নাজানা, ভাগ্যত বা কি আছে চাবাঁ! কিন্তু তুমিতো এইমাত্ৰ নিজৰ আবেগ-অনুভূতিবোৰ নিয়ন্ত্ৰণ কৰিব পাৰি বুলি কৈছিলা। এই যে পগলাঘৰৰ দৃশ্যটো—ইয়াক

বাৰু তুমি আমাৰ জীৱনৰ এক প্ৰতীক বুলি নাভবাঁনে? আমাৰ বিবেকৰ ঘণ্টায়েই আমাক নৈতিক উৎকৰ্ষৰ পিনে আহ্বান জনায়। পগলাহঁতৰ দৰেই, কাৰণটো নজনাকৈয়ে আমি ইয়াক অনুসৰণ কৰোঁ। এটা সমস্ত বেলি মাৰ যায়, ঘণ্টাধ্বনি বন্ধ হয়, মৃত্যুশীতল নিশাই আমাক সাৱটি লয়।"

তেওঁ ভেনিচৰ পিনে চালে। সন্ধ্যালোকৰ আবৰণত সোমাই নগৰীয়ে তেতিয়া গোলাপী বৰণ লৈছিল।

তেওঁ ক'লে, "আমি বাইৰণ পৰিয়ালৰ মানুহবোৰ অল্পায়ু।... আইৰ পিনৰপৰাও, পিতাৰ পিনৰপৰাও... মই পিছে কথাটো সিমানকৈ নাভাবোঁ। সময় থাকোঁতেই যৌৱনটো উপভোগ কৰি লোৱাটোহে মোৰ কাম্য।"

* * *

পিচদিনা শ্যেলী বাইৰণৰ ওচৰলৈ যাওঁতে মনত অনেক ভয় আৰু আশঙ্কা লৈ গৈছিল। কিন্তু বাইৰণৰ কথাবতৰা নিতান্তই যুক্তিযুক্ত পাই তেওঁ বৰ ভাল পালে আৰু আচৰিতো হ'ল। ইষ্টে বোলা ঠাইত তেওঁৰ এটা ডাঙৰ বঙলা আছিল। তাতে তেওঁ শ্যেলী আৰু ক্লেয়েৰেক দুমাহৰ বাবে থাকিবলৈ দিবলৈ ওলাল। এলেগ্ৰাকো তেওঁ তাতে মাকৰ লগত থাকিবলৈ দিবলৈ মান্তি হ'ল। এই অকৃপণ প্ৰস্তাৱটো শ্যেলীয়ে আনন্দেৰে গ্ৰহণ কৰিলে, আৰু মেৰীক তেওঁলোকৰ লগলৈ তৎক্ষণাত আহিবলৈ কৈ চিঠি দিলে। তেওঁ মেৰীলৈ এইদৰে লিখিলেঃ

"তোমাৰ লগত আলোচনা নকৰাকৈয়ে মই এই আটাইবোৰ কথাৰ সম্পৰ্কত সিদ্ধান্ত ল'ব লগা হ'ল। যি কৰিছোঁ মই ভালটো ভাবিয়েই কৰিছোঁ। প্ৰিয়তমা মেৰী, তুমি ততালিকে আহাঁ, আৰু মই যদি ভুল কৰিছোঁ মোক এজাউৰি গালি দিয়াহি; আৰু যদি ঠিকেই কৰিছোঁ, তেন্তে এগাল চুমা। কাৰণ মই ভালেই কৰিলোঁ নে ভুলেই কৰিলোঁ সঠিককৈ ক'ব পৰা নাই। ফল দেখিলেহে লেখিব পৰা হ'ব। অপৰিচয়ৰ সমস্যাটোৰপৰা অন্ততঃ আমি হাত সাৰিব পাৰিম। শ্ৰীমতী হপ্পনাৰ এগৰাকী বৰ ভাল মহিলা, সুদৰ্শনা, আৰু অত্যন্ত অমায়িক। মুঠতে দেৱীৰ নিচিনা নাৰী। কিন্তু তেওঁৰ বিচক্ষণতা কম। সেইটো গুণো

থকাহেঁতেন তেওঁ এজনী মেৰীয়েই হ'লহেঁতেন, পিছে ভদ্ৰমহিলা ৰ্‌ব কৰ্মপটু নহয়। তেওঁৰ চকুহাল তোমাৰ দুচকুৰে প্ৰতিচ্ছবি যেন লাগে। কাৰোবাৰ লগত চিনাপৰিচয় হৈ তেওঁক তোমাৰ ভাল লাগিলে তেওঁৰ প্ৰতি তুমি যেনে আচৰণ কৰা, তেওঁৰ আচৰণো তেনেকুৱাই।... নীলাভনয়না মণিহালক মোৰ হৈ চুমা খাই দিবা, উইলমাউচে যাতে মোক নাপাহৰে, চাবাঁ। কাৰ মোলৈ মনতেই নপৰিব।"

শ্যেলীৰ ওচৰলৈ মেৰীৰ যাত্ৰা মন্থৰ আৰু পীড়াদায়ক হ'ল। ফ্ৰেন্সত তেওঁ পাচপ'ৰ্টৰ সমস্যাৰ সম্মুখীন হ'ল। কণমানি ক্লাৰাৰ তেতিয়া দাঁত গজিবলৈ ধৰিছিল। গৰম আৰু ভ্ৰমণ, লগতে গাখীৰো সলনি হোৱা বাবে, তাই বৰ লেবেজান হৈ পৰিলে। ইষ্টে গৈ পাওঁতে তাইৰ বৰ অসুখ হ'ল।

চৌধদিন ধৰি কেঁচুৱাকণৰ নেৰানেপেৰা জ্বৰ চলিল। ডাক্তৰ বুলিবলৈ যিটিক লগোৱা হ'ল, সি আছিল এক জধামূৰ্খ। গতিকে কোনোবা ভাল ডাক্তৰ এজনৰ ওচৰত ছোৱালীকণক দেখুৱাবলৈ বুলি মেৰীয়ে ভেনিচলৈ যাবলৈ ঠিক কৰিলে। ফুচিনা নামৰ ঠাইত অষ্ট্ৰিয়ান শুল্ক বিভাগৰ কৰ্মচাৰীয়ে তেওঁলোকক ৰখালে, আৰু হ্ৰদটো পাৰ হোৱাত বাধা দিবলৈ চালে। পাদুৱাত তেওঁলোকক লগ ধৰিবলৈ শ্যেলী আগবাঢ়ি গৈছিলে। শ্যেলীয়ে জোৰ কৰি যাবই বুলি ক'লে আৰু নাও এখন ভাৰা কৰিবলৈ গ'ল। কেঁচুৱাটিয়ে চকু টেলেকা টেলেকি কৰিবলৈ আৰু মুখখন ইকটিবিকটি কৰিবলৈ ধৰিলে, তাই হাত-ভৰি আচাৰিবলৈ ল'লে। গোটেই যাত্ৰাটোত তাই প্ৰায় অচেতন হৈ আছিল। হোটেল গৈ পাওঁতে তাইৰ অৱস্থা আৰু অধিক শোচনীয় হ'ল। ডাক্তৰ এজনে চাই আশা নাই বুলি ক'লে। এঘণ্টাৰ ভিতৰতে নীৰৱে আৰু কোনো যন্ত্ৰণা নোপোৱাকৈ তাই শেষ নিশ্বাস এৰিলে।

অচিনাকি অতিথিশালা এখনৰ ডাঙৰ কোঠা এটাত মৰা কেঁচুৱাটো বুকুত সাবটি লৈ মেৰী থিয় দি আছিলে। মিঃ হপ্পনাৰ আহি তাইক আৰু শ্যেলীক তেওঁৰ নিজৰ বাসভৱনলৈ লৈ গ'ল। পিচদিনা পুৱা লিড'ৰ পাৰত কবৰ দিবলৈ বুলি শ্যেলীয়ে মৃতদেহটো গণ্ডলা এখনত ভৰাই লৈ গ'ল। মেৰীয়েও নিজৰ বেজাৰ মনৰপৰা আঁতৰাবলৈ যত্ন কৰিলে।

দুৰ্বলচিতীয়া আৰু কাপুৰুষ প্ৰকৃতিৰ মানুহেহে নিজকে শোকাভিভূত কৰে বুলি গডউইনৰ অন্যতম মূলনীতি এটাত কোৱা হৈছিল। তেওঁৰ মতে নিজৰ দুঃখ দুৰ্দ্দশাত কিবা এক বেদনাদায়ক দম্ভভাব নিহিত নাথাকিলে শোকৰ অস্তিত্ব থাকিব নোৱাৰে। এই বিষয়ত তেওঁৰ ছোৱালীৰো একে মত আছিল। কণমানি কাক কবৰ দিয়াৰ পিচদিনা তেওঁ নিজৰ দিনপঞ্জীত এইদৰে লিখিছিলঃ

"ৰবিবাৰ, ২৭ ছেপ্টেম্বৰ। 'চাইল্ড হেৰল্ড'ৰ চতুৰ্থ সৰ্গ পঢ়িলোঁ। বৰষুণ দি আছে। ড'জে'চ পেলেচ, পণ্টে ডেই চৰ্চপিৰি ইত্যাদিলৈ যাওঁ। অকাডেমিলৈ মিঃ আৰু মিচেছ্ হপ্পনাৰৰ লগত গৈ কেইখনমান সুন্দৰ ছবি চাওঁ, লৰ্ড বাইৰণৰ ঘৰলৈ যাওঁ আৰু দ্য ফৰ্ণাৰিনাকো লগ পাওঁ।"

* * *

দ্য ফৰ্ণাৰিনা আছিল বাইৰণৰ শেহতীয়া ৰক্ষিতা। তাই আছিল এজনী গাঁৱলীয়া তিৰোতা। মুখখন প্ৰাচীন ভেনিচীয় গঢ়ৰ। বাইৰণে শ্যেলীক কৈছিল, "তাই কিমান ধুনীয়া তুমি দেখিবা নহয়। সুন্দৰ এহাল ক'লা চকু। গাৰ গঠন জুন'ৰ দৰে। টৌ খেলা ক'লা চুলিত জোনাক পৰি প্ৰতিফলিত হয়। প্ৰেমৰ কাৰণে নৰকলৈকো যাবলৈ ওলাব পৰা। তেনেহে তিৰোতা তাই। মই এনে জীৱকে ভাল পাওঁ, আৰু পৃথিৱীৰ যিকোনো তিৰোতাতকৈ মিডিয়াই মোৰ অধিক পচন্দৰ হ'লহেঁতেন।"

প্ৰকৃততে কটিৱালা এটাৰ এই ৰূপহী ঘৈণীয়েকজনী আছিল এক আচৰিত জীৱ। সেও মনাব পৰা প্ৰাণী তাই নাছিল। তাই ইমান উগ্ৰ আছিল যে সমস্ত চাকৰ-নাকৰ তাইৰ ভয়ত কঁপি থাকিছিল। আনহে নালাগে টাইটা নামৰ বিৰাটকায় নাৱৰীয়াটোও ('গণ্ডলা'চালকটো) তাইৰ ভয়ত ত্ৰস্তমান আছিল। তাই আছিল বৰ পৰশ্ৰীকাতৰ, মিথ্যাচাৰী আৰু চয়তানৰ দৰে প্ৰতাৰণাপূৰ্ণ। তাইৰ ভেমো ভেম বৰ ভেম—ভেমৰ বাবেই তাই আনৰ হাঁহিয়াতৰ পাত্ৰী হৈছিল। তাই ওৰণা আৰু চাদৰ এৰি নতুন ঢঙৰ গাউন আৰু অষ্ট্ৰিচ চৰাইৰ পাখীৰে সজা হেট পিন্ধিবলৈ বিচাৰিছিল। বাইৰণে এইবোৰ চকুত পৰা মাত্ৰকে জুইত দলিয়াই দিছিল,

কিন্তু কি হ'ব—তাই লগে লগে ওলাই গৈ আকৌ সেইবোৰ কিনি আনিছিল। পিছে বাইৰণে তাইৰ তেনেবোৰ কাৰ্য্যত বেচ আমোদ পাইছিল বাবে সেইবোৰ মূঢ়তা সহ্য কৰি আছিল। তাইৰ চটফটীয়া স্বভাৱ, তাইৰ মুখৰ ভেনিচৰ দোৱনীয়া মাত, আৰু তাইৰ আচৰণৰ উগ্ৰতা বাইৰণৰ ভাল লাগিছিল। বৌদ্ধিক শ্ৰম কৰি ক্লান্ত হোৱা তেওঁৰ মনটোৰ বাবে তাইৰ ৰুক্ষতা আৰু স্বভাৱৰ পশুসুলভতা আছিল যেন এক আশ্ৰয়। তাইৰ যহতে তেওঁৰ কবিতাটোৰ ৰচনা দ্ৰুত গতিৰে আগবাঢ়িলে—সেই গতিৰ তুলনা হয় সাগৰৰ স্বাভাবিক উত্তাল, তৰঙ্গায়িত স্পন্দনৰ লগত, বা নাৰীৰ উন্মত্ত প্ৰেমৰ লগত।

শ্যেলী দম্পতীৰ অনুভৱনশীলতা আছিল অতি মাৰ্জিত। তেওঁলোকৰ বাবে নাৰী আকৃতিৰ এই বিৰাটবপু জীৱটো আছিল অতি বিৰক্তিজনক। বেজাৰ মনেৰে তেওঁলোকে ইজনে সিজনৰ চকুলৈ চালে। ভেনিচত কটোৱা দিনকেইটাত তেওঁলোক বাইৰণৰ জীৱন নিৰ্বাহৰ ধৰণৰ লগত ভালদৰে পৰিচিত হৈছিল, আৰু শ্যেলীয়ে তাৰ প্ৰতি বৰ বিৰূপ মনোভাব লৈছিল। তিৰোতাৰ ক্ষেত্ৰত বাইৰণৰ বাচবিচাৰ নাছিল। গণ্ডুলা চলোৱা মানুহে বাটৰপৰা বুটলি অনা অতি নিকৃষ্ট শ্ৰেণীৰ তিৰোতাকো তেওঁ নিৰ্বিচাৰে যৌনক্ষুধা চৰিতাৰ্থ কৰাৰ বাবে আদৰি লৈছিল। পিচত নিজকে ঘৃণাৰ চকুৰে চাই, গোটেই মানবজাতিকে তেওঁ ঘৃণনীয় বুলি অভিহিত কৰিছিল। শ্যেলীয়ে এটা কথা ভালকৈ বুজিব পাৰিলে যে বাইৰণৰ বিশ্বনিন্দাবাদ তেওঁৰ ভোগবাসনা ঢাকি ৰখাৰ বাবে এটা দেখনিয়াৰ মুখাৰ বাহিৰে আন একো নাছিল।

কেইদিনমানৰ পিচত শ্যেলী দম্পতী ইষ্টেলৈ ঘূৰি গ'লগৈ। এইবাৰ তেওঁলোকৰ লগত সৰু ছোৱালীটি নাই—সেইটো দুঃখত তেওঁলোকৰ কলিজা ক'লা পৰি আছিল.। তথাপিতো ঘৰখন আনন্দমুখৰ হৈয়ে আছিল। বাগানত, চালত আঙুৰলতা বগাই থকা খোলা বাৰান্দাৰ দৰে এটুকুৰা ঠাই আছিল ; সেইপিনেদি গৈ গ্ৰীষ্মাবাসটো পায়গৈ। সেইটোকে শ্যেলীয়ে তেওঁৰ অধ্যয়ন কক্ষ কৰি লৈছিলে। তাৰপৰা ইষ্টে নগৰীৰ প্ৰাচীন দুৰ্গৰ ভগ্নাৱশেষ সন্মুখৰ পিনে দেখা যায়। লোম্বাৰ্ডিৰ নিস্তৰংগ সেউজভূমিও দেখা পোৱা গৈছিল—দেখাত সেই বিস্তীৰ্ণ প্ৰান্তৰ টৌ নথকা সাগৰৰ দৰে লাগিছিল। তাত থকা নগৰ আৰু গাঁওবোৰ কুঁৱলীৰ ঢাকনিৰ

মাজত ক্ষুদ্ৰ ক্ষুদ্ৰ দ্বীপ একোটাৰ দৰে দেখাইছিল।... বহুত দূৰত জিলিকিছিল পাদুৱা চহৰ— কত যে উচ্চ সৌধ তাত! ভেনিচ চহৰৰ গগণচুম্বী সূৰ্য্যস্নাত অট্টালিকাবোৰো নীল আকাশৰ তলত তিৰবিৰাই থকা চকুত পৰিছিল।

শ্যেলী অতিশয় ব্যস্ত হৈ পৰিছিল। তেওঁ 'প্ৰমেথিউচ আনবাউণ্ড'ৰ ৰচনাত হাত দিছিল। এইখন আছিল বাইবেলৰ 'বুক অফ্ যব'ৰ ওপৰত ভিত্তি কৰি লিখা এক গীতিধৰ্মী নাটক। চৰাইৰ পাখিৰ দৰে পাতল স্তবকত তেওঁৰ শাৰদীয় দিনৰ বিষণ্ণ সৌন্দৰ্য্য লিপিবদ্ধ কৰিবলৈ যত্ন কৰিছিল। কিন্তু কাব্য সৃষ্টিৰ উন্মাদ আনন্দ স্তিমিত হোৱাৰ লগে লগে তেওঁৰ নিজকে নিঃসঙ্গ আৰু বিস্মৃত যেন লাগিবলৈ ধৰে। তেওঁৰ ভাব হৈছিল যে লগত স্বল্পবয়সী নিৰ্বাসিতকেইজনক লৈ, অচিন আকাশৰ তলত যিখন পাৰ নাৱত তেওঁ পাৰি দিছে সেইখনৰ গুৰিয়াল হ'ল স্বয়ং দুৰ্ভাগ্য।

---

॥২৭॥

# ৰোমৰ গোৰস্থান

এমাহ পাৰ হ'ল। আৰু এমাহৰ পিচত বগুলাটো বাইৰণক এৰি দিব লাগিব, এলেগ্রাকো তেওঁৰ ওচৰলৈ ঘূৰাই পঠাব লাগিব। চেঁচা আৰু বৰষুণীয়া বতৰ এৰাই আৰু বেচি দক্ষিণ ফাললৈ যোৱাৰ কথা শ্যেলীয়ে চিন্তা কৰিলে। সুখী যেন অ-ভব কৰিবৰ বাবে তেওঁ বিচাৰে উষ্ণতা আৰু সহানুভূতি। নতুন ঠাই, নতুন পৰিবেশে তেওঁৰ দুঃখ পাতলাবও পাৰে।

দুয়ো দাঁতিয়ে লেলপেল নিচিগা ৰঙচুৱা পৰা আঙুৰলতাৰে ৰাস্তাটো অকাই পকাই ৰোম অভিমুখে আগবাঢ়িছিল। বাটত শ্যেলীহঁতে সঘনে গৌৰবৰ্ণ বলদৰ যোৰা লগ পাইছিল—দেখিবলৈ বৰ সুন্দৰ, ঠিক ভাৰ্জিলৰ বৰ্ণনাত থকাৰ নিচিনা। তেওঁলোকে ফেৰাৰা আৰু বলনা অতিক্রম কৰিলে ; সেইবোৰ ঠাইত তেওঁলোকে অতবোৰ স্তম্ভ, চিত্ৰ আৰু গীৰ্জা দেখা পালে যে শ্যেলীৰ মূৰটো এজন স্থপতিৰ হাতমোনা, বা মিনা কৰা বস্তুৰ দোকান, বা উল্লেখযোগ্য উদ্ধৃতিৰ কিতাপ হেন বুলি ক'ব পৰা হ'ল। বহুতো ভাবঅনুভূতি, আবেগ, অনুৰাগ, প্ৰেম আৰু সৌন্দৰ্য্য বিজড়িত নগৰ ৰিমিনি, স্পলেট', আৰু টাৰ্ণি পাৰ হৈ তেওঁলোক কেম্পানা দ্য ৰমা পালেগৈ। তেনেই নিৰ্জন ঠাই, কিন্তু চিত্ৰবৎ আৰু মনোমোহা। ৰোম সোমাওঁতে এটা প্ৰকাণ্ড শেন চৰাই তেওঁলোকৰ মূৰৰ ওপৰৰ আকাশত বনাইছিল।

ৰোম নগৰীত অ'ত ত'ত সিঁচৰতি হৈ থকা সুন্দৰ ভগ্নাৱশেষবোৰ দেখি শ্যেলীৰ মন অতীৱ উল্লসিত হ'ল। ইংৰাজবোৰৰ গোৰস্থানখনেই তেওঁৰ মনত আটাইতকৈ সুন্দৰ গোৰস্থান যেন লাগিছিল। তাতে চৈষ্টিচিয়াচৰ কবৰ আছিল—এটা পিৰামিডৰ আকাৰত। তাৰ তলতে গোৰস্থানখন। গছৰ ডালবোৰ দোঁ খাই কবৰবোৰৰ ওপৰত পৰিছিল, বতাহে পাতৰ মাজত সুহুৰি মাৰিছিল। সেই কবৰবোৰ প্ৰধানকৈ আছিল তিৰোতাৰ, আৰু তৰুণ বয়সীয়া লোকৰ। শেষ নিদ্ৰাৰ বাবে যেন পৰম বাঞ্ছিত স্থান।

ৰোমৰপৰা তেওঁলোক নেপলচ'লৈ গ'ল। তাতে তেওঁলোকে কেইটামান কোঠা ভাৰালৈ ল'লে। তাৰপৰা ভিল্লা নাজিয়নালিৰ সিপাৰে সাগৰৰ নীলিম জলৰাশি চকুত পৰে, চিৰ পৰিবৰ্তনশীল অথচ সদায় একে। বিচুবিয়াচৰ উদগীৰণ হৈ আছিল; দিনে নিশাই তেওঁলোকে ধোঁৱা আৰু গলিত অগ্নিখণ্ড কুণ্ডলী পকাই আকাশলৈ উঠি যোৱা দেখিবলৈ পাইছিল। শিলাজতুময় ক'লা বাষ্প আৰু অগ্নিক্ষৰা আলোকৰেখা সাগৰৰ বুকুত প্ৰতিবিম্বিত হৈছিল। ঠাইখনৰ জলবায়ু আছিল ইংলেণ্ডৰ বসন্ত কালৰ দৰে, কিন্তু ইংলেণ্ডৰ বসন্তৰ এপ্ৰিলমহীয়া মিঠা মিঠা লগা ভাবটো যেন তাত নাছিল।

তেওঁলোক পম্পেঈ, চেলাৰ্ণ আৰু পেষ্টাৰ্ণলৈ গ'ল। সেইবোৰ ঠাইৰ অতি মনোৰম কিন্তু ক্ষণিক আভাসহে তেওঁলোকে পালে। হ'লেও সিয়েই তেওঁলোকৰ মনত কিবা এক অৰ্দ্ধসংস্কৃত সপোনৰ দৰে অস্পষ্ট কিন্তু মধুৰ সাঁচ বহুৱাই থৈ গ'ল। পিছে এই সমস্ত সৌন্দৰ্য্যৰাশিৰ মাজত থাকিও তেওঁলোক সুখী হোৱা নাছিল। তেওঁলোকৰ চা-চিনাকি বুলিবলৈ তাত কোনো নাছিল। প্ৰায় অন্তহীন এই নিঃসঙ্গতা তেওঁলোকৰ বাবে অসহ্য হৈছিল।

ৰোমৰ মিঠা ৰ'দৰ উম লৈ লৈ তেওঁলোকৰ মন উইণ্ডচৰ, মাৰ্ল', আনকি লণ্ডনলৈকো উৰা মাৰিছিল। সেইবোৰ ঠাইলৈ ঘূৰি যোৱাৰ আকুল বাসনা হৈছিল। বন্ধুবান্ধৱ অবিহনে এই পাহাৰ শ্ৰেণী, এই নীলিম আকাশৰ সাৰ্থকতাই বা ক'ত? কিবা নহয় কিবা প্ৰকাৰৰ সামাজিক আনন্দ বোলা কথাটোতেইতো জীৱনৰ সাৰ্থকতা। সাধাৰণ, কিন্তু আনন্দদায়ক স্মৃতিবিজড়িত দৃশ্য একোটাৰ তুলনাত, অতি মনোৰম আৰু বাস্তৱ প্ৰাকৃতিক দৃশ্য একোটাও মনৰ পটত নিষ্প্ৰভ হৈ পৰে।

ৰাস্তাত তেওঁলোকে কৰ্মব্যস্ত বনুৱাবোৰলৈ লক্ষ্য কৰিছিল। মগনীয়াবোৰৰ চালচলনো মন কৰিছিল। বনুৱা আৰু মগনীয়াৰৰ একো একোটা সৰু গোট। মানবপ্ৰেমী শ্যেলীয়ে জনসমাগমৰ মাজত নিঃসঙ্গবোধ কৰিছিল। কিয় তেওঁৰ এনে হয় সেই কথা ভাবি তেওঁৰ মনটো বেয়া লাগিছিল, তেওঁ আচৰিত হৈছিল। য'লৈকে যায় ততেই 'বিদেশী' বুলি চিহ্নিত হ'ব লগা হোৱাটো মেৰীয়ে বেয়া পাইছিল। তাই আকৌ গৰ্ভৱতী হৈছিল। ক্লেয়েৰেক অই মুঠেই সহ্য কৰিব নোৱাৰিছিল। ঘৰুৱা অশান্তিও তাইৰ বহুত হৈছিল। পাওল' নামৰ ইটালীয়ান চাকৰটোৱে

চুইচ নাৰ্চজনীক ধৰ্ষণ কৰিলে। মেৰীয়ে ধৰিলে যে সি তাইক বিয়া কৰাব লাগিব। বহুত বাকবিতণ্ডাৰ মূৰত সি মান্তি হ'ল যদিও অলপো সময় নষ্ট নকৰি সি মৈৰ্ণীয়েকক লৈ মূৰ পোলোকা মাৰিলে। যাবৰ পৰত সি শ্যেলীক এসেকা দিব বুলি শুনাই থৈ গ'ল। ক্লেয়েৰেও কিবা এটা অচিন অসুখত পৰিল। সেই কথাটোতো মেৰীৰ মনত সন্দেহ হ'ল।

নেপলচত থাকি তেওঁলোকৰ ভাল নলগা হ'ল। এইখন চহৰে তেওঁলোকক আমুৱালে। তেওঁলোকে ৰোমলৈ ঘূৰি যাবলৈ ঠিক কৰিলে। সঘনে ঠাই সলাই থাকিব লগা হোৱাত তেওঁলোকৰ শান্তি নাইকিয়া হ'ল। বিচনাখনতে বাগৰি জুগৰি, ইকাটিসিকাটি কৰি অকণমান আৰামদায়ক চুক এটা অনাহকতে বিচাৰি ফুৰা অসুখীয়া মানুহ এজনৰ দৰে তেওঁলোকৰ অৱস্থা হ'ল। অনাহকতে, কাৰণ অসুখটো মানুহজনৰ গাত লাগিয়েই আছে, ঠাই সলনি কৰিলেই সি আঁতৰ নহয়। দক্ষিণাঞ্চলৰ বসন্ত কালৰ গৰম সক ল'ৰা 'উইলমাউচে' সহ্য কৰিবলৈ টান পালে। এইটি আছিল বাপেকৰ বুকুৰ জীউ। ডাক্তৰে ক'লে বোলে ল'ৰাটোক ততালিকে উত্তৰ অঞ্চলৰ লুক্কা বোলা ঠাইলৈ লৈ যাব লাগে। সেই মতে তেওঁলোকে যাবলৈ যো জা কৰিছিল, কিন্তু তেনেতে ল'ৰাটো ভয়ানক গ্ৰহণীত পৰিল।

পিচৰ ষাঠিটা ঘণ্টা শ্যেলীয়ে ল'ৰাটোৰ হাত নিজৰ মুঠিত ধৰি আছিল। তাৰ প্ৰতি তেওঁৰ স্নেহৰ আতিশয্য বাঢ়িহে গৈছিল। উইলি আছিল মৰমলগা, বুদ্ধিমান, আৰু অনুভৱনশীল শিশু। তাৰ চুলিকোচা আছিল ৰেচমী, গাৰ বৰণ আছিল উজ্জ্বল, চকু দুটা শ্যেলীৰ চকুৰ দৰেই—নীলাভ আৰু প্ৰখৰ। সি শুই থাকিলে ইটালীয়ান নাৰ্চবোৰ হাতত সাৰে ভৰিত সাৰে কোঠালৈ আহি ইজনীয়ে সিজনীক তালৈ আঙুলিয়াই দেখুৱায়। মৃত্যু প্ৰায় সন্নিকট যদিও, ডাক্তৰে তাক বচাবলৈ যৎপৰোনাস্তি চেষ্টা কৰিছিল। তাক বচাব পৰা হ'ব বুলিও আশা কৰিছিল। বেচেৰা আৰু তিনিদিন বাচি থাকিল। ৰ'দ জলমলীয়া উজ্জ্বল দুপৰীয়া বেলাত সি শেষ নিশ্বাস এৰিলে। প্ৰটেষ্টাণ্ড গোৰস্থানত তাক কবৰ দিয়া হ'ল। প্ৰথমবাৰ ৰোমলৈ আহোঁতে এই কবৰস্থানৰ বিষণ্ণ গাম্ভীৰ্য্য আৰু সৌন্দৰ্য্যাই শ্যেলীক মুগ্ধ কৰিছিল। গছৰ পাতৰ মাজত

ৰতাহে তেতিয়াও সুহুৰিয়াই আছিল। পুৰণি এটা কবৰৰ কাষত, ৰ'দ জিলমিল ফুলাম ঘাঁহনি এটুকুৰাত, শ্যেলীৰ পোণাটি লুকাই গ'ল।

এক এক কৈ আটায়েই গ'ল। ফেনী গ'ল, হেৰিয়েট গ'ল, বেবী ক্লাৰা গ'ল, আৰু এতিয়া উইলমাউচো গ'ল। মহামাৰীৰ দৰে কিবা এক মাৰাত্মক পৰিবেশে যেন শ্যেলীক বেৰি ধৰিছিল। তেওঁ ভালপোৱা আটাইবোৰ ইজনৰ পিচত সিজনকৈ তাৰ কবলত পৰিছিল।

* * *

এই তৰুণ দম্পতীহালক এনেদৰে কষ্ট দি দেৱতাইঁতে যেন ৰংহে চাইছিল। তেওঁলোকে কিন্তু এই পৰ্য্যন্ত সমস্ত দুৰ্ভাগ্য ধীৰ আৰু শান্তভাৱে সহ্য কৰিছিল। কিন্তু আৰু নোৱাৰি। মেৰীৰ ধৈৰ্য্যৰ বান্ধ ভাগিলে। শ্যেলীয়ে তাইক চহৰৰপৰা দূৰৰ এটা মনোৰম 'ভিল্লা'লৈ লৈ গ'ল। পিছে তাইৰ মন একান্তই বিৰস আৰু উদাসীন হৈয়ে থাকিল। কোনো কথাতে তাইৰ আগ্ৰহ নোহোৱা হ'ল। অনবৰত তাইৰ চকুৰ আগত, নেপলচৰ বালিত লৰি ফুৰা দুটি সৰু ভৰি ভাহিবলৈ ধৰিলে। শিশুৰ আনন্দমুখৰ, অস্ফুট, অৰ্থহীন, মধুৰ কলকাকলি তাইৰ কাণত অহৰ্নিশে বাজিবলৈ ল'লে। তাই জঠৰ হৈ বহি থাকে। অপলক দৃষ্টিৰে সম্মুখলৈ চাই থাকে। ৰোমৰ গোৰস্থানৰ বাদে আন একোৰে কথা তাই নপতা হ'ল। তাইৰ ধুনীয়া ল'ৰাটিৰ কবৰৰ বাবে তাই এখণ্ড বগা মাৰ্বল, আৰু কেইপাহমান ফুল বিচাৰিলে।

তাইৰ অৱস্থাৰ কথা শুনি, পিতাক আৰু দাৰ্শনিক হিচাপে গডউইনে তাইক বুজনি দিয়াৰ অধিকাৰ সাব্যস্ত কৰিবলৈ লাগিল। তেওঁৰ মতে তাই নিতান্তই সাধাৰণ তিৰোতাবোৰৰ দৰে আচৰণ কৰিছে। তাই নিজৰ নথকা বা নোহোৱা কি বস্তু বিচাৰে? তাইৰ নিজৰ পচন্দৰ স্বামী আছে, সৌভাগ্য আছে, আৰু তাৰদ্বাৰাই পৰোপকাৰ কৰাৰ সুযোগ আছে। 'তোমাৰ তিনিবছৰীয়া ল'ৰা এটি ঢুকাল—সেই বাবেই সমস্ত জগতখন তোমাৰ বাবে অৰ্থশূন্য হৈ পৰিল! হি সুন্দৰ, তোমাৰ দয়া-মায়াৰ ওপৰত যাৰ অধিকাৰ আছে সেই আটাইবোৰ নিৰৰ্থক হৈ গ'ল! কি অবাস্তব ধাৰণা!"

শ্যেলীয়ে নিজেও মৃদু অভিযোগ কৰিছিলেঃ

'প্ৰিয়তমা মেৰী মোৰ, এই নিস্প্ৰাণ সংসাৰত মোক অকলশৰীয়া কৰি থৈ তুমি ক'লৈ গুচি গলাঁ? তোমাৰ দেহাৱয়বটো ইয়াত আছে সঁচা, এতিয়াও পূৰ্বৰ দৰেই ই মনোৰম, সুন্দৰ; কিন্তু *তুমি* আঁতৰি গ'লা—যি পথেদি শোকৰ অন্ধকাৰ গহ্বন বনত প্ৰবেশ কৰা যায়, সেই পথেদি তুমি পলাই গলা।"

তেওঁৰ নিজৰ বাবে আশ্ৰয় আছিল কল্পনাৰ জগতখন। এবাৰ তাত সোমাই গ'লে জীৱনৰ মৰ্মন্তুদ ট্ৰেজেদিবোৰ তেওঁৰ মনত অবাস্তব দুঃস্বপ্নৰ দৰে লাগিছিল। তেওঁ 'প্ৰমেথিউচ'ৰ ৰচনাত নিমগ্ন হৈ ৰ'ল—প্ৰমেথিউচ হ'ল তেওঁৰ আদৰ্শৰ এক অভিনব উপস্থাপন। মূৰ্ত্ত আৰু অমূৰ্ত্তৰ (বস্তু আৰু মননৰ) দ্বন্দ্ব, মুক্ত মানবৰ জগতৰ বিৰুদ্ধে বিদ্ৰোহ। ইয়াত জুপিটাৰক দেখুউৱা হৈছে লৰ্ড কেষ্টলৰিঘৰ ৰূপত, প্ৰমেথিউচ (টাইটান) হ'ল শ্যেলীৰ নিজৰ প্ৰতিফলন—অবিচাৰৰ বলি, কিন্তু আশাবাদী, আৰু শেহান্তৰত ধৰ্মৰেই জয় হয়, এই বিশ্বাসত অটল। মেঘমুক্ত আকাশ, পশ্চিমা বতাহৰ ছাটি—এইবোৰ আছিল তেওঁৰ আশা আৰু প্ৰত্যয়ৰ প্ৰকাশৰ মাধ্যম। এই আশা আৰু প্ৰত্যয়বোৰ উৎখাত কৰাৰ সাধ্য জীৱনৰ কোনো দুৰ্ভোগ, কোনো বিপত্তিৰে নাছিল।

মেৰীৰ প্ৰসবৰ সময় ওচৰ চাপিলত, ভাল ডাক্তৰ এজন লাগ বুলিলেই পাবলৈ বুলি, তেওঁলোক ফ্লৰেন্স চহৰলৈ গ'ল। কিন্তু আটাইতকৈ ভাল ডাক্তৰ হ'ল ফ্লৰেন্স চহৰখনেই। এই এখন চহৰ য'ত নিৰ্জনতাত নিঃসঙ্গতাৰ ক্লান্তি নাছিল। ফ্লৰেন্স মানেইতো ডাণ্টে, চাভানাৰলা, গিয়ট্ট। এজন এজনকৈ মানসপটত তেওঁলোকৰ আবিৰ্ভাৱ হয়। গীৰ্জাসমূহত ব্ৰুনেল্লেচিচ আৰু ডনাটেল্লি যেন এতিয়াও প্ৰীতিপূৰ্ণ প্ৰতিদ্বন্দ্বিতাত নিমগ্ন। পথৰ কাষৰ মূৰ্তিবোৰ ইমান জীৱন্ত! ইমান জীৱন্ত মূৰ্ত্তি অন্য ক'তো দেখা নাযায়। পিয়াজ্জা দ্য চান মিনিয়াট'ত মাইকেল এঞ্জেলৰ 'ডেভিড' নামৰ চিত্ৰই বাণ্ডিনেল্লিৰ 'নেপচুন' নামৰ অৰ্থহীন আৰু 'হাৰকিউলিচ' নামৰ জধলা ছবি দুখনক যেন সগৰ্বে আজিও প্ৰত্যাহ্বান জনায়! ওচৰতে ওমলি থকা শিশুহঁতৰ পৰিচয় নাজানিলেও মনটো সিমান বেয়া নালাগে, কাৰণ ডেল্লা ৰব্বিয়াই অঁকা শিশুহঁতৰ ছবিখন চায়েই মন আপ্লুত হৈ থাকে।

চান মিনিয়াটৰ পাহাৰৰপৰা শ্যেলীয়ে একান্তমনে চহৰখনলৈ চাই থাকে—চাই থাকি ভাল পায়। ৰঙা চালবোৰ জিলিকি থকা দেখা যায়; বৰ্ষাপুষ্ট পীতাভ জলৰাশি বুকুত লৈ শীৰ্ণা আৰণ' নদী অবিৰত বৈ থকা চকুত পৰে। এই নদীৰ দুকাষে অ'ত ত'ত, দলংবোৰৰ আৰু মোহনাৰ সমীপত, সৰু সৰু থেপাথেপি ঘৰবোৰ মানুহৰ জুম একোটাৰ দৰে দেখায়। দিগন্তৰ সীমনাত তটভূমিয়ে নীলাভ মৰুমালাৰ প্ৰান্ত স্পৰ্শ কৰা যেন লাগে।

ফ্লৰেন্স চহৰৰ বৌদ্ধিক পৰিবেশত জীৱনৰ প্ৰতি মেৰীৰ হেৰোৱা মোহ যেন ঘূৰি আহিল। মানুহদুনুহৰ লগত তাই মিলামিছা কৰিবলৈ ল'লে। প্ৰসৱৰ কাল নিৰাপদে পাৰ হ'ল। কোলালৈ আকৌ এটি কেঁচুৱা আহিলত, উইলিয়াম কাল হোৱাৰ পিচত মেৰীৰ মুখত প্ৰথমবাৰৰ বাবে হাঁহি বিৰিঙিল।

নৱজাতক পুত্ৰক তাই পাৰ্চি ফ্লৰেন্স নামেৰে অভিষিক্ত কৰিলে।

— —

## ॥২৮॥

# "পতিৰ প্ৰতি পত্নী"

জীৱনত একো কথাই অকলে নাহে— সম্পদো নাহে, বিপদো নাহে। এজন বন্ধু গোট খালে আৰু এজন গোট খায়। সুদীৰ্ঘ দিন নিঃসঙ্গতাত ভোগাৰ পিচত, মেৰীৰ আৰু পাৰ্চিৰ, তেওঁলোকে নিবিচৰাকৈয়ে বন্ধুৰ দল এটা গোট খালে।

এই বিস্ময়কৰ ব্যাপাৰটো অপ্ৰত্যাশিতভাৱেই ঘটিল। প্ৰথম কথা, শ্যেলীৰ গাৰ একাষত আকৌ বিষে উক দিছিল। এপেনাইন পাহাৰৰপৰা অহা বতাহ্ ছাটি জাৰকালি ফ্লৰেন্স চহৰত বৰ প্ৰবল হৈ পৰে। সেইছাটি বতাহ্ শ্যেলীৰ শৰীৰে নসহিলে। ডাক্তৰে পৰামৰ্শ দিলে বোলে তেওঁ পিছা চহৰলৈ গ'লে ভাল পাব।

টম মেডউইন নামেৰে শ্যেলীৰ খুৰাকৰ ল'ৰা এজন তেওঁক লগ ধৰিবলৈ আহিছিল। মেডউইন ভাৰতত এটা হিলৈদাৰী ফৌজত আছিল, তাৰপৰা তেওঁ সদ্যহতে কেপ্টেইন পদবীত থাকোঁতেই অৱসৰ লৈছিল। মানুহজনৰ সাহিত্যৰ প্ৰতি ধাউতি আছিল, আৰু এই আপাহতে পৰিয়ালৰ একমাত্ৰ সাহিত্যিক পুৰুষজনৰ ওচৰ চাপিছিল। মানুহজন বেচ ভাল আছিল, কিন্তু আনক বিৰক্ত কৰাত তেওঁ আছিল ওস্তাদ। তেওঁ পিছে শ্যেলী আৰু মেৰীক সুন্দৰ দম্পতী এহালৰ লগত চিনাকি কৰি দিলে। দম্পতীযুগল আছিল মিঃ আৰু শ্ৰীমতী উইলিয়ামচ।

এডউইন উইলিয়ামচ নৌ বাহিনীত আছিল। তাত তিনিবছৰ চাকৰি কৰাৰ পিচত তেওঁ হিলৈদাৰী ফৌজলৈ বদলি লৈ তেতিয়া ভাৰতত থকা আঠ নম্বৰ হিলৈদাৰী ফৌজলৈ গ'ল। সেই সূত্ৰেই মেডউইনৰ লগত পৰিচয়। স্বাস্থ্যজনিত কাৰণতে বোলে তেওঁ চাকৰিৰপৰা অব্যাহতি ল'ব লগা হ'ল। মানুহজন আছিল অকপট স্বভাৱৰ, নিৰ্ভীক আৰু নিৰপেক্ষ দৃষ্টিভংগীৰ। সকলো কথাতে তেওঁৰ ৰাপ। শ্যেলী দম্পতীয়ে তেওঁক বৰ ভাল পালে। শ্ৰীমতী উইলিয়ামচেও তেওঁলোকৰ মন মুহিলে।

তেওঁ আছিল এগৰাকী বৰ ৰূপহী নাৰী। তেওঁৰ আচাৰ ব্যৱহাৰো আছিল অতি মধুৰ। তদুপৰি তেওঁ এগৰাকী গায়িকাও আছিল। উভয় দম্পতী পৰম বন্ধুত্বৰ ডোলেৰে বান্ধ খালে, আৰু লৌকিকতা নকৰাকৈ ইঘৰে সিঘৰলৈ যোৱা আনন্দফেৰা শ্যেলী দম্পতীয়ে এইবাৰ পালে। তেওঁলোকে পৰস্পৰে পৰস্পৰৰ গুণ বখানিছিল আৰু শলাগ লৈছিল। তেওঁলোকৰ পৰস্পৰৰ মাজত একান্ত আস্থাৰ ভাবো গঢ়ি উঠিছিল। প্ৰকৃত বন্ধুত্বৰ আনন্দ এইবোৰতেই!

সামাজিক বৃত্ত এটা গঢ় লৈ উঠিলেই ইয়াৰ পৰিধিৰ বাহিৰত থকা নিঃসঙ্গ জীববোৰো ইয়াৰ কেন্দ্ৰবিন্দুলৈ আকৃষ্ট হয়। এইদৰেই প্ৰথমে আহিল টাফ্‌ফে— তেওঁ আছিল এগৰাকী আইৰিচ কাউণ্ট; আহিল গ্ৰীক যুৱৰাজ মাভ্ৰকৰ দাট' আৰু আহিল এগৰাকী অসাধাৰণ ইটালীয়ান যাজক—ধৰ্মসংক্ৰান্ত বিচাৰ সভাৰ ভেনিচীয় বিচাৰকৰ দৃষ্টিৰ দৰে আছিল তেওঁৰ চাৱনি—তীক্ষ্ণ, যেন অন্তৰলৈকে শালে। এওঁ আছিল শ্ৰদ্ধেয় অধ্যাপক পাচ্চিয়ানি। এওঁৰ উপলুঙা নাম আছিল পিছাৰ চয়তান। এওঁ আছিল নিৰ্দিষ্ট কাম নোহোৱা যাজক, আসন নোহোৱা অধ্যাপক, নাৰী আৰু চিত্ৰত অনুৰাগী, প্ৰত্নতত্ত্ব সম্পৰ্কে উৎসাহী, অবৈধ প্ৰণয়ৰ দালাল, কাব্য-সঙ্গীতাদি চাৰুকলাৰ চখত হোৱা অনুৰাগী, আৰু সাধাৰণ লেনদেনৰ মধ্যস্থতাকাৰী। পাচ্চিয়ানীয়ে ভাৰা ঘৰো বিচাৰি দিয়ে, পিছে তেওঁ দুয়োজনৰপৰা কমিচন লয়। মালিকৰপৰাও লয়, ভাৰাঘৰীয়াৰপৰাও লয়। ইটালিয়ান শিকাবৰ বাবে কাৰোবাক এজন শিক্ষক বন্দবস্ত কৰি দিব, আৰু পাৰিশ্ৰমিকখিনি ভাগ কৰিব। ভেনিচৰ মাজেদি যোৱা ধনী ইংৰাজ পালে এণ্ড্ৰিয়া ডেল চাৰ্টই অঁকা ছবি এখন বেচিবলৈ ওলোৱা মাৰ্কুইসজনৰ ঠিকনাটোও একান্ত বিশ্বাসত তেওঁ যোগাৰ কৰি দিব।

প্ৰতিটো পৰিয়ালৰ লগতে তেওঁৰ সহজ পৰিচয়ৰ সম্বন্ধ। দুৱাৰমুখত ভৰি দিয়েই তেওঁ মেৰী আৰু তাইৰ বান্ধৱী জে'নক 'ৰূপহী ইংৰাজ গাভৰু আইটিহঁত কেনি আছাহঁক', বুলি চিঞৰিব, আৰু পিছা চহৰৰ সম্ভ্ৰান্ত বংশীয় মহিলাসকলৰ কাহিনী কৈ তেওঁলোকক আমোদ যোগাব। সেইসকলৰ লগত তেওঁৰ খুব হলিগলি আছিল, তেওঁলোকৰ ভিতৰুৱা কথাৰ উমো তেওঁ পাইছিল।

* * *

পাচ্চিয়ানীয়ে কোৱা এটা কাহিনীয়ে শ্যেলীৰ মনত দকৈ ৰেখাপাত কৰিছিল। ফ্লৰেন্স চহৰৰ ওপৰ মহলৰ এগৰাকী বিশিষ্ট সম্ভ্ৰান্ত ব্যক্তি কাউণ্ট ভিভিয়ানিয়ে দ্বিতীয়বাৰৰ বাবে তেওঁতকৈ বয়সত অনেক সৰু এগৰাকী তিৰোতাক বিয়া কৰাইছিলে। প্ৰথমগৰাকী পত্নীৰ পিনৰ তেওঁৰ দুজনী ৰূপহী ছোৱালী আছিল। সিহঁতৰ ৰূপ দেখি নব পৰিণীতা পত্নীৰ সিহঁতলৈ ঈৰ্ষা হ'ল, আৰু গিৰিয়েকক কৈ মেলি দুয়োজনীকে পিছালে পঠোৱালে আৰু দুখন সুকীয়া সুকীয়া কনভেণ্টত সিহঁতক ভৰ্তি কৰাই দিয়ালে। যৌতুক নোহোৱাকৈ কোনোবাই সিহঁতক বিয়া কৰাবলৈ আগবাঢ়ি নহালৈকে সিহঁত তাতেই থাকিব লাগিব। ছোৱালী দুজনীক অধ্যাপক গৰাকীয়ে সৰুৰেপৰাই দেখিছে। তেওঁ সিহঁতৰ ৰূপগুণ আৰু বিদ্যাবুদ্ধিৰ উচ্চ প্ৰশংসা কৰিলে। তেওঁৰ মতে ডাঙৰজনীতো হীৰাৰ টুকুৰা। পাচ্চিয়ানীয়ে কৈ গ'লঃ "পভাৰিনা বেচেৰী। তাইৰ এতিয়া সজাত ভৰাই থোৱা চৰাইৰ দশা। তাইৰ যৌবন যে অথলে মৰহি গৈছে সেই কথাৰ তাই গম ধৰিব পাৰিছে। তাইকতো প্ৰেমৰ বাবেই সৃষ্টি কৰা হৈছিল। কালি তাই তাইৰ 'বন্দীশাল'ত ফুলকেইজোপামানত পানী দি আছিল। ফুলৰ বাহিৰে তাইনো ভাল পাবলৈ আৰু কি আছে। 'এৰা', তাই হুমুনিয়াহ চাৰি কৈছিল, 'তোমালোকৰ জন্ম হৈছে নিশ্চল জীৱন যাপন কৰিবলৈ, কিন্তু আমি চিন্তাশীল প্ৰাণী, আমাৰ জন্ম হৈছে কাৰ্য্য কৰিবৰ বাবে, একে ঠাইতে থাকি থাকি মৰহি নাযাবৰ বাবে...।' সেই চেইণ্ট আন্না কনভেণ্টখনো বৰ দুঃখৰ জেগা ; এই মুহূৰ্ত্তত তাৰ বেচেৰী বাসিন্দাহঁতে নিশ্চয় জাৰত কঁপি আছে। গা গৰম লগাবৰ বাবে কাপোৰকানি তেনেকৈ একো নাই। মাত্ৰ মাটিৰ মলা একোটাত তপত ফুটছাই কিছুমান ভৰাই লৈ সেক লৈ থকা, সিমানেই। তেওঁলোকক দেখিলেই তোমাৰ দুঃখ লাগিব।"

কাহিনীটোৱে শ্যেলীৰ মনত বীৰব্ৰতী নায়কৰ সমস্ত উদ্যম আৰু অত্যুৎসাহ জাগৰিত কৰিলে। দাম্পত্য জীৱনৰ সুখ-স্বাচ্ছন্দ্যই সেইবোৰ যোৱা কেইটামান বছৰ ধৰি তল পেলাই থৈছিল। তেওঁ এগাল প্ৰশ্ন

সুখিলে, আৰু কাউণ্টগৰাকীৰ প্ৰতি এনে উষ্মা প্ৰদৰ্শন কৰিলে, আৰু যুৱতীগৰাকীৰ প্ৰতি এনে কৌতূহল প্ৰকাশ কৰিলে যে পাচ্চিয়ানীয়ে এই দুই তৰুণ ব্যক্তিক লগ লগাই দিয়াৰ লোভটো সম্বৰণ কৰিব নোৱাৰিলে। তেওঁৰ প্ৰকৃতিৰ খুড়া মানুহে এনেবোৰ কাম কৰি ভাল পায়েই! তেওঁ শ্যেলীক চেইণ্ট আন্নাৰ কনভেণ্টলৈ লৈ যাবলৈ প্ৰস্তাব কৰিলে। ঠাইখনৰ অৱস্থা দেখাতেই বৰ দুঃখলগা আছিল। নগৰৰ উপকণ্ঠ অঞ্চলত, মানুহৰ বৰকৈ আহযাহ নোহোৱা ৰাস্তা এটাৰ দাঁতিত, এটা জৰাজীৰ্ণ ঘৰ। শ্যেলী আৰু তেওঁৰ লগৰজন এটা আন্ধাৰমুন্ধাৰ বাটচ'ৰা পাৰ হ'ল। পাচ্চিয়ানী এমিলিয়াক বিচাৰি গ'ল। গ্ৰেটচেনক লগত লৈ মেফিষ্টফেলিচ ঘূৰি আহিল। তাইৰ ৰূপ লাবণ্য তেওঁ অতিৰঞ্জিত কৰা নাছিল। তাইৰ ক'লা চুলিকোচা খোপা এটা কৰি বান্ধি থোৱা আছিল—ঠিক গ্ৰীক দেবী এগৰাকীৰ আৰ্হিত। তাইৰ ত্ৰুটিহীন অ্যাবয়বিক গঠন বিশ্বকৰ্মাৰ সৃষ্টি যেন লাগিছিল। মাৰ্বলৰ দৰে গাৰ ৰঙে তাইৰ বিশাল, কজলা চকুহালৰ ৰং আৰু অধিক গাঢ় কৰিছিল। তাত প্ৰতিফলিত হৈছিল এক নিদ্ৰালু ইন্দ্ৰিয়াসক্তি। এই ক্ষেত্ৰত কোনো কোনো ইটালীয়ান নাৰীয়ে প্ৰাচ্যৰ নাৰীসকলকো চেৰ পেলায়।

অন্ধকাৰ বাটচ'ৰাটোত তাইক দেখামাত্ৰকতে তাইক তেওঁ ভাল পায় বুলি শ্যেলীৰ ভাব হ'ল। শ্যেলীৰ বাবে প্ৰেম ইন্দ্ৰিয়াসক্তি নাছিল, আছিল প্ৰেয়সীৰ ওচৰত আত্মবলিদানৰ এক তাড়না। অনবদ্য দৈহিক সৌন্দৰ্য্য আৰু পৰম অনিৰ্বচনীয় ভাবৰ এক সুন্দৰ সমাহাৰ—প্ৰেমৰ এই আদৰ্শটোৱেই শ্যেলীৰ মনোজগত অহৰ্নিশে অধিকাৰ কৰি আছিল। কোনো ৰূপহী, নিৰ্যাতিতা নাৰীৰ ত্ৰাণকৰ্তা বীৰব্ৰতী পুৰুষ; কোনো নিপীড়িতা এনড্ৰমিডাৰ উদ্ধাৰকৰ্তা পাৰচিউচ; কোনোবা কুঁৱৰী যাৰ বাবে তেওঁ হ'ব চেইণ্ট জৰ্জ—এইবোৰ আছিল তেওঁৰ কল্পনা, আৰু তেওঁৰ জীৱনৰ প্ৰণয়ঘটিত দুঃসাহসিক ঘটনাবোৰৰ উৎসও আছিল এনেবোৰ কল্পনাই। এনেকুৱা কাৰণতে পিতাকৰ অত্যাচাৰৰপৰা ৰক্ষা কৰিবলৈ তেওঁ হেৰিয়েটক পলুৱাই নিছিল, আৰু মেৰীক ভাল পাই পেলাইছিল কাৰণ তাই আছিল অসুখী—তাইৰ মনৰ দুঃখ নিজৰ প্ৰেমেৰে তেওঁ দূৰ কৰিব! তেওঁৰ প্ৰেমানুভূতিত বাসনা আৰু সহানুভূতিৰ কোনটো কিমান আছিল তেওঁ নাজানিছিল। উপাদানবোৰ বোধহয় আৰম্ভণিতে

পাৰ্থিবেই আছিল, কিন্তু পিচলৈ পৰিশুদ্ধ হৈ তেওঁৰ কাব্যৰ সৃষ্টিশীলতাক চূড়ান্ত পৰ্য্যায়লৈ উন্নীত কৰিলে।

মেৰীৰ লগত তেওঁৰ সম্পৰ্কতে তেওঁ ৫ অতীন্দ্ৰিয় প্ৰেমৰ প্ৰকাশ তেওঁ দেখা পাইছিল বুলি সুদীৰ্ঘকাল শ্যেলীয়ে ভাবি আছিল। নাৰী এগৰাকী দেবোপমা হোৱাৰ যি ন্যুনতা, সেইকণ ন্যুনতাহে তেওঁৰ আছিল। সন্তৱ পোনপ্ৰথমবাৰৰ বাবে, আচল মানুহগৰাকী শ্যেলীৰ কল্পনাৰ মানুহগৰাকীৰ লগত মিলি গৈছিল। তথাপিতো তেওঁৰ লগত প্ৰাত্যহিক জীৱনযাপন কৰোঁতে তেওঁৰ কল্পিত আদৰ্শৰ লগত খাপ নোখোৱা দুই চাৰিটা বৈশিষ্ট্য মেৰীৰ গাত তেওঁ দেখা পাইছিল। সন্তানৰ জননী আৰু গৃহকৰ্ত্ৰী মেৰী, স্কিনাৰ ষ্ট্ৰীটৰ সেই মৰমলগা, সাহসী ছোৱালীজনী হৈ থকা নাছিল। তাৰ ঠাইত শ্যেলীয়ে দেখিছিলে এগৰাকী নীৰস, কৰ্মদক্ষা মহিলা। শ্যেলীয়ে অতদিনে হীৰাৰ টুকুৰাৰ স্বচ্ছতা বুলি প্ৰশংসা কৰা তাইৰ স্বভাবৰ বৈশিষ্ট্য এতিয়া হিমশীতল উদাসীনতা যেনহে লগা হ'ল। নিচেই সামান্য কথা একোটাতো তাইৰ অকল্পনীয়ভাৱে তুচ্ছ ঈৰ্ষা প্ৰকাশ পাবলৈ ধৰিলে। আটাইতকৈ পৰিতাপৰ কথা হ'ল, তাইৰ গতি- মতি-প্ৰকৃতি শ্যেলীয়ে ইমান ভালকৈ চিনিলে যে তাইক তেওঁ নিজৰ আদৰ্শৰ প্ৰতিফলন বুলি স'ব নোৱৰা হ'ল।

ইয়াৰ বিপৰীতে কিন্তু সুন্দৰী আৰু ৰহস্যময়ী এমিলিয়াক তেওঁৰ সমগ্ৰ আত্মাৰ মূৰ্ত প্ৰকাশ বুলি শ্যেলীয়ে ভাবিব পাৰিছিল, কাৰণ তাইৰ বিষয়ে তেওঁ এতিয়াও ভালকৈ একো জনা নাছিল। তেওঁৰ ভাব হ'ল যে আশৈশৱ মনৰ মাজত লালিতপালিত তেওঁৰ কল্পনাৰ মহিমাময়ী ভাবমূৰ্ত্তি ইটালিয়ান কনভেণ্ট এটাত তেওঁ আৱিষ্কাৰ কৰিলে। আগতে একাধিকবাৰ কল্পনাৰ সেই মূৰ্ত্তিয়ে তেওঁ চুব খোজোঁতেই আঁতৰি গৈ তেজ মঙহৰ নাৰী ৰূপতহে ধৰা দিছিল, আৰু পৰিণতিত তেওঁৰ অনুভৱনশীল মনটো ব্যথিত কৰিছিল। কিন্তু এইবাৰ যেন তেওঁৰ সেই ভাবমূৰ্ত্তিয়ে এমিলিয়াৰ সমাৰ্থক হৈ তেওঁৰ ওচৰত ধৰা দিলে।

চ'ৰাঘৰলৈ ওলাই আহোঁতে এমিলিয়াই সজাত ভৰাই থোৱা চৰাই এটাক সম্বোধন কৰি তলৰ কথাখিনি কৈ আছিছিল। শ্যেলীৰ মনত এই শব্দৰাজিয়েই সংসাৰত আটাইতকৈ অধিক কাব্যিক বুলি ভাব হৈছিল। তাই কৈছিলঃ

"আয়ে দেহি, কণমানি চৰাইটি। তই ক্লান্তিৰ দিন কটাই কটাই মৰিবলৈ ওলাইছ। তোলৈ মোৰ ইমান বেয়া লাগে! গৰম দেশলৈ উৰি যোৱা আনবোৰ চৰায়ে তোক মতা শুনিলে তই চাগে মনত কিমান দুঃখ পাব! কি হ'ব, মোৰ দৰেই তোৰো যন্ত্ৰণাৰ জীৱনৰ ইয়াতেই ওৰ পৰিব। সেয়ে তোৰ মোৰ ভাগ্য।... হায়! মই কিয় তোক মুকলি কৰি দিব নোৱাৰোঁ?"

এইদৰে, ইটলীয়ান ধৰণত তাই সৰ্বপ্ৰকাৰ কবিতাৰ উচ্চস্বৰে আবৃত্তি কৰি ভাল পাইছিল। গুণগতভাৱে কবিতাবোৰ বেয়া নাছিল, সংখ্যাতো তাকৰ নাছিল। এমিলিয়াৰ মাজত শ্যেলীয়ে যথাৰ্থ প্ৰতিভাৰ প্ৰকাশ দেখা পালে। তেওঁ তাইৰ ওচৰলৈ আকৌ আহিবলৈ আৰু নিজৰ পত্নী আৰু খুলশালীয়েককো লগত আনিবলৈ অনুমতি বিচাৰিলে। তাই সানন্দে অনুমতি দিলে।

মেৰীৰ আগত এমিলিয়াক লগ পোৱাৰ কথা কওঁতে শ্যেলীয়ে তেওঁৰ মনত তেতিয়া সৃষ্টি হোৱা প্ৰেৰণাদায়ক ভাব অনুভূতিবোৰ তাইৰপৰা গোপন কৰা নাছিল। তেওঁলোক দুয়ো প্লেট' ভালদৰে অধ্যয়ন কৰিছিল। যি প্ৰেম মাথোন পৰম সৌন্দৰ্য্যৰ অভিধ্যান সেই প্ৰেম সম্পৰ্কে মেৰী অৱগত আছিল। কিন্তু শ্যেলীৰ মনত এই প্ৰেম এটা মূৰ্তিৰদ্বাৰা অঙ্কুৰিত হোৱাহেঁতেন মেৰীয়ে বেচি ভাল পালেহেঁতেন। বা, ডাণ্টেৰ দৰে শ্যেলীয়েও তেওঁৰ বিয়েট্ৰিচৰ লগত কথা পতাৰ সুযোগ নাপালেও ভাল আছিল। যি কি নহওক, ৰূপহী বন্দিনীগৰাকীক দেখা কৰিবলৈ লগ ধৰিলত মেৰী বং মনে ওলাল।

মেৰীৰ মতে এমিলিয়া এটা গ্ৰীক মূৰ্ত্তিৰ দৰে ধুনীয়া। তাইৰ বাগ্মিতাও অসাধাৰণ বুলি মেৰীয়ে স্বীকাৰ কৰিলে। এই ইটালীয় প্ৰতিভাৰ প্ৰগলভতাৰ ঠাইত ইংৰাজ তিৰোতাৰ গাম্ভীৰ্য্য দেখা পোৱাহেঁতেনেই তেওঁ অধিক সন্তুষ্ট হ'লহেঁতেন—এয়ে আছিল তেওঁৰ মনৰ গোপন বাসনা। এমিলিয়াৰ মাতটো বৰ ডাঙৰ বুলি তাই ভাবিছিল, আৰু তাইৰ অঙ্গীভঙ্গীবোৰ বেচ প্ৰকাশক্ষম হ'লেও, আচৰণৰ স্বাভাৱিক মাধুৰ্য্য সিবোৰত নাছিল। মেৰীৰ মতে মনে মনে থাকিলেই এমিলিয়াক আটাইতকৈ ভাল লাগে, কিন্তু মনে মনে তাই কাচিৎহে থাকে। কিন্তু তাইৰ মনৰ আচল ভাব যাতে বাহিৰত প্ৰকাশ নাপায় সেই বিষয়ে মেৰী সাৱধান হ'ল; লোকক

দেখুৱাই কিন্তু তাই এমিলিয়াৰ প্ৰতি অতি আপোন ভাবকে প্ৰকাশ কৰিলে।

ক্ৰেয়েৰে কিন্তু আছিল মেৰীতকৈ অনুভৱনশীল। শ্যেলীৰ দৰে তায়ো দেখা মাত্ৰকে এমিলিয়াৰ ৰূপত মুগ্ধ হ'ল। মেৰীয়ে বন্দিনীগৰাকীক কিঅপ, সোণৰ চেইন আদি সামান্য দুইএপদ উপহাৰ দিছিল। ক্ৰেয়েৰে গৰীব—উপহাৰ দিবলৈ তাইৰ নাছিল; উপহাৰ দিয়াৰ সলনি তাই এমিলিয়াক ইংৰাজী শিকাবলৈ ল'লে। এমিলিয়ায়ো ভালেই পালে। ইয়াৰ পিচত কনভেণ্ট আৰু পিছা চহৰৰ মাজত অন্তহীন চিঠিপত্ৰৰ আদান-প্ৰদান আৰম্ভ হ'ল। 'মৰমৰ বাইদেউ', 'মৰমৰ মেৰী', 'বিচক্ষণ পাৰ্চি...' আৰু নক'লেও হ'ব, কিবা এটা ৰহস্যময় ভাবত 'প্ৰিয় স্বামী'—এইবোৰেই সম্বোধন। পিছে, আচৰিত কথা, "মৰমৰ বাইদেউ মেৰীয়ে" মাজে মাজে সামান্য বিৰাগো প্ৰকাশ নকৰাকৈ থকা নাছিল। "কিন্তু আপোনাৰ স্বামীয়ে মোক কৈছে বোলে ছাইৰ মাজত ফিৰিঙতি থকাদি, দেখাত উদাসীন যেন লগা এই ভাবৰ অন্তৰালত এখন দৰদী অন্তৰ লুকাই আছে।"

পিছে আচল কথাটো হ'ল মেৰীয়ে দিনক দিনে এমিলিয়াক সহ্য কৰিব নোৱৰা হৈ আহিছিল, কাৰণ শ্যেলীয়ে তাইক কেন্দ্ৰ কৰি এক কল্পলোক সৃষ্টি কৰিবলৈ প্ৰয়াস কৰিছিল আৰু তাতেই সততে বিৰাজ কৰিবলৈ বিচাৰিছিল। তাইৰ প্ৰতি ভাব আৰু শ্ৰদ্ধা প্ৰদৰ্শন কৰি তেওঁ এটা চমৎকাৰ প্ৰেমৰ কবিতা লিখিবলৈ আৰম্ভ কৰিছিল। তেওঁৰ অভিপ্ৰায় আছিল যে ডাণ্টেৰ 'ভিটা নুঅ'ভা' বা শ্যেক্সপীয়েৰৰ ছনেটবোৰৰ দৰে ইয়াক তেওঁ ৰহস্যাবৃত্ত কৰি ৰাখিব। তেওঁ লিখিছিলঃ "এজন মানুহে মাত্ৰ এগৰাকী দয়িতা বা এজন বন্ধুতে নিজক আবদ্ধ ৰাখিব লাগে, আৰু আনবোৰ যিমানেই সুযোগ্য নহওক কিয়, তেওঁলোকক উপেক্ষা কৰিব লাগে—এই গতানুগতিক ধাৰণাটোৰ মই একান্ত বিৰোধী। আজিকালিৰ আদৰ্শ এনেকুৱাই, এই পথ অনুসৰণ কৰি হতভাগ্য লোকসকলে এজন বন্ধুতে বা এগৰাকী নাৰীতে আবদ্ধ হৈ ক্লান্তিৰে দিনাতিপাত কৰে; সেই বন্ধুজন বা নাৰীগৰাকীও হয়তো হ'ব পাৰে ঈৰ্ষান্বিত, বন্ধুৰ মুখা পিন্ধা শত্ৰুও হ'ব পাৰে... প্ৰকৃত প্ৰেম অস্থাৱৰ সম্পত্তিৰ দৰে নহয়। ইয়াক ভাগ কৰিলে ই নুটুটে। অনেক উপলব্ধিৰে

পৰিপুষ্ট হৈ প্ৰেম ভাস্বৰ হয়। ই যেন কল্পনাৰ দীপ্তি... কেৱল একতে আবদ্ধ থকা মন বা অন্তৰ সংকীৰ্ণতাৰ গণ্ডীত সোমাই পৰি পীড়িত হয়।"

ইয়াৰ পিচত এমিলিয়াৰ বৰ্ণনা—আচলতে ই হ'ল তাইৰ এক সুদীৰ্ঘ প্ৰশস্তিঃ তাইৰ গাৰ আৰু তাইৰ পৰিধেয় সাজপাৰৰ সুগন্ধ, তাইৰ দেহশ্ৰীৰ মসৃণতা আৰু উজ্জ্বলতাৰ অকুণ্ঠ মুগ্ধ প্ৰশংসা। তাত তেওঁ তাইক সম্বোধন কৰিছে 'পত্নী। ভগ্নী! দেবী' আৰু দিক্ ভ্ৰান্ত নাবিকৰ দিক্ দৰ্শক নক্ষত্ৰ বুলি। তেওঁৰ আক্ষেপ যে তাইৰ প্ৰতি তেওঁৰ প্ৰেম নিবেদন অতি পলম হ'ল... ইত্যাদি। ইয়াৰ পিচত আৰু এটা শাৰী—"এমিলি, বন্দৰত লঙ্গৰ খুলি দিবলৈ জাহাজ এখন সাজু হৈ আছে...। কোনো এক অতি মনোৰম কল্পনাৰ ৰাজ্যলৈ গুচি যাবৰ বাবে ই এক উত্তাল আবেগিক সূচনা। কোনোবা এখন কল্পলোকলৈ তেওঁলোক গুচি যাব য'ত তেওঁলোকৰ দুই বিভিন্ন শৰীৰ সত্ত্বেও প্ৰাণমন হ'ব এক, নিশ্বাস-প্ৰশ্বাস হ'ব এক, ধমনীৰ স্পন্দন হ'ব এক... দুই আত্মা কিন্তু আশা এক, দুটা মনৰ অন্তৰালত এটা অভিলাষ, এক জীৱন, এক মৃত্যু, এক স্বৰ্গ, এক নৰ্ক, এক অমৰ্ত্যতা, এক মৰণ। "হায়! যিবোৰ পাখি লগা শব্দৰ বোকোচাত উঠি মোৰ আত্মা প্ৰেমৰ বিৰল বিশ্বলৈ উৰিব খোজে, সেইবোৰতো শৃংখলবদ্ধ! মই হতশ্বাস হৈছোঁ। মই ডুবিছোঁ। মই ভীত আৰু উদ্বিগ্ন হৈ পৰিছোঁ। মৃত্যু মোৰ সন্নিকট!"

"এহাল ক'লা চকু আৰু একোচা ক'লা চুলিৰে এজনী ধুনীয়া ছোৱালী এই উচ্ছ্বসিত আবেগৰ উৎস নহয়, ইয়াৰ উৎস হ'ল এমিলিয়া. স্বৰ্গীয় নিৰ্য্যাস"—এই বুলি ভাবি মেৰীয়ে নিজকে বাৰম্বাৰ প্ৰবোধ দিব খুজিলেও তাইৰ মনৰ অস্বস্তি কমা নাছিল। এনে প্ৰবল আবেগেৰে শ্যেলীয়ে প্ৰেমৰ কবিতা লিখি থকা দেখি তাই বিৰক্ত হৈছিল। ভাগ্য ভাল, কবিতাটো লিখাতেই তেওঁ ইমান নিমগ্ন হৈ পৰিছিল যে কবিতাটোৰ নায়িকাৰ ওচৰলৈ যাবলৈ তেওঁৰ সময়েই নহৈছিল। তাইৰ নিষ্কাম প্ৰেমিক (প্লেটনিক প্ৰেমিক) তাইৰ বিষয়ে কাল্পনিক ৰূপকাদিৰ অন্বেষণত ব্যস্ত হৈ থকা সময়তে এমিলিয়াই বাপেকৰপৰা খাৰাংখাচ কথাৰে এখন চিঠি পালে। চিঠিখনত কাউণ্টগৰাকীয়ে জীয়েকক জনাইছিল বোলে তাইৰ

বাবে দৰা এটা ওলাইছে, যৌতুকৰ নামত পাতি পয়চা এটাও বিচৰা নাই, তাই তাক পচন্দ কৰিবনে নকৰে ক'ব নোৱাৰি। দৰাটি আছিল বিয়ণ্ডি নামৰ এজন মানুহ, দেখিবলৈ আপচু, থাকে বহুত দূৰৰ দুৰ্গ এটাত। তাৰ চাৰিওফালে পিতনি। এমিলিয়াই তাক ইতিপূৰ্বে দেখা নাই, আৰু বিয়াৰ আগতে তাক চাবলৈকো নাপায়। এনেবোৰ ৰীতিচোন বৰ গৰ্হিত, তুৰ্কীবোৰৰহে এনে নিয়মকানুন! পিছে তাইনো কৰিব কি! বিদ্যাধৰ কোঁৱৰৰ অতি বাস্তৱ মেৰী এগৰাকী আছেই—গতিকে দেখদেখকৈয়ে তেওঁ তাইক বন্দীশালৰপৰা উলিয়াই নিব নোৱাৰে। বিয়ণ্ডিক বিয়া কৰালে হয়তো সেয়ে সুখী জীৱনৰ সূচনা হ'ব পাৰে। আৰু বিয়া কৰোৱা মানুহটোক ভাল নালাগিলেই যেনিবা, ভাল লগা কাৰোবাক লগ পোৱাৰ সুযোগ এটাতো ওলাব। পিতনিৰ মাজতো বিবাহিত মহিলাৰ পদুলি শুঙা বীৰপুৰুষৰ অভাৱ হোৱা নাই।

শ্যেলীৰ কবিতাটোৰ সামৰণি নৌ পৰোঁতেই তেওঁ এমিলিয়াৰ বিয়া হৈ গ'ল বুলি শুনিবলৈ পালে।

* * *

ছমাহৰ পিচত মেৰীয়ে বন্ধু এজনলৈ এই বুলি লিখিছিলঃ "এমিলিয়াই বিয়ণ্ডিক বিয়া কৰালে। আমি শুনামতে তাই তাক আৰু তাৰ মাকক জোলোকাজোলোকে পানী খুৱাইছে। এনে ধৰণৰ ইটালীয় বন্ধুত্বৰ পৰিসমাপ্তিয়ে মোক এটা ল'ৰা ওমলোৱা গীতলৈ মনত পেলাইছে। গীতটো এনেকুৱাঃ

"ক্ৰেণবৰ্ণ লেনেৰে গৈ থাকোঁতে দেখিলোঁ ক্ৰেণবৰ্ণ লেন লেতেৰা পেতেৰা। তাতে মই এজনী ধুনীয়া ছোৱালীক লগ পালোঁ। তাই মোক যথোচিত সৌজন্য দেখুৱাইছিল। মই তাইক কেক দিলোঁ, ব্ৰাণ্ডি দিলোঁ, আৰু মিছিৰিও দিলোঁ। পিছে হায়! কণমানি দুষ্ট ছোৱালীজনীয়ে মোক আকৌ ব্ৰাণ্ডিহে খুজিলে।" এতিয়া ক্ৰেনবৰ্ণ লেনৰ ঠাইত পিছাৰ পৰিচিত লোকসকলক বহুওৱা (সেইজাক বৰ কদৰ্য্য বুলি মই জানোৱেই), 'ব্ৰাণ্ডি'ৰ ঠাইত 'ব্ৰাণ্ডি' কিনিবলৈ লগা পয়চা বহুওৱা, আৰু লগে লগে তুমি পাৰ্চিৰ অনাসক্ত (প্লেটনিক) ইটালিয়ান প্ৰেমৰ সমগ্ৰ কাহিনীটো

পাই যাবা।"

শ্যেলীয়ে লগতে এইকেইটা কথা যোগ দিলে—"মোৰ কবিতাটো মই চাব নোৱৰা হৈছোঁ। ইয়াত অভিষিক্ত কৰা ব্যক্তিগৰাকী জুন' নাছিল, মেঘৰ আবৰণহে আছিল।... মই ভাবোঁ, মানুহ মাত্ৰেই সদায় কিবা নহয় কিবা এটাৰ প্ৰেমত মজি থাকেই। এক মৰণশীল মূৰ্ত্তিত চিৰায়তৰ ৰূপ আৰোপিত কৰাটোৱেই ভুল। তেজমঙহৰ সজাত বন্দী আত্মাই ভুলৰ হাত সাৰেনো কেনেকৈ?"

---

# পদূলি-সুঙা বীৰ পুৰুষ

ভেনিচৰপৰা ঘূৰি যোৱাৰ কিছুদিন পিচলৈকে ক্ৰেয়েৰে হুম্লেনাৰচ দম্পতীৰপৰা প্ৰায় সঘনে আলেগ্ৰাৰ খা-খবৰ পাই আছিল। ছোৱালীটিৰ প্ৰায়ে পানী লাগি থাকিছিল। বুঢ়ী মানুহৰ দৰে তাই নিৰ্বিকাৰ আৰু গহীন হৈ পৰিছিল। মিঃ হুম্লনাৰৰ মতে তাইক ভেনিচৰপৰা লৈ গ'লে ভাল হ'লহেঁতেন। কিন্তু তাইৰ বাপেকৰ লগত কোনো কথাকে পতাটো সম্ভৱপৰ নাছিল। দিনকদিনে বেচিকৈহে তেওঁ লাম্পট্য আৰু আন ভ্ৰষ্টাচাৰত ডুব গৈছিল।

খা-খবৰ একো নোহোৱাকৈ কেইবামাহো পাৰ হ'ল। চিন্তিত হৈ ক্ৰেয়েৰে হুম্লনাৰ দম্পতীলৈ ইংলণ্ডৰ পিচত সিখনকৈ চিঠি দিলে, কিন্তু কোনো উত্তৰ নাপালে। তেনেতে তাই বাইৰণৰ জীৱনত ডাঙৰ পৰিৱৰ্ত্তন কিছুমান হোৱা বুলি শুনিলে। ডাঙৰ নৰিয়াত পৰাৰে পৰাই ইয়াৰ সূত্ৰপাত। তেওঁ শয্যা ল'ব লগা হ'ল। হুম্লনাৰে খবৰ ল'বলৈ গৈ বাইৰণক ক'লে বোলে তেওঁৰ প্ৰেম কাহিনীবোৰ ভেনিচৰ নাগৰিকসকলে কলংক হিচাপে ল'বলৈ এৰি মুখৰোচক গল্প হিচাপেহে আলোচনা কৰিবলৈ লৈছে। বাইৰণে নিজে কিন্তু বাইজে সেইবোৰ অপযশৰ কাহিনী বুলি গণ্য কৰাটোকে পেটে সমন্বিতে আশা কৰিছিল আৰু মনে মনে তেনে কৰিছিল বুলি ভাবিছিলেও। বাইজে তেওঁক চতুৰ নটিনী তিৰোতাহঁতৰ চিকাৰ বুলি গণ্য কৰিছিল। তেওঁৰপৰা ছলে বলে কৌশলে দুপয়চা সৰকাই নিজৰ দোৱানত সিহঁতে তেওঁক উপলুঙা কৰি স্ফূৰ্ত্তি কৰে। কথা শুনি ডন জুৱান খণ্ডত উতলি উঠিল, আৰু লগে লগে পালাজ্জ মচেনিগত থকা আটাইবোৰ ৰক্ষিতাকে বাহিৰ কৰি ৰাস্তা দেখুৱাই দিলে।

গা টঙাই উঠাৰ লগে লগে আকৌ তেওঁক ভেনিচৰ সামাজিক অভ্যৰ্থনা, নিমন্ত্ৰণ আদিত দেখা গ'ল। মাজতে বেচ কিছুদিন সেইবোৰৰপৰা তেওঁ আঁতৰি আছিল। এইবাৰ তেওঁ সোণালী চুলি আৰু নিমজ চালৰ এজনী বৰ ধুনীয়া সোতৰ বছৰীয়া গাভৰু লগ পালে। তাইৰ বিয়া

হৈছিল আদহীয়া বয়সৰ কাউণ্ট গুইক্কিয়ল্লিৰ লগত। ভদ্ৰ মহিলাৰ চেহেৰা, তাইৰ বুকুৰ ছাটি আৰু বিশেষকৈ তাইৰ নিমজ সুগোল বাহুহাল বাইৰণৰ পচন্দ হ'ল। প্ৰথম দিনাই তেওঁ বিদায় লোৱাৰ পৰত তাইৰ হাতত অতি সন্তৰ্পণে কাগজ এটুকুৰা গুজি দিলে। তায়ো টিপতে তাক আনে নেদেখাকৈ লুকাই থলে। কাগজটুকুৰাত গোপনে মিলিত হ'বৰ বাবে স্থান নিৰ্দেশ কৰা আছিল। যথাসময়ত নিৰ্দিষ্ট ঠাইলৈ তাই গ'ল। তাইৰ প্ৰেমত পৰা বুলি কোৱা ডেকাজন আছিল এজন বিশিষ্ট কবি, বয়সত তৰুণ, দেখাত ধুনীয়া, উচ্চবংশজাত, আৰু ধনী। সংসাৰত দুদিনমান বেচিকৈ জীয়াই থাকিবৰ বাবে লোভ লগাব পৰা সমস্ত সামগ্ৰী তাইৰ উভৈনদী হৈ থাকিলেও, বাইৰণৰ আহ্বানত তাই ততালিকে বিনাদ্বিধাই সঁহাৰি দিলে।

কেইদিনমানৰ পিচত কাউণ্ট মহাশয়ে নিজৰ পত্নীক ৰাভেনালৈ লৈ গ'ল। টেৰেচাই বাইৰণকো যাবলৈ লগ ধৰিলে। মোহিনীয়ে মন দিয়াৰ *আগতে* তেওঁক তাইৰ পিচে পিচে দৌৰাব পাৰিলেহেঁতেন, কিন্তু মন দিয়াৰ *পিচত* তেওঁ কিয় দৌৰিব?... ৰোমাণ্টিক প্ৰেমে তেওঁক আমুৰাইছিলে। সততে প্ৰেম নিবেদন কৰি থকা কথাটোত তেওঁৰ বিৰক্তি লাগিছিল।

ৰাভেনাৰপৰা তাই আকৌ চিঠি দিলে। এইবাৰ তাই নিজৰ বৰ অসুখ বুলি লিখিলে। প্ৰেমৰ কথাত গা নলৰিল, কিন্তু গা বেয়া বুলিলত, সহানুভূতিৰ উদ্ৰেক হ'লত, গা লৰিল। ডন জুয়ানে যাত্ৰা আৰম্ভ কৰিলে। কিন্তু যাওঁতে বাটত ফেৰেৰা আৰু আন আন নগৰতো সেই ঠাইৰ ৰূপহীহঁতৰ গোন্ধ ল'বলৈ বুলি বৈ মেলি গ'ল। বাহিৰত যৰ উদাসীন আৰু নিৰ্লিপ্ত যেন দেখুৱালেও, টেৰেচাক লগ পাই তেওঁৰ বৰ ভাল পালে। লেডী বাইৰণ বা ক্লেয়েৰৰ দৰে বুদ্ধিমতী তিৰোতা বাইৰণৰ সহ্য নহৈছিল। ৰক্ষিতা এজনীৰপৰা বৌদ্ধিক সাহচৰ্য্য বিচৰাৰ কথা তেওঁৰ অহংকাৰী মনে মুঠেই বৰদাস্ত নকৰিছিল। দোকানীপোহাৰীৰ ঘৈণীয়েকবোৰ আৰু তেনে শ্ৰেণীৰ আনবোৰ তিৰোতা তেওঁৰ পদমৰ্য্যাদাৰ তুলনাত অতি হীন। কিন্তু কাউণ্টেচ গুইক্কিয়ালৰ কথা আছিল সুকীয়া। তায়ো আছিল নিৰ্বোধ, কিন্তু ধীৰস্থিৰ আৰু স্নেহশীল স্বভাৱৰ। সম্ভ্ৰান্ত বংশত ওপজা তিৰোতাৰ সুৰুচিসম্পন্নতা আৰু সাজপাৰৰ আড়ম্বৰ তাইৰ

আছিল। এই চিৰচঞ্চল প্ৰেমিকগৰাকীক নিজৰ ওচৰত ৰাখি ৰখাত তাইৰ বিশেষ কষ্ট হোৱা নাছিল। ডন জুয়ানে এইবাৰ বিশ্বস্ত শুশ্ৰূষাকাৰীৰ ভূমিকা ল'লে। "মোৰ কাৰণে তাই নিজকে বহুত বিপদৰ সন্মুখীন কৰাইছে। ময়ো তাইক ভাল পাওঁ। তাইক হেৰুৱাব লগা হ'লে—নাই, সেইটো হ'ব বুলি মই নাভাবোঁ। তাই মৰি থাকিলে মই কি কৰিম ক'ব নোৱাৰোঁ। মই বোধহয় নিজৰ লাওখোলা উৰাই দিম। তেনে কৰিব পাৰিম বুলি মই ভাবোঁ।"

টেৰেচা ৰাভেনা এৰি বল'নালৈ গ'লত ৰাইৰণেও তাইৰ পিচ ল'লে। পিছে এইদৰে তিৰোতাৰ পিচে পিচে ঢপলিয়াই ফুৰাৰ দুৰ্নাম আৰু গ্লানিয়ে তেওঁক যে অশান্তি দিয়া নাছিল তেনে নহয়, দিছিল। "সাধাৰণ গৃহস্থী হোৱাঁ, চিকাৰত লাগাঁ, আন কিবা এটা কৰাঁ—সিয়ো ভাল। কিন্তু এইদৰে তিৰোতাৰ লগে লগে ঘূৰি ফুৰাটো যে কেনে অপযশৰ কথা! এতিয়া মোৰ নাম হৈছে পদূলি-সুঙা বীৰ। হায় ভগবান! কথাষাৰ শুনিলেই গাটো জিকাৰ খাই উঠে!"

এই আটাইবোৰ কথা ক্লেয়েৰৰ কাণত পৰিলেগৈ। ৰাইৰণে এলেগ্ৰাক লৈ যাবলৈ হুকুম কৰিছে বুলিও তাইক জনোৱা হ'ল। ৰাইৰণৰ নতুন ৰক্ষিতাৰ ঘৰত ছোৱালীজনী থাকিবলগা যে হ'ব সেই কথা ভাবি ক্লেয়েৰে বিচলিত হ'ল। ৰক্ষিতাজনীয়ে তাইৰ জীয়েকক ভাল নো কিয় পাব? ভাল পাওক চাবি তাইক বোধহয় ঘিণহে কৰিব। ছোৱালীটি ঘূৰাই পাবলৈ বুলি ক্লেয়েৰে এখন বৰ আবেগপূৰ্ণ চিঠি ৰাইৰণলৈ দিলে। ৰাইৰণে উত্তৰত এই বুলি লিখিলে:

"শ্যেলীহঁতৰ ঘৰত ল'ৰা-ছোৱালী যিদৰে ডাঙৰ-দীঘল কৰা হয় সেইটো মোৰ একেবাৰে অপচন্দ। ইমানেই অপচন্দ যে তোমাৰ লগলৈ পঠাই দিয়া মানে তাইক হস্পিতাললৈ পঠাই দিয়াৰ দৰে হ'ব বুলি মোৰ মনত ভাব হয়। কথাটো মিছা জানো? শ্যেলী পৰিয়ালত এজনী ছোৱালীকো সুস্থভাৱে ডাঙৰদীঘল কৰা হৈছে জানো? মই তাইক হয় ইংলেণ্ডলৈ পঠাম, নহয় কনভেন্টত থ'ম। কিন্তু আধাপেটি হৈ দিন নিয়াবলৈ, কন্দমূল এটাও মুখত দিবলৈ নোপোৱাকৈ থাকিবলৈ, বা ঈশ্বৰ নাই বুলি ভাবিবলৈ শিকিবলৈ মই তাইক এৰি নিদিওঁ।"

এই চিঠিখন পাই ক্লেয়েৰে তাইৰ স্বাভাৱিক বিদ্ৰূপৰ সুৰত

লিখিলেঃ "আলবেৰ চিঠি : ফলমূল মুখত নিদিয়াকৈ থকা আৰু ঈশ্বৰ সম্পৰ্কে"। চিঠিখন পাই তাই খুব কান্দিলেও। পৰিষ্কাৰ-পৰিচ্ছন্নতাৰ কোনো ধাৰণা নথকা আৰু ল'ৰা-ছোৱালীৰ প্ৰতি মৰমচেনেহ নথকা ইটালীয়ান নান এগালৰ লগত তাইৰ ছোৱালীয়ে কনভেণ্ট এটাত দিন যাপন কৰিব লগা হ'ব পাৰে বুলি শুনি তাই আতংকত শিয়ঁৰি উঠিল। তাই বাইৰণলৈ খং, ক্ষোভ, হতাশা প্ৰকাশ কৰি বহুতো চিঠি দিলে। প্ৰত্যুত্তৰত তেওঁ লিখিলে বোলে শ্যেলী পৰিয়ালৰ লগত ছোৱালীজনী থোৱাত তেওঁৰ মত নাই। তেতিয়াৰপৰা তেওঁ তাইৰ লগত কোনো পত্ৰালাপো নকৰিব বুলি জনাই দিলে।

শ্যেলীয়ে বাইৰণলৈ লিখিলেঃ "ক্লেয়েৰে তোমালৈ লিখা চিঠিবোৰত কি আছে মই নাজানোঁ। কি বিষয়ে লিখিছে তাৰ এটা ক্ষীণ আভাস মোৰ হৈছে। তাইৰ দুখন নে এখন চিঠি মই নেদেখা নহয়, দেখিছোঁ; পিছে সেইকেইখন এতিয়াৰ চিঠি নহয়, আগৰ। মই সেইকেইখন চিঠি একেবাৰে কাণ্ডজ্ঞানহীন বুলি ভাবিছিলোঁ, সেইবাবে সেইকেইখন তোমালৈ নপঠাবলৈ তাইক কৈছিলোঁ। তাই মোক কৈছে বোলে সেইকেইখনৰ ঠাইত তোমালৈ তাই অন্য চিঠি লিখিছে। মই দেখাকেইখন তোমালৈ পঠালে নে নাই নাজানোঁ। ক্লেয়েৰে লিখা কথাত তোমাৰ খং উঠা বুলি জানিব পাৰি মই বৰ আচৰিত হৈছোঁ। তাই খং তোলা কথা লিখাটোৱেই স্বাভাবিক। এল্লেগ্ৰাৰ প্ৰতি কৰ্তব্যসাধন সম্পৰ্কে তুমি সচেতন, আৰু সেই কৰ্তব্যবোধৰ বাবেই তুমি তাইক ইমান দূৰত থকা মাকৰ লগলৈ পঠিয়াবলৈ সন্মত নহয়। ক্লেয়েৰে জীয়েকক চাবলৈ বিচৰাটো স্বাভাবিক কথা। হতাশাত তাই বিৰক্ত হোৱা, আৰু বিৰক্ত হৈ যিহকে তিহকে লিখা—এই আটাইবোৰ স্বাভাবিক কথা। বেচেৰীয়ে মনত বৰ দুখ পাইছে, তাইৰ গা ভাল নহয়। এই সময়ত তাইক যিমান পাৰি তাইৰ মততে হয়ভৰ দি, মৰমেৰে তাইক ব্যৱহাৰ কৰিব লাগে। দুৰ্বল আৰু মূৰ্খবোৰ এই ক্ষেত্ৰত বজাৰ দৰে। সিহঁতে কোনো ভুল কৰিব নোৱাৰে। সিহঁতৰ কথা তৰ্কাতীত বুলি গণ্য হ'ব লাগে।"

* * *

তেওঁৰ গৃহস্থালিখন ভিৰোজৰ কাজিয়াপেঁচালে বাঁহতল কৰিবৰ উপক্ৰম

হৈছিল। সেই সমস্ত তুচ্ছতাৰ উৰ্দ্ধত থাকিবলৈ তেওঁৰ নিজৰে উদাৰ দৃষ্টিভংগী গ্ৰহণ কৰাৰ প্ৰয়োজন হৈছিল। মেৰী দিনকদিনে বেচিকৈ খিংখিঙিয়া হৈ পৰিছিল। পইচা খুজি খুজি চিঠি লিখি গডউইনে তাইক অতীষ্ঠ কৰি তুলিছিল। তেনেকুৱা চিঠিৰ উত্তৰ নিদিবলৈ শ্যেলীয়ে ঠিক কৰি লৈছিলেই। এতিয়ালৈকে গডউইনক তেওঁ প্ৰায় পাঁচ হেজাৰ পাউণ্ড দিলে, কিন্তু প্ৰত্যুত্তৰত কি পালে? অভিজ্ঞতাৰপৰা কিছু শিকনি পালে আৰু গডউইনৰ চৰিত্ৰৰ জঘন্য ফালটোৰ লগত পৰিচয় হ'ল—সিমানেই। দাৰ্শনিকগৰাকীয়ে জীয়েকলৈ গালিগালাজ পাৰি লিখা চিঠিবোৰ পঢ়ি তাই বিহ্বল হোৱা দেখি শ্যেলীয়ে তেওঁক জনাই দিলে যে তেতিয়াৰপৰা তেওঁৰ চিঠি মেৰীয়ে পোৱাৰ আগতে বাজেয়াপ্ত কৰা হ'ব। "মেৰীৰ হাতত টকা নাই, আৰু টকাপয়চাৰ ওপৰত তাইৰ হাতো নাই। থকাহেঁতেন তাই বেচেৰীয়ে আটাইখিনি আপোনাকে দিলেহেঁতেন। আপোনাৰ দৰে এজন গুণধৰ পিতৃৰ এনে এজনী ছোৱালীলৈ লিখিবলৈ বিষয়ৰ অভাৱ হ'ব নালাগে বুলি মই ভাবোঁ। জীয়েকলৈ চিঠি লিখি একো লাভ নহ'ব বুলি জনাৰ লগে লগে যদি আপুনি চিঠি লিখা বন্ধ কৰে, তেন্তে তাৰ ব্যাখ্যা এটাই মাথোন হ'ব।"

মেৰী বাপেকৰ বাবে চিন্তিত, ক্লেয়েৰে জীয়েকৰ বাবে চিন্তিত। ইজনীয়ে সিজনীৰ কাটিহা নসহা হ'ল। ঘৰখনত পুৰুষ বুলিবলৈ মাত্ৰ শ্যেলী। আৰু শ্যেলীৰ প্ৰতি থকা উভয়ৰ ভাব, সিহঁতৰ মাজত সমিলমিলৰ সূত্ৰ হ'ব নোৱাৰে। সূত্ৰ হ'বতো নোৱাৰেই, দেখদেখকৈ হেঙাৰহে হৈছিল। তাই যে শ্যেলী পৰিয়ালত অবাঞ্ছিত সেই কথা তাইক বুজাই দিবলৈ মেৰীয়ে যিমান পাৰে কৰিলে। আগৰ দৰেই, আকৌ এবাৰ ক্লেয়েৰে এই কথা মানি ল'বলৈকো বাধ্য হ'ল। ওচৰৰে এগৰাকী বৃদ্ধা ইংৰাজ মহিলাই তাইৰ বাবে ফ্লৰেন্সত গৃহকৰ্ত্ৰী (গভৰ্ণেচ) হিচাপে এটা কামৰ যোগাৰ কৰিলে। শ্যেলীয়ে তাইক তালৈ লৈ গ'ল, আৰু অধ্যাপক বজ্‌টিৰ পৰিয়ালৰ লগত থৈ আহিল।

শ্যেলীয়ে ক্লেয়ৰলৈ মৰমসনা দীঘল দীঘল চিঠি দিছিল। চিঠিবোৰ একেবাৰে জগৰ ধৰিবলগীয়া নাছিল যদিও মেৰীক সেইবোৰ তেওঁ দেখুউৱা নাছিল। বায়েকলৈ লিখা চিঠিত এই কথা সদৰি নকৰিবলৈকো তেওঁ তাইলৈ লিখিছিল। এনেবোৰ লুকঢাক অৱশ্যে শ্যেলীয়ে অলপো

ভাল নাপাইছিল। কথা আৰু কাৰ্য্যৰ মাজত সম্পূৰ্ণ ঐক্য—এয়ে আছিল শ্যেলীৰ প্ৰেমৰ বিষয়ে প্ৰথম ধাৰণা। এনে হ'লে প্ৰেমিকযুগলৰ ভিতৰত পৰস্পৰে পৰস্পৰৰ ওচৰত কোনো কথাতে কৈফিয়ৎ দিব লগা নহয়। কিন্তু জীৱনৰ অভিজ্ঞতাই শ্যেলীক শিকালে যে আদৰ্শৰ পৰিপূৰ্ণতা লাভ কৰা নাযায়, ইয়াৰ কিঞ্চিত ন্যূনতাতে আমি সন্তুষ্ট থাকিব লগা হয়। কোনো কোনো ব্যক্তিৰ বাবে বিশুদ্ধ সত্য বিষতুল্য। মেৰীয়ে মিশ্ৰ সত্যহে সহ্য কৰিব পাৰিছিল।

---

# এখন কুৎসাজনক চিঠি

১৮২০ চনৰ ১৬ চেপ্টেম্বৰত আৰ. বি. হ্প্পনাৰে ভেনিচৰপৰা লৰ্ড বাইৰনলৈ লিখিছিলঃ

"শ্ৰদ্ধেয় মহাশয়,

...শ্যেলীৰ সম্পৰ্কে মোৰ ধাৰণা সলনি হোৱা দেখি আপুনি আচৰিত হৈছে। তাৰ বাবে অৱশ্যে আপোনাৰ কাৰণো নোহোৱা নহয়। তেওঁৰ বিষয়ে এসময়ত পোষণ কৰা ভাব মোৰ এতিয়া সমূলি নাই। পিছে মই যদি ভয়ংকৰ ৰহস্যটো আপোনাৰ আগত সদৰি কৰোঁ, মোৰ আৰু শ্ৰীমতী হ্প্পনাৰৰ কথা ভাবি নহ'লেও, অন্ততঃ শ্ৰীমতী শ্যেলীৰ কথা ভাবিয়েই, আমি যে গুপুত কথাটো জানো সেইকথা আপুনি শ্যেলী দম্পতীক জানিবলৈ নিদিয়াকৈ থাকিব লাগিব। এই অনুৰোধটো ইমান যুক্তিযুক্ত যে আপুনি ইয়াক ৰক্ষা কৰিব বুলি মোৰ বিশ্বাস। সেইবাবে মই এতিয়া আপোনাৰ আগত গুপুত কথাটো বেকত কৰিব খুজিছোঁ। এলেগ্ৰাৰ স্বাৰ্থতে এই ৰহস্যটো আপুনি জানি থোৱা ভাল বুলি মই ভাবিছোঁ। এলেগ্ৰাক মাকৰ লগত থাকিবলৈ কেতিয়াও নপঠোৱাৰ যি সজ সিদ্ধান্ত আপুনি লৈছে সেই সিদ্ধান্ত, এই গুপুত ৰহস্য আপুনি জনাৰ পিচত, আৰু বেচি দৃঢ় হ'ব। আপোনাক তেন্তে জনাই থওঁ যে শ্যেলী দম্পতী ইয়াত থাকোঁতে ক্লেয়েৰে শ্যেলীৰ পিনৰপৰা সগৰ্ভা আছিল। তাইৰ সঘনে অসুখবিসুখ হৈ আছিল বুলি শুনা আপোনাৰ বোধহয় মনত পৰিব। এজন ডাক্তৰে তাইক চোৱাচিতা কৰা কথাও আপোনাৰ মনলৈ আহিব। মোক ছিদ্ৰান্বেষী বুলি ভাবিলেও ভাবক, পিছে যিমানবোৰ ঔষধ তাইক দিয়া হৈছিল সেই আটাইবোৰ তাইক কেৱল হেৰোৱা স্বাস্থ্য ঘূৰাই পাবলৈকে খুওৱা হোৱা নাছিল। তাইৰতো ভূতপ্ৰেত আৰু ডকাইতলৈ বৰ ভয়; তৎসত্ত্বেও তাই ইয়াত শ্যেলীহঁতৰ লগত থকাতকৈ ইচ্ছেত কিয় অকলে থাকিবলৈ বিচাৰিছিল তাৰ কাৰণটোও মই জানিছিলোঁ।

যি কি নহওক, তেওঁলোক ইয়াৰপৰা নেপ্‌লচলৈ গ'ল। অতে এদিন নিশা শ্যেলীক ক্লেয়েৰৰ বৰ অসুখ বুলি কৈ তাইৰ ওচৰলৈ মতাই নিয়া হ'ল। শ্যেলীক মতাই পঠোৱা দেখি তেওঁৰ পত্নী বৰ আচৰিত হৈছিল। আচৰিত হোৱাৰেই কথা। তেওঁলোকৰ মাজৰ সম্বন্ধৰ প্ৰকৃতি কি সেই কথাৰ ভূ পোৱা নাছিল যদিও তাইৰ প্ৰতি শ্যেলীৰ উদাসীনতা আৰু ক্লেয়েৰৰ বিৰাগৰ স্পষ্ট প্ৰমাণ তাই পাইছিল। পিছে শ্যেলীয়ে তেওঁক মনে মনে থাকিবলৈ কোৱা বাবে তাই এই কথাত সোমাবলৈ সাহ নকৰিলে।

"ধাই এজনীক মতোৱা হ'ল। এই ধূৰ্ত্ত দুই প্ৰাণীয়ে ভূমিষ্ঠ হ'বলৈ ওলোৱা দুৰ্ভগীয়া প্ৰাণীটোৰ বাবে কোনো যা-যোগাৰ কৰা নাছিল। তেওঁলোকে ধাইজনীক ভেটি খুৱাই শিশুটোক দূৰ কৰি পঠোৱাৰ ব্যৱস্থা কৰিলে। ওপজাৰ আধাঘণ্টাৰ পিচতে তাক পায়েটালৈ স্থানান্তৰিত কৰা হ'ল। ডাক্তৰজনৰ মুখো বেচ কিছু টকা দি তেওঁলোকে বন্ধ কৰি থ'লে। প্ৰসব বেদনাৰ গোটেই সময়খিনিত শ্ৰীমতী শ্যেলীক তাইৰ ওচৰ চাপিবলৈ দিয়া হোৱা নাছিল, অথচ ক্লেয়েৰৰ প্ৰতি বেচেৰীৰ চিন্তাৰ অন্ত নাছিল। এই পশুহালে তাইক দুইএৰাৰ সদয় মাত দিয়ক ছাৰি তাইৰ প্ৰতি অৱজ্ঞাহে প্ৰকাশ কৰিলে, ক্লেয়েৰৰ অৱস্থাৰ কথা কৈ তাইৰ চিন্তা পাতল কৰাটোতো দূৰৰে কথা। শ্যেলীয়ে যাতে ঘৈণীয়েকক এৰি দিয়ে সেই অভিপ্ৰায়েৰে তেওঁক উচটাবলৈ ক্লেয়েৰে যি যি কৰিব লাগে সেইবোৰ যথাশক্তি নকৰাকৈ নাথাকিলে।

"বেচেৰী শ্ৰীমতী শ্যেলী! সিহঁতহালৰ মাজৰ সম্বন্ধ সম্পৰ্কে তাইৰ যি সন্দেহেই নহওক কিয়, নেপ্‌লচত ঘটা তেওঁলোকৰ এই দুঃসাহসিক অভিযানৰ কথা তেওঁ নাজানে, আৰু জানিবও নালাগে, কাৰণ জানিলে তেওঁৰ অশান্তি বাঢ়িবহে। এই বৃত্তান্তটো আমি এলিচেৰপৰা শুনিছোঁ। এই জহকালিটো তাই ইংৰাজ ভদ্ৰমহিলা এগৰাকী লগত লৈ ইয়াতে কটালে। ইংৰাজ মহিলাগৰাকীয়ে তাইক খুব ভাল বুলি শলাগিছিল। তাইৰপৰাহে আমি শুনিছোঁ, ক্লেয়েৰে বোলে শ্ৰীমতী শ্যেলীক 'তই মৰিলেই মই ভাল পালোঁহেঁতেন' বুলি ক'বলৈকো দ্বিধাবোধ নকৰিলে! এনে এটা জীৱৰ লগত আছোঁ কেনেকৈ বলি ঘৈণীয়েকৰ সন্মুখতে তাই শ্যেলীক সুধিছিল।

এই বৃত্তান্তটো শুনাৰ পিচত, শ্যেলীৰ বিষয়ে যে মোৰ ভাল অভিমত এটা নাই, সেই কথা ভাবি আপুনি নিশ্চয় আচৰিত নহ'ব। তেওঁৰ প্ৰতিভা আছে, মই মানি লৈছোঁ। কিন্তু সেইবুলি, আপুনি ক'বৰ দৰে, কোনোবা মানুহে নৈতিক আদৰ্শ পগলাৰ দৰে ওফৰাই পেলোৱাৰ কথাটোত মোৰ সমৰ্থন নাই। চোৰৰ মাজতো মানঅপমানৰ কথা থাকে বুলি শুনিছোঁ, কিন্তু সিহঁতৰ ক্ষেত্ৰত সেই মানসন্মানৰ অৰ্থ হ'ল কেৱল স্বাৰ্থ। ৰাজহুৱাভাৱে গাই ফুৰা আদৰ্শৰ ভিত্তিত শ্যেলীয়ে, নিজৰ স্বাৰ্থত, নিজকে অতি সন্মানীয় বুলি দেখুৱাব পাৰে, কিন্তু তেওঁৰ কোনো কাৰ্য্যই যে আত্মসন্মানপ্ৰণোদিত নহয় সেইকথা মোৰ বাবে সন্দেহৰ উৰ্দ্ধত।

মোৰ চিঠিৰ কথাবোৰ কিজানি অসংলগ্ন হৈছে; কিন্তু এই জঘন্য বৃত্তান্তটো পুনৰ্বাৰ মই গাব নোৱাৰোঁ; সেইবাবে ইয়াৰপৰাই আপুনি যি বুজে বুজিব...।"

ইতি—

আপোনাৰ একান্ত বিশ্বস্ত,

আৰ. বি. হপ্পনাৰ।"

## বাইৰণে হপ্পনাৰলৈ লিখা চিঠি

"প্ৰিয় হপ্পনাৰ,

আপোনাৰ কাগজপত্ৰ আৰু চিঠি নিৰাপদে পালেহি। আহোঁতে ধীৰে ধীৰেহে আহিল। বাটত এখন ডাক গাড়ী ধৰিব নোৱাৰিলে। শ্যেলীৰ কাহিনীটো নিঃসন্দেহে সঁচা, পিছে এলিচা হ'ল পৰৰ দোষ উদঙাই দি নিজে গা বচাই ফুৰা শ্ৰেণীৰ লোক। সেই বাবে তাইক পূৰাপুৰি বিশ্বাস কৰা মস্কিল। এটা কথা আপোনাৰ মনত থাকিব লাগে। শ্যেলীহঁতৰ লগলৈ ঘূৰি আহিবলৈ তাই কিমান আগ্ৰহী নাছিল? কিন্তু পিচত কৰিলে কি? আঁতৰি গৈ তেওঁলোকক গালি পাৰিলে। আপুনি কোৱা কথাবোৰত অৱশ্যে সন্দেহৰ অৱকাশ নাই। শ্যেলীহঁতে এনেবোৰ কাম কৰে। আপোনাক কথা দিছোঁ। আপুনি কোৱা কথাৰ গোপনীয়তা মই ৰক্ষা কৰিম।

আপোনাৰ চিৰ বিশ্বস্ত,

বাইৰণ।"

||৩১||

# লর্ড বাইৰণৰ নীৰবতা

কেইটামান জৰুৰী কথা আলোচনা কৰিবলৈ আছে বুলি কৈ বাইৰণে শ্যেলীক ৰাভেনালৈ মাতি পঠাইছিল। সেই মতে শ্যেলী তালৈ গ'ল। তেওঁ দেখিলেগৈ যে বাইৰণৰ মনমেজাজ বেচ স্ফূৰ্ত্তিত আছে। স্বাস্থ্যও বেচ সুন্দৰ। সুন্দৰ হোৱাৰ কাৰণো আছে, কাৰণ গুইক্কিয়ালৰ পাশত বান্ধ খাই তেওঁ ভেনিচৰ অসচ্চৰিত্ৰৰ তিৰোতাবোৰৰ কবলৰপৰা ৰক্ষা পালে।

কাউণ্ট গুইক্কিয়ালৰ প্ৰাসাদত একেবাৰে ৰাজকীয় ব্যৱস্থা। মাৰ্বলৰ খটখটিবোৰত নানা ৰকমৰ জন্তু বহি, শুই, বা পেট পেলাই আছিল। আঠোটা বিৰাটকায় কুকুৰ, তিনিটা বান্দৰ, পাঁচোটা মেকুৰী, এটা ঈগল চৰাই, এটা ভাটৌ আৰু এটা শেন চৰাই—এই আটাইবোৰ মিলি যথেচ্ছা কাজিয়া কৰে, যথেচ্ছা কাজিয়া সামৰি মিলেৰে থাকে। ঘোঁৰাশালত ঘোঁৰা আছিল দহোটা।

বাইৰণে শ্যেলীক পৰম প্ৰীতিপূৰ্ণ আদৰণি জনালে। নিশাটো বাইৰণৰ কবিতা পঢ়া আৰু সিবোৰৰ আলোচনা কৰাতে পাৰ হ'ল। 'ডন জুয়ান'ৰ নতুন সৰ্গবোৰ শ্যেলীৰ অতি মনোমত হৈছিল। বাইৰণৰ প্ৰতিভাৰ কথা ভাবিলে শ্যেলী সদায় হতাশাত পৰে। বাইৰণৰ কবিতাৰ সংহত গঠনশৈলীৰ ওচৰত তেওঁৰ নিজৰ কবিতাবোৰৰ বিন্যাস তেনেই শিথিল যেন লাগিছিল। গ্ৰীকবিলাকৰ বাবে 'ইলিয়াড' মহাকাব্য যেনে, তেওঁৰ (বাইৰণৰ) সমকালৰ বাবেও তেনে বুলি স্বীকৃত হ'ব পৰা এখন কাব্য ৰচনা কৰিবলৈ শ্যেলীয়ে বাইৰণক কৈছিল। বাইৰণে পিছে পৰৱৰ্ত্তী কালক হেয়জ্ঞান কৰা যেন দেখুৱাইছিল। প্ৰতিটো সৰ্গৰ বাবে এহেজাৰ গিনিকৈ নাপালে কবিতাতো তেওঁৰ আগ্ৰহ নাছিল বুলি তেওঁ শুনাইছিল।

আকৌ এবাৰ বিষয়বিৰাগী শ্যেলীয়ে দুৰ্ঘোৰ সংসাৰী বাইৰণৰ জাকজমকীয়া ধৰণকৰণৰ লগত নিজকে খাপ খুৱাই ল'বলগীয়াত পৰিল। তেওঁলোক শুই উঠে দুপৰীয়া, পুৱাৰ জা-জলপান খায় আবেলি দুই

বজাত, আৰু গধূলি ছয় বজালৈকে নিজৰ কামত ব্যস্ত থাকে। ছয় বজাৰপৰা আঠ বজাৰ ভিতৰত তেওঁলোকে ঘোঁৰাত উঠে, আৰু ৰাতিৰ সাজ খায়, আৰু পিচদিনা পুৱা ছয় বজালৈকে কথা পাতি ৰাতিটো কটায়।

বাইৰণে যে অকল কবিতাৰ কথাহে পাতিছিল তেনে নহয়। ইটালীত থকা ইংৰাজসকলৰ মাজত তেওঁৰ বিষয়ে প্ৰচলিত কেলেংকাৰীবোৰৰ কথা তেওঁ শ্যেলীৰ লগত পাতিছিল। সেইবোৰ কথা তেওঁ প্ৰথম দিনৰপৰাই পাতিছিল, আৰু একান্ত আপোনভাবেৰে পাতিছিল। মিঃ হপ্পনাৰক গোপনীয়তা ৰক্ষা কৰিব বুলি দিয়া প্ৰতিশ্ৰুতি সত্ত্বেও, এলিচে ৰটা দুৰ্নামবোৰ থকা চিঠিখন তেওঁ শ্যেলীক দেখুৱালে। তেওঁ অৱশ্যে কৈছিলে যে তেওঁ সেই অসম্ভৱ কাহিনীটোত কোনো গুৰুত্ব দিয়া নাছিলে। পিছে হপ্পনাৰহঁতে যে ইমান সহজে কেলেংকাৰীবোৰ সঁচা বুলি বিশ্বাস কৰিব পাৰিলে সেই কথাইহে শ্যেলীৰ অন্তৰত আঘাত হানিছিল। তেওঁ লগে লগে মেৰীলৈ চিঠি লিখিলে।

## শ্যেলীয়ে মেৰী শ্যেলীলৈ লিখা চিঠি

"ৰাভেন্না, ৭ আগষ্ট, ১৮২১

লৰ্ড বাইৰণে মোক কোৱা ঘটনা এটাৰ বাবে মই বৰ ব্যথিত হৈছোঁ। ইয়াৰ অন্তৰালত দুষ্ট অভিপ্ৰায় আৰু ঈৰ্ষা আছে। ইয়াৰ কাৰণ কি মই ধৰিব পৰা নাই। এনেবোৰ কথা শুনিব লগা হ'লে মোৰ ধৈৰ্য্য আৰু আদৰ্শৰ যেন কঠিন পৰীক্ষা কৰা হয়। মানুহৰ মুখ দেখিবলৈ নোপোৱা কোনোবা ঠাইলৈ গুচি গৈ মোৰ লুকাই থাকিম যেন লাগে, কিন্তু তেনে কাম মই নকৰোঁ। যতমানে যতকুটৰ ঘাই এই এলিচা। আমি যে তাইক আমাৰ লগৰপৰা যাবলৈ ক'লোঁ, সেইটোৱেই কিজানি তাইৰ ক্ষোভ। তাৰ বাবেই নে, নে কোনোবা শত্ৰুৰ প্ৰৰোচনাত পৰিয়েই নে, নে তাইৰ সেই বদনামী গিৰিয়েকটোৰে সৈতে লগলাগিয়েই, হপ্পনাৰহঁতক তাই এনে কিছুমান জঘন্য আৰু অবিশ্বাস্য কথা লগাইছে যে শুনিলে উশাহ বন্ধ হোৱাৰ উপক্ৰম হয়। হপ্পনাৰহঁতেও সেইসোপা বিশ্বাস কৰালৈ চাই ভাব হয় যে বদনাম বুলিলেই তেওঁলোকে তাক সঁচা বুলি মানে, চালিজাৰি নাচায়। মিঃ হপ্পনাৰে আমালৈ চিঠিপত্ৰ

দিবলৈ এৰি দিয়াৰ কাৰণ এইটোৱেই বুলি ৰাইবণলৈ লিখিছিল আৰু তেওঁকো আমালৈ চিঠিপত্ৰ নিদিবলৈ পৰামৰ্শ দিছিল। এলিচাই কৈছে ক্ৰেয়েৰে বোলে মোৰ ৰক্ষিতা। বুজিলো ৰাক, এইটো নতুন কথা নহয়। এনে অভিযোগ ইয়াৰ আগতে সমস্ত জগতজুৰি বহু প্ৰচাৰ হৈছে আৰু সেইবোৰ বিশ্বাস কৰা নকৰাটো ৰাইজৰ কথা। তাই ইয়াতোকৈ মাৰাত্মক কথা কৈছে—ক্ৰেয়েৰে বোলে মোৰ পিনৰপৰা অন্তঃসত্বা হৈছিল, আৰু মই বোলে বৰ চোকা দৰৱ খুৱাই তাইৰ গৰ্ভপাত কৰাবলৈ চাইছিলোঁ, কিন্তু সেয়ে কৃতকাৰ্য্য নহ'লত, তাই সময়ত কেঁচুৱা এটি জন্ম দিলে, আৰু মই বোলে লগে লগে তাক তাইৰপৰা কাঢ়ি লৈ অনাথ আশ্ৰমলৈ পঠাই দিলোঁ! এইবোৰ হুমনাবৰ কথা। এই সমস্ত ঘটনা হেনো আমি ইষ্টে এৰাৰ পিচৰ জাৰকালি ঘটিছিল। ইয়াৰ উপৰিও তাই কৈছে মই বোলে তোমাক অতি চৰমজনক ব্যৱহাৰ কৰিছিলোঁ; তোমাক হেনো মই মাৰকিলো কৰিছিলোঁ! ক্ৰেয়েৰেও হেনো তোমাক অত্যন্ত অপমানজনক আচৰণ নকৰাকৈ এদিনলৈকো এৰা নাছিল আৰু তাইৰ তেনে কামত বোলে মই উচটনি দিছিলোঁ!

কাগজেপত্ৰে কি ওলায় আৰু মানুহৰ মুখে মুখে কি ৰাগৰে তালৈ মই কাণ নিদিওঁ, কিন্তু মোক ঘনিষ্ঠভাৱে জনা মানুহবোৰেও যেতিয়া মোৰ বিষয়ে এনে একোটা দুৰ্ভাগ্যজনক ধাৰণা লয়—ক্ৰেয়েৰেক ৰক্ষিতা হিচাপে ৰখাৰ নিচিনা ডাঙৰ ভুল একোটা কৰিলে লওক, কিন্তু তেনে ভুলতো মই কৰা নাই—আৰু কেঁচুৱা এটাক—তাকো আৰু' মোৰ নিজৰ সন্তান—মাৰি পেলোৱা বা পেলাই দিয়াৰ নিচিনা কথাও মোৰ বিৰুদ্ধে উলিয়াব পাৰে, তেতিয়া মই মানুহৰ শুভবুদ্ধি সম্পৰ্কে হতাশ হোৱাৰ বাহিৰে মোৰ আন কি গতি হ'ব পাৰে?

মোৰ দৰে দুৰ্বল আৰু অনুভূতিপ্ৰৱণ মানুহ এটাই এনে নাৰকীয় সমাজ এখনত সোমাই কিদৰে যুঁজ দিব পাৰে? যদি তুমি এই গোটেই অভিযোগটো মিছা বুলি বিশ্বাস কৰা, মিছা বুলি জানা আৰু মিছা বুলি প্ৰমাণ কৰিব পাৰা, তেন্তে তুমি ইয়াক অস্বীকাৰ কৰি হুমনাবহঁতলৈ এখন চিঠি দিবা। তুমি মিছা বুলি ভবাৰ যুক্তি আৰু কাৰণো দেখুৱাবা। তুমি কি কৰা মই তোমাক কৈ দিবলৈ নাৰাওঁ; আৰু মাত্ৰ তুমিহে সাৰ্থকভাৱে খণ্ডন কৰিব পৰা অভিযোগটো খণ্ডন কৰাৰ বাবে তোমাক

মই মোৰ প্ৰেমেৰে অনুপ্ৰাণিত কৰিবলৈ নাযাওঁ। তুমি চিঠিখন লিখি মোলৈ ইয়াৰ ঠিকনাত পঠাই দিলে মই হগ্ননাৰহঁতলৈ পঠাই দিম।”

মেৰী শ্যেলীয়ে শ্যেলীলৈ লিখা চিঠি:

“মোৰ মৰমৰ শ্যেলী,

তোমাৰ চিঠিখন পাই মই কল্পনাতীত আঘাত পালোঁ, যদিও, ইয়াৰ লগতে দিয়া চিঠিখন মই লগে লগে লিখিলোঁ। কামটো বৰ মাৰাত্মক বুলি নাভাবাঁ যদি মোৰ হৈ ইয়াৰ ভাল প্ৰতিলিপি এটা কৰিবাঁ। মই নোৱাৰোঁ কৰিব।

তোমাৰ চিঠিৰ যিখিনিত অভিযোগটো উল্লেখ কৰা আছে, সেইখিনি মই পঢ়িলোঁ। মই সেইখিনি লিখিব খুজিছিলোঁ, পিছে নোৱাৰিলোঁ। সেইটো কাম কৰিবলৈ ল’লে মই মৰি থাকিলোহেঁতেন বুলি মোৰ ভাব হৈছিল। ইয়াৰ লগতে এলিচাৰ শেহতীয়া চিঠিখনো আছে। হগ্ননাৰহঁতলৈ এইখনো মোৰ চিঠিৰ লগতে পঠাই দিয়া নে নিদিয়া সেইটো তোমাৰ কথা।

প্ৰিয় বন্ধু, কালি ৰাতিও মই তোমালৈ চিঠি লিখিছিলোঁ। কিন্তু তাত মোৰ একেবাৰে বেলেগ অনুভূতি প্ৰতিফলিত হৈছিল। আমাৰ জীৱনতৰী সঁচাকৈয়ে ধুমুহাত তুলুং ভুটুং কৰিছে। কিন্তু তুমি মোক আগৰ দৰেই ভাল পাই থাকিবাঁ! মোৰ সন্তানটো ভগবানে ৰক্ষা কৰক! এয়ে হ’লে শক্ৰহঁতে আমাক একো কৰিব নোৱাৰে। বিদায় প্ৰিয়তম। নিজৰ পিনে চাবাঁ। এতিয়ালৈকে সব ঠিকেই আছে। মানসিক আঘাতটো মই চম্ভালি লৈছোঁ। যিটো কলঙ্ক ৰটনা কৰা হৈছে তালৈ মই ভ্ৰূক্ষেপ নকৰোঁ। পিছে ইয়াক বিনা প্ৰতিবাদে আওকাণ কৰা উচিত নহ’ব। এই কেলেঙ্কাৰীটো সঁচা বুলি নভবা বাবে লৰ্ড বাইৰণলৈ মোৰ আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিছোঁ।

পুনশ্চঃ নেপ্‌লচত থাকোঁতে ক্লেয়েৰৰ অসুখ হৈছিল বুলি যে উল্লেখ কৰিছাঁ সেইটো মোৰ ধৃষ্টতা বুলি নাভাবিবাঁ। সকলো কথা চফা হ’ব লাগে। মানুহবোৰ দুষ্টই নহয়, ধূৰ্ত্তও। চিঠিখন মই ঘূৰাই পঢ়িছোঁ। লৰালৰিকৈ লিখা হৈছে। এক প্ৰকাৰে পিছে ভালেই হৈছে, কাৰণ প্ৰথম উচ্ছ্বাসৰ অনুভূতিবোৰেই প্ৰকাশ পাব লাগে।”

মেৰী শ্যেলীয়ে শ্ৰীমতী হপ্পনাৰলৈ লিখা চিঠি:

"পিচা, ১০ আগষ্ট, ১৮২১

প্ৰায় দুবছৰৰ নীৰৱতাৰ পিচত আপোনালৈ লিখিছোঁ। যিটো উপলক্ষত মই লিখিব লগা হ'ল তাৰ বাবে মোৰ তিক্ততম দুঃখ প্ৰকাশ কৰিছোঁ।...

যিজন মানুহৰ লগত জীৱনত জড়িত হোৱাৰ সৌভাগ্য মোৰ হৈছে, যিজন লোকক আন যিকোনো জীৱন্ত প্ৰাণীতকৈ বেছি ভালপাওঁ আৰু শ্ৰদ্ধা কৰোঁ, সেইজন মানুহকে জঘন্য কেলেঙ্কাৰীৰপৰা ৰক্ষা কৰিবলৈ মই এই চিঠিখন লিখিছোঁ। আপোনাক মই এইটো কথাও ক'ব খোজোঁ, আৰু মিঃ হপ্পনাৰকো কওঁ যে আপোনালোক উভয়ৰ প্ৰতি মই কৃতজ্ঞ, কাৰণ আপোনালোক উভয়ে মোৰ প্ৰতি এদিন সদয় বিবেচনা কৰিছিল। এই চিঠিখন লিখিব লগা হোৱাটো সঁচাকৈয়ে বেদনাদায়ক কথা হৈছে। লৰ্ড বাইৰণ বৰ্তমানে ৰাভেন্নাত আছে, শ্যেলী তেওঁক দেখা কৰিবলৈ তালৈ গৈছে। তেওঁৰপৰা মই আজি এনে এখন চিঠি পাইছোঁ যিখন পঢ়ি মোৰ হাতৰ এনেকুৱা কঁপনি উঠিছে যে মই কলমটো থিৰেৰে ধৰিব পৰা নাই।

ক্লেয়েৰে শ্যেলীৰ ৰক্ষিতা বুলি কেলেঙ্কাৰী উলিওৱা হৈছে। তদুপৰি... বিশ্বাস কৰক, সেইকেইটা শব্দ মই লিখিব নোৱাৰোঁ। শ্যেলীৰ চিঠিখনৰ এটুকুৰা মই ইয়াৰ লগতে পঠাইছোঁ, কাৰণ তাত থকা কথাবোৰ ইমান জঘন্য মিছা, ইমান দুষ্টবুদ্ধিপ্ৰণোদিত, ইমান অকল্পনীয়ভাৱে নিষ্ঠুৰ যে সেইবোৰৰ প্ৰতিলিপি লিখিব লগা মানেই মই মৰণ মাতি অনা। সেইবোৰ দুৰ্নামৰে মই প্ৰতিবাদ কৰিবলৈ ওলাইছোঁ।

"আপোনালোকে যে এইসোপা কথা বিশ্বাস কৰিব পাৰিলে সেই কথা ভাবি আচৰিত হৈছোঁ। মোৰ চেনেহৰ শ্যেলীয়ে আপোনালোকৰ মনত এনেকৈ দুৰ্নামৰ বোজাভাৰী হ'ব সেই কথা মোৰ বাবে অসহ্য। শ্যেলী হ'ল আটাইতকৈ শান্ত আৰু দয়ালু প্ৰাণী—এনে এজন লোকৰ বিৰুদ্ধে ৰটনা কৰা এই দুৰ্নামবোৰ ইমান বেদনাদায়ক যে তাক প্ৰকাশ কৰাৰ ভাষা নাই। মোৰ আৰু মোৰ স্বামীৰ মাজৰ মিলনত যে কেতিয়াও কোনো ভাঙোন ধৰা নাই সেই কথা জানো ক'ব লাগিছে? প্ৰেমেই আমাক লগ লগাইছিল—বহুতৰ মতে ই আছিল এক আগপিচ নাভাবি

কৰা কাম। প্ৰেমৰ লগত পাৰস্পৰিক শ্ৰদ্ধা যোগ হৈ, আমাৰ মাজত এক পৰম বিশ্বস্ততাৰ সম্বন্ধ গঢ়ি উঠিছে। প্ৰতিদিনে এই সম্বন্ধ অধিক দৃঢ় হৈছে—আমাৰ প্ৰেম আৰু বিশ্বাস সীমাহীন...।

"মোক ভালকৈ জনা লোকে মোৰ কথা বিশ্বাস কৰিব। মোৰ কথাত লুক ঢাক নাই। বেচিদিনৰ কথা নহয়, পিতাই এখন চিঠিত মোলৈ লিখিছিল বোলে মই কোনোদিনে এবাৰ মিছা মতা কথা তেখেতে নাজানে, কিন্তু আপুনি—আপুনি অপযশৰ কাহিনীত সহজেই পতিয়ন গ'ল। আপুনি সত্যতকৈ অসত্যৰ প্ৰতিহে প্ৰবণতা দেখুৱালে। আপোনাৰ ওচৰত মই, এই স্বৰ্গমৰ্ত্ত্যত পবিত্ৰ বুলি মই বিশ্বাস কৰা সমস্তৰ নামত শপত খাই মই কৈছোঁ, মোৰ পোণাকণৰ জীৱনৰ নামত শপত খাই কৈছোঁ, যে মোৰ স্বামীৰ বিৰুদ্ধে অনা অভিযোগটো অসত্য। মই যদি মিছা কৈছোঁ, মই জহান্নামে যাম। মই কিজানি আপোনাক পতিয়ন নিয়াবৰ বাবে যথেষ্ট কলোঁ। আপুনি পতিয়ন গৈছেনে? মই আপোনাক সনিৰ্বন্ধ অনুৰোধ কৰিছোঁ, এলিচেৰ দৰে ইতৰ স্বভাবৰ মানুহ এজনীৰ কথাত বিশ্বাস কৰি মোৰ যি চৰম অপকাৰ কৰিলে, তাক এতিয়া নোহোৱা কৰক। তাই কোৱা কদৰ্য্য কাহিনীটোৰ প্ৰতিটো কথাই যে গোকাট মিছা সেই কথা আপুনি মানি লৈছে বুলি মোক লিখি জনাওক।

"আপোনালোকে আমাক দেখুওৱা মৰমসাদৰৰ কথা আমি পাহৰিব নোৱাৰোঁ। মোক এতিয়া ন্যায় বিচাৰ লাগে। আপুনি মোৰ কথাত বিশ্বাস কৰিবই লাগিব। মই আপোনাক কাবৌ কৰিছোঁ, মোৰ কথা বিশ্বাস কৰিছে বুলি আপুনি স্বীকাৰ কৰক।"

শ্যেলীয়ে চিঠিখন বাইৰণক দেখুৱাই হুপ্পনাৰৰ ঠিকনাটো বিচাৰিলে। বাইৰণে ক'লে যে চিঠিখন তেওঁ নিজে হুপ্পনাৰলৈ পঠাই দিব।

"তোমাক এই গোটেই কাহিনীটো জানিবলৈ নিদিয়াকৈ ৰাখিম বুলি হুপ্পনাৰহঁতে মোৰপৰা কথা আদায় কৰিছিল। মই মোৰ কথা নাৰাখিলোঁ বুলি এতিয়া খোলাখুলিকৈ স্বীকাৰ কৰিব লাগিব, পিছে তাকে কৰাৰ এটা ধৰণ আছে। সেইমতেহে মই কৰিব লাগিব। সেইবাবেই চিঠিখন মই নিজেই পঠাই দিব খুজিছোঁ। তদুপৰি মোৰ মন্তব্যই ইয়াৰ গুৰুত্ব বঢ়াব।"

শ্যেলী তৎক্ষণাত মান্তি হ'ল আৰু বাইৰণৰ হাতত চিঠিখন দি

দিলে। চিঠিখনৰ উত্তৰ মেৰীয়ে নাপালে।

* * *

বাইৰণে শ্যেলীৰ লগত আলোচনা কৰিব খোজা জৰুৰী কথাটো হ'ল এই—বাইৰণে ৰাভেন্না এৰি যাব লগা হ'লে এলেগ্রাৰ কি ব্যৱস্থা কৰা যাব? কাউণ্টেচ গুইক্কিয়ালে চুইজাৰলেণ্ডলৈ যাবলৈ মন কৰিছিল। বাইৰণে কিন্তু টাচকেনিলৈহে যাবলৈ মন কৰিছিল। বাইৰণে এতিয়া শ্যেলীক ধৰিলে বোলে তেওঁ কাউণ্টেচগৰাকীলৈ ফ্লৰেন্স আৰু পিচাৰ সৌন্দৰ্য্য আৰু সা-সুবিধাৰ বিষয়ে আকৰ্ষণীয়কৈ লিখিব লাগে, যাতে এই দুঠাইৰ এঠাইলৈ যাবলৈ তেওঁ মান্তি হয়।

শ্যেলীয়ে তেওঁৰ বন্ধুৰ উপ-পত্নীগৰাকীক দেখাই নাছিল। পিছে পৰিচিত লোকসকলৰ কথাত হস্তক্ষেপ কৰি চিঠি লিখাত তেওঁ ইমান অভ্যস্ত হৈ পৰিছিল যে তেওঁ বাইৰণে লিখিবলৈ কোৱা চিঠিখন নিলিখে নুবুলিলে। হঠাতে ঠিক কৰা হ'ল যে বাইৰণ আৰু কাউণ্টেচগৰাকী পিছাত শ্যেলীহঁতৰ লগ লাগিব। বাইৰণে এলেগ্রাকো লগত লৈ যাবলৈ ঠিক কৰিলে। ক্লেয়েৰে পিছাত নাই যেতিয়া তাইক লৈ যোৱাত আপত্তি ক'ত?

ৰাভেন্না এৰাৰ আগতে শ্যেলীয়ে ছোৱালীজনীক এবাৰ চাই যোৱাৰ মন কৰিলে। তাই সেই সময়ত বাগ্‌না-কাভাল্লত আছিল। তাই আগতকৈ বহুত ওখ হ'ল, কিন্তু খীণালে, আৰু শেঁতাও পৰিলে। তাইৰ মৰমলগা কেকোঁৰা-কেকুঁৰি ক'লা চুলিকোচা গলধনলৈকে ওলমি আছিল। লগৰীয়াবোৰৰ মাজত তাইক এখন বেলেগ জগতৰ প্ৰাণী যেন দেখাইছিল—তাই যেন সিহঁতকৈ অধিক সংবেদনশীল, অধিক অভিজাত। তাইৰ আগৰ চটফটীয়া স্বভাবৰ ঠাইত এক গম্ভীৰ চিন্তাশীলতা দেখা গ'ল।

তাই প্ৰথমতে শ্যেলীৰ লগ নলয়েই, কিন্তু শ্যেলীয়ে তাইলৈ ৰাভেন্নাৰপৰা এডাল সোণৰ হাৰ লৈ গৈছিল। সেইডাল দি দিয়াৰ লগে লগে তাই শ্যেলীৰ ওচৰত সহজ হ'ল। কনভেণ্টৰ বাগানখনলৈ তাই শ্যেলীক মাতি নিলে। যাওঁতে তাই ইমান লৰিঢাপৰি জঁপিয়াই গৈছিল যে

শ্যেলীয়ে তাইৰ লগত তাল ৰাখিবলৈকে টান পাইছিল। তাই শ্যেলীক নিজৰ বিছনা আৰু চকীখন দেখুৱালে।

শ্যেলীৰ মানত ছোৱালীজনী বৰ দাম্ভিক যেন লাগিল। তাইৰ শিক্ষা আছিল ত্ৰুটীপূৰ্ণ, কিন্তু অনেক প্ৰাৰ্থনাৰ পাঠ তাই মুখস্থ মাতিব পাৰিছিল। তাই 'পেৰেডাইজ'ৰ কথা কৈছিল, তাৰ সপোন দেখিছিল আৰু বহুতো 'চেইণ্ট'ৰ নাম জানিছিল। এনে প্ৰকাৰ শিক্ষাকে তাই পোৱাটো বাইৰণে বাঞ্ছা কৰিছিল।

---

॥৩২॥

# মিৰাণ্ডা

বাইৰণ আহিব বুলি শুনি পিচা চহৰত বেচ উখলমাখল লাগিছিল। ৰাজকীয় পুৰুষৰ ভ্ৰমণৰ ক্ষেত্ৰত এনে হয়েই। শ্যেলীৰ অনুৰোধ ক্ৰমে মেৰীয়ে বাইৰণৰ বাবে পালাজ্জু লানফ্ৰাঙ্কি ভাৰা কৰিলে। লাং আৰ্নত সেইটোৱেই আছিল আটাইতকৈ জাকজমকীয়া ঘৰ। উইলিয়ামছ পৰিয়ালৰ সহযোগত এই পুৰণি প্ৰাসাদটো পৰিপাটি আৰু চাফচিকুণকৈ সজাবলৈ পৰাখিনি মেৰীয়ে কৰিলে। আগতীয়া দল হিচাপে আহিল কাউণ্টেছ গুইক্কিয়লি আৰু তেওঁৰ পিতাক কাউণ্ট গাম্বা। শ্যেলী দম্পতীয়ে তেওঁলোকক বেচ আদৰসাদৰকৈ সোধপোছ কৰিলে। কাউণ্টেছ গৰাকীক দেখি তেওঁলোকৰ বিস্ময় আৰু আনন্দ সমানেই প্ৰকাশ পালে। শ্যেলীয়ে লিখিলে, "তেওঁ এগৰাকী ৰূপহী, আবেগপ্ৰৱণ আৰু সৰল ইটালীয়ান মহিলা। মানৱ চৰিত্ৰ আৰু মোৰ বাইৰণৰ বিষয়ে সামান্য কিবা অকণো যদি মই জানো, তেন্তে মই ধুৰূপ যে মহিলাগৰাকীয়ে তেওঁৰ দুঃসাহসী কাৰ্য্যৰ বাবে অনুতাপ কৰিবলৈ বহুত সুযোগ পাব।"

পিচে পিচে ডনজুয়ানো গৈ পালে। পিচা চহৰৰ সকলোৱে ইংৰাজ চয়তান আৰু তেওঁৰ সাঙ্গোপাঙ্গসকলক চাবলৈ খিৰিকিৰে জুমাজুমি কৰিবলৈ লাগিল। দলটো চাবলগীয়া আছিল; পাঁচখন গাড়ী, ছটা চাকৰ, নটা ঘোঁৰা, কুকুৰ এজাক, বান্দৰ কেইটামান, ম'ৰা চৰাই কেইটামান আৰু বগলী কেইজোৰামান। আটাইবোৰ ইটোৰ পিচত সিটোকৈ শাৰী পাতি গৈ আছিল। পালাজ্জুটো বাইৰণৰ ভাল লাগে বা নালাগে ভাবি শ্যেলীহঁতৰ চিন্তা হৈছিল। পিছে ভাগ্য ভাল, তেওঁৰ অপচন্দ নহ'ল। মধ্যযুগীয় এই পুৰণা মহলবোৰ তেওঁৰ ভাল লাগে বুলিয়েই তেওঁ কৈছিল। আচলতে সেই অট্টালিকাটো আছিল ষোল শতিকাৰ। মাইকেল এঞ্জেল'ই দিয়া আৰ্হি অনুসৰি বোলে ঘৰটো সজা হৈছিল। পিছে বাইৰণে কাৰুকলাৰ ষ্টাইলবোৰ সদায় সানমিহলি কৰি পেলাইছিল। ভূগৰ্ভত থকা আন্ধাৰ সেমেকা কোঠাবোৰ তেওঁৰ ভাল লাগিছিল। সেইবোৰক তেওঁ পাতালপুৰীৰ

বন্দীশাল নাম দিছিল আৰু তাত শুবলৈ বুলি তাত কোমল দগলা পৰাইছিল।

পিচাত আবিৰ্ভাব হোবাৰ লগে লগেই বাইৰণ তাৰ সামাজিক কেন্দ্ৰ বিন্দু হৈ পৰিল, শ্যেলী হৈ'ৰ'ল তাৰ নৈতিক কেন্দ্ৰবিন্দু। কৌতূহল আৰু শ্ৰদ্ধাৰ কাৰণে বাইজ বাইৰণৰ ওচৰ চাপিছিল; শ্যেলীৰ ওচৰ চাপিছিল সহানুভূতিৰ বাবে। শ্যেলীয়ে সোনকালে শুই উঠি দুপৰীয়ালৈকে গ্যেটে, স্পিনোজা আৰু কেল্ডাৰন পঢ়ে। তাৰ পিচত তেওঁ পাইন ৱনলৈ গুচি যায় আৰু তাতে নিৰ্জনতাৰ মাজত গধূলিলৈকে লেখাপঢ়া কৰি থাকে। বাইৰণ দুপৰীয়া শোৱাৰপৰা উঠে আৰু পাতলীয়াকৈ জলপানপাতি খাই লৈ ঘোঁৰা চক্ৰৰত যায়, বা পিষ্টল চলোৱাৰ অভ্যাস কৰিবলৈ যায়। সন্ধিয়া তেওঁ গুইক্কিয়লিহঁতৰ ওচৰলৈ যায় আৰু নিশা এঘাৰমান বজাত ঘূৰে। ঘূৰি গৈ ৰাতি দুই তিনিবজালৈকে লেখাপঢ়া কৰে। তাৰ পিচত হঠাতে বৰ উত্তেজিত হৈ ইস্ আস্ কৰি শুবলৈ যায়, কিন্তু ভাল টোপনি তেওঁৰ নাহে। পিচৰ দিনটোৰ আধাখিনি তেওঁ বিছনাতে কটায়।

পিচাত থক্য ইংৰাজবোৰে বাইৰণক নোপোৱাই পোৱাদি পাই তেওঁৰ ওচৰৰপৰা নাতৰাঁই হ'ল। তেওঁলোকৰ ভিতৰৰ আটাইতকৈ বেচি নীতিবাগীশজনেও তেওঁৰ প্ৰতি কঠোৰ দৃষ্টিভংগী ল'ব নোৱাৰিছিল। হাজাৰ হওক বাইৰণ এজন খাটি ইংৰাজ বেৰণ, বিদেশৰ মাটিত তেওঁ লণ্ডনৰ ৰঙৰ পোহাৰ মেলি তেওঁলোকৰ নাম যশস্যা বঢ়াইছে। লণ্ডনৰ ভেনিটি ফেয়াৰৰ গোটেইখন যেন বাইৰণে পিচালৈকে উঠাই আনিলে। কেলেংকাৰি সৃষ্টি কৰি বা প্ৰচাৰ কৰি ফূৰি স্ফূৰ্ত্তি পোৱাটোও এক প্ৰকাৰে শ্ৰদ্ধা প্ৰকাশৰে ধৰণ। উদাসীনতা যদি দোষণীয় বুলি পৰিগণিত হয়, তেন্তে উদ্ধত আস্পৰ্দ্ধা বিনয় নম্ৰতাৰ প্ৰতীক বুলি গণ্য নহ'ব কিয়? সামাজিক অনুষ্ঠানলৈ নোযোৱা নেমেলাকৈ থাকিলে, নাৰীৰ ওচৰত প্ৰণয় নিবেদন বা প্ৰণয় প্ৰাৰ্থনা কৰিবলৈ নাপালে, সান্ধ্যভোজৰ বাবে নিমন্ত্ৰণ ৰক্ষা কৰিবলৈ আৰু আনকো নিমন্ত্ৰণ কৰিবলৈ সুযোগ নাপালে বাইৰণে জীৱন যাত্ৰাই অসম্ভৱ হ'ব বুলি ভাবিছিল। এনেবোৰ কথাত তেওঁ বৰ লাই পাইছিল। কিন্তু শ্যেলীৰ প্ৰতি তেওঁ এনে প্ৰশ্ৰয় আদায় কৰিবলৈ ওলালেই তাৰ বিৰুদ্ধে পুৰাপুৰি খাটি বৃটিছ প্ৰতিবাদ সৰব

হৈ উঠিছিল। চৌখীন সমাজত শ্যেলী অভীষ্ঠ হৈ পৰিছিল। এই কথাটো তেওঁ গোপন কৰা নাছিল। নৈতিক আদর্শৰ ক্ষেত্রত, আদর্শৰ আক্ষৰিক অৰ্থত তেওঁ গুৰুত্ব দিয়া নাছিল, দিছিল তাৰ অন্তর্নিহিত তাৎপৰ্য্যক। আদামৰ পাপৰ শাস্তি স্বৰূপে সমগ্ৰ মানৱ জাতিৰ অধঃপতন আৰু দুখকষ্ট হৈছে বুলি তেওঁ বিশ্বাস নকৰিছিল; তেওঁ বিশ্বাস কৰিছিল পৰিমুক্তি (ৰিডেমপশ্যন)ত অৰ্থাৎ এনে পৰিস্থিতিৰপৰা উত্তৰণ সম্ভৱ বুলি তেওঁ বিশ্বাস কৰিছিল। পূৰ্ণতা অৰ্জন কৰাৰ সক্ষমতা মানুহৰ আছে বুলি ভবাটোৱেই আটাইতকৈ জঘন্য অপৰাধ, কাৰণ ইয়াক সত্য বুলি মানি ল'লে মানুহে পূৰ্ণতা অৰ্জনৰ প্ৰচেষ্টাত লাগি যাব। এনে প্ৰচেষ্টাৰ সামান্য গোন্ধ পালেই ইয়াক কলিতে মষিমূৰ কৰিবলৈ সমাজ হাতেকামে লাগি যাব। 'ভদ্ৰ' সমাজৰ নাৰী মাত্ৰেই শ্যেলীহঁতক সামাজিকভাৱে অচ্ছুৎ আৰু এঘৰীয়া বুলি গণ্য কৰিছিল।

এনেবোৰ কথাত শ্যেলীয়ে বেচ আমোদ পাইছিল। পণগৃহৰ (পাশা বা জুৱা খেলা কোঠা, ঘৰ) দম বন্ধ হোৱা তপত বতাহতকৈ মুকলি আকাশৰ তলৰ নিশাৰ চেঁচা, স্বাস্থ্যকৰ বতাহ তেওঁ হাজাৰগুণে বেচি পছন্দ কৰিছিল। মেৰীয়ে কিন্তু অলৈ-ত'লৈ যাবলৈ উচপিচাই থাকিছিল। মিচেচ বিউক্লাৰ্ক নামৰ জনৈকা মহিলা আছিল। পিচা চহৰত থকা ইংৰাজ মহিলাসকলৰ ভিতৰত হৈ চৈ কৰি ভাল পোৱা মহিলাবিলাকৰ ভিতৰত তেওঁ প্ৰধান। তেওঁ নাচমেলৰ আয়োজন কৰিছিল। নকৰিবনো কিয়? বাইৰণে ক'বৰ দৰে ভদ্ৰ মহিলাৰ সাতজনী ছোৱালীৰ পালটোৱে তেওঁক বেচ ন্যাকনিকাননি কৰে, তেওঁৰ জোলে জুৰি যায়। এইগৰাকী মহিলাৰ বল নাচলৈ নিমন্ত্ৰণ পাব বুলি মেৰীয়ে আশাৰে বাট চাই থাকে। মেৰীৰ মতে প্ৰত্যেকেই তালৈ যায়! কথাটো শুনি শ্যেলীয়ে বিৰক্ত হৈ আকাশলৈ চায়। 'প্ৰত্যেকে? কোন এই পৌৰাণিক দৈত্য'? মেৰী, তুমি ইয়াক কেতিয়াবা দেখিছানে?' 'প্ৰত্যেকৰে' সহানুভূতি আদায় কৰিবৰ বাবে মেৰীয়ে আনকি গীৰ্জাৰ প্ৰাৰ্থনা সভাবোৰলৈকো যোৱাটো কৰিবলৈ লৈছিল। পিছে যাজকগৰাকীয়ে নিৰীশ্বৰ বাদৰ বিৰুদ্ধে বক্তৃতা দিছিলে আৰু তাকে কৰোঁতে মেৰীলৈ এনে অৰ্থপূৰ্ণভাৱে দৃষ্টিপাত কৰিছিলে যে দহৰ অনুৰূপে আচৰণ কৰিবলৈ ইচ্ছা কৰা সত্ত্বেও, পত্নী হিচাপে তেওঁৰ আত্মসন্মানবোধে তেওঁক আকৌ গীৰ্জালৈ যোৱাত বাধা দিলে।

এই সমস্ত সামাজিক চিন্তা, বলনাচ আৰু ভোজভাতৰ আয়োজন শ্যেলীৰ মনত অবিশ্বাস্যভাৱে ৰুচিবিগৰ্হিত বুলি বিবেচিত হৈছিল। কুৰি বছৰীয়া ডেকা হিচাপে চৌখীন জীৱনযাপন এক অপৰাধ বুলি তেওঁ গণ্য কৰিছিল; এতিয়া এই একেটা কথাকে তেওঁ ঘৃণনীয় বুলি ভাবিবলৈ ধৰিলে। এই পিচৰটোতো অতি মাৰাত্মক কথা। মেৰীৰ অনৰ্থক খেচখেচনি আৰু পেনপেননিৰপৰা ৰক্ষা পাবলৈ বুলি তেওঁ উইলিয়ামচ পৰিয়ালৰ লগলৈ গুচি যায়। তেওঁলোকৰ মাজত তেওঁ মনে বিচৰা ধৰণৰ ৰাগ-জঞ্জাল নোহোৱা আৰু আপোন ভাবৰ পৰিবেশ এটা পায়। এডৱাৰ্ড উইলিয়ামচৰ এটা স্ফূৰ্ত্তিবাজ, উদাৰ মন আছিল। নীচতা বোলা কথাটোৰ স্থান তাত নাছিল। জে'নৰ আচৰণৰ মাধুৰ্য্য আৰু কমনীয়তা, তেওঁৰ গহীন খোজ-কাটল, শুনিলেই মন ভাল লাগি যোৱা তেওঁৰ মিঠা মাতষাৰ— এই আটাইবোৰ শ্যেলীৰ বাবে পৰম আনন্দদায়ক আৰু শান্তিৰ স্থল যেন আছিল। তেওঁৰ সান্নিধ্যলৈ অহাৰ অভিজ্ঞতাটো যেন এখন মনোমোহা বাগানত সোমোৱাৰ অভিজ্ঞতা। ডেকাকালত কিজানি শ্যেলীক তেওঁ ইমান মুগ্ধ কৰিব নোৱাৰিলেহেঁতেন। তেতিয়া তেওঁ নাৰীৰ মাজত সাহস আৰু ভীতিহীনতাৰ দৰে বীৰোচিত গুণৰহে তাৰিফ কৰিছিল, কিন্তু এতিয়া তেওঁ সাহস আৰু শক্তিতকৈ নাৰীৰ মাজত বিস্মৃতিপৰায়ণতাহে পচন্দ কৰিছিল। আন কথাত বিগত, দিনৰ আশা-আকাংক্ষা, পোৱা-নোপোৱাৰ স্মৃতি পাহৰণিৰ গৰ্ভত বিলীণ হৈ যাবলৈ দি তাৰ ঠাই এক ধীৰ-স্থিৰ, শান্ত, অনুদ্বেগ জীৱনপ্ৰবাহ আদৰি লোৱাটো তেওঁ বিচাৰিছিল।

জে'নে গান গাইছিল। তেওঁৰ মধুৰ কণ্ঠই শ্যেলীক খন্তেকৰ বাবে হ'লেও জীৱনৰ বেদনা আৰু ঘৰখনৰ অৰ্থহীন নীতি-অনীতিৰ চিন্তা পাহৰাই ৰাখিছিল। আগতে হেৰিয়েটৰ ব্যৱহাৰত ক্ষুন্ন হ'লে মেৰীৰ চকুত সান্ত্বনাৰ ভাষা বিচাৰি যোৱাদি, এতিয়া জে'নৰ চকুত যেন তেনে এক আশ্ৰয়বিন্দু তেওঁ বিচাৰি পাইছিল। জে'ন আছিল যেন তেওঁৰ পূৰ্বজন্মৰ প্ৰেয়সী কোনোবা এণ্টিগন।

গঢ়াৰ আগতে ভঙাৰ প্ৰয়োজন বুলি শ্যেলীয়ে আজিকালি নভবা হ'ল। সেইবাবে জে'নক লৈ পলাই যাবলৈ বুলি মেৰীক আওহেলা কৰাৰ কথা নুঠে। তাইৰ (জে'নৰ) এজন ভাল মানুহৰ লগত বিয়া

হৈছে, তেওঁৰ বিশ্বস্ত বন্ধু হৈ থাকিবলৈ শ্যেলী আগ্রহী; তদুপৰি মেৰী বেচেৰীৰ ভাবানুভূতিৰ কথাও পাহৰিলে নচলিব। এনেয়ে তাইৰ দুখ-বেজাৰে আঁটিছে, তাৰ ওপৰত আৰু' এনে এটা... তেওঁৰ জে'নৰ প্ৰেমত পৰিছে হয়, পিছে এই প্ৰেম অবাস্তব প্ৰেম। আশাহীন, প্ৰায় বাসনাশূন্য।

জে'নে এই প্ৰেমৰ খেলাত চতুৰভাৱে সঁহাৰি দিছিল। তাই শ্যেলীৰ চুলিৰ মাজত আঙুলি বুলাই দিব, কপালখন পিটিকি দিব, আৰু ব্যক্তিগত আকৰ্ষণৰ যাদুৰে তেওঁৰ বিষাদৰ ডাৱৰ আঁতৰাই পেলাব। জে'ন আৰু তাইৰ গিৰিয়েক যেন অপূৰ্ব এক প্ৰস্ৰৱণ— ক্লান্ত কবিয়ে তাত অৱগাহন কৰি মন জুৰ পেলাব পাৰে। জে'ন আৰু এডৱাৰ্ড আছিল যেন ফাৰ্ডিনান্দ আৰু মিৰান্দা— ৰাজকোঁৱৰ আৰু ৰাজকুঁৱৰী— এক অনন্য দম্পতীযুগল। শ্যেলী আছিল তেওঁলোকৰ অনুগত এৰিয়েল... সুখৰ সাগৰত ভাঁহি ফুৰা প্ৰেমিকযুগলৰ চতুৰ্দিশে মৃদুভাৱে বিচৰণ কৰি ফুৰা এক অনুগত সদাসতৰ্ক শৃঙ্খলিত প্ৰতিপালক, আৰু প্ৰহৰী।

* * *

উইলিয়ামচ দম্পতীয়ে শ্যেলীৰ আগত তেওঁলোকৰ বন্ধু এজনৰ কথা প্ৰায়ে কৈছিল। তেওঁৰ নাম আছিল ট্ৰেলনি। অসাধাৰণ লোক। নাবিকো আৰু জলদস্যুও। আঠাইশ বছৰ বয়সতে মাটিয়েপানীয়ে দুঃসাহসিক অভিযানত সমস্ত জগত এবাৰ ভ্ৰমিলে। তেওঁ এতিয়া পিচাৰ ওপৰ মহলাত সোমাবলৈ বিচাৰিছিল আৰু উইলিয়ামচ দম্পতীলৈ এই কথাৰে খনে খনে চিঠি লিখিছিল। "মই গ'লে শ্যেলীক লগ পাব পাৰিমনে? বিশেষকৈ বাইৰণক দেখা পোৱাৰ সুযোগ হ'বনে? তেওঁৰ ওচৰ চাপিব পৰাটো সম্ভৱ নে?"

কবি দুগৰাকীৰ লগত উইলিয়ামচৰ প্ৰায় প্ৰতি দিনেই দেখাশুনা হৈছিল বাবে তেওঁলোকক ভয় কৰিব লগাৰ কাৰণ তেওঁলোকে দেখা নাছিল। সেইবাবে প্ৰায় অধৈৰ্য্যভাৱে তেওঁ লিখিলে, "তেওঁলোকক আপুনি নিশ্চয় দেখা পাব। শ্যেলীৰ দৰে সহজসৰল মানুহ দ্বিতীয় এজন নাই। বাইৰণক আপোনাৰ কেনে লাগে সেইটো সম্পূৰ্ণ আপোনাৰ ওপৰত নিৰ্ভৰ কৰিব।"

এদিন সন্ধিয়া পলমকৈ ট্ৰেলনি পিচা পালেগৈ আৰু পোনে পোনে লাং আৰ্ণৰ দাঁতিত থকা ট্ৰে পালাজ্জি পালেগৈ। তাতে, একেটা ঘৰৰে বেলেগ বেলেগ মহলত, উইলিয়ামচ পৰিবাৰ আৰু শ্যেলী দম্পতী থাকিছিল। তেওঁ আৰু উইলিয়ামচ দম্পতী ৰসাল আলোচনাত মজি আছে, এনেতে খোলা দুৱাৰৰ ওচৰত, ওলোৱা সোমোৱা বাটটোত এহাল তিৰবিৰাই থকা চকুৱে তেওঁলৈ (ট্ৰেলনিলৈ) একে থৰে চাই থকা তেওঁৰ চকুত পৰিল। জে'নে দুৱাৰমুখলৈ গৈ হাঁহি হাঁহি ক'লে, "ভিতৰলৈ আহাঁ, শ্যেলী। এয়া আমাৰ বন্ধু ট্ৰে হে। তেওঁ এইমাত্ৰ পাইছেহি হে।"

শ্যেলী চুচুকচামাককৈ, লাজ লাজ ভাবেৰে সোমাই গ'ল। দুই হাতে ধৰি নাবিক মহাশয়ৰ লগত জোৰেৰে কৰমৰ্দন কৰিলে। ট্ৰেলনিয়ে আচৰিত হৈ তেওঁৰ ফালে চালে। সৰল সতেজ মুখেৰে এইজন লোকেই যে সেই গুণধৰ বিদ্ৰোহী পুৰুষ শ্যেলী তেওঁ বিশ্বাস কৰিবলৈকে টান পালে। এইজন লোকেই ইংলেণ্ডত ভয়ানক লোক বুলি নিন্দিত হৈছে, এইজন লোককেই লৰ্ড চেঞ্চেলাৰে নিজৰ ল'ৰা-ছোৱালী হালৰ অভিভাৱকত্বৰপৰা বঞ্চিত কৰিছে! ট্ৰেলনিৰ সপ্ৰতিভ, আৱৰী মুখাবয়ব, কাউৰী-ক'লা গোফ আৰু দেখিলে আধাআধি আৰব দেশৰ লোক যেন লগা চেহেৰালৈ শ্যেলীয়ে মুগ্ধ দৃষ্টিৰে চালে। তেওঁলোক উভয়ে ইমান হতবম্ব হৈছিল যে কি ক'ব ভাবি পোৱা নাছিল। তেওঁলোকৰ অপ্ৰস্তুত পৰিস্থিতিটো পাতলাই দিবলৈ বুলি জে'নে শ্যেলীক তেওঁৰ হাতত থকা কিতাপখন কি বুলি সুধিলে।

লগে লগে শ্যেলীৰ মুখখন প্ৰফুল্লিত হৈ পৰিল আৰু তেওঁ টপৰাই উত্তৰ দিলে, "'কেলডেৰণৰ মেজিক' প্ৰডিজিয়চ"।

ইয়াৰ কিছুমান অনুচ্ছেদ মই অনুবাদ কৰি আছোঁ।"

"হয় নেকি! পঢ়কচোন আমি শুনো।"

প্ৰাত্যহিক তুচ্ছ পৰিস্থিতি বা ঘটনাত জড়িত হ'বলৈ শ্যেলীয়ে কেতিয়াও ভাল পোৱা নাছিল। এই মুহূৰ্ত্ততো, তেনে এটা পৰিস্থিতিৰপৰা মুক্ত হোৱাৰ লগে লগে, তেওঁ মেলি থোৱা কিতাপখনৰপৰা সৰসৰকৈ অনুবাদ কৰি যাবলৈ ধৰিলে। ইমান যথাযথ আৰু মূল ৰূপৰ অনুগতকৈ তেওঁ অনুবাদ কৰি গ'ল যে অনুবাদকজন যে শ্যেলীয়েই হয় সেই সম্পৰ্কে ট্ৰেলনিৰ মনত কোনো সন্দেহ ন'ৰল।

অনুবাদ পাঠ শেষ হোৱাৰ পিচত বহুত পৰলৈ আটায়ে নিমাত‌নিতাল হৈ ৰ'ল। ট্ৰেলনিয়ে মুৰ দাঙি চাই কাকো নেদেখি সুধিলে, "তেওঁ ক'ত?"

"কাৰ কথা কৈছে? শ্যেলীৰ? তেওঁ কেতিয়া ক'ৰপৰা ওলায়হি আৰু ক'ত অন্তৰ্দ্ধান হয় কোনেও নাজানে। কিবা অশৰীৰী আত্মাৰ দৰে।" জে'নে উত্তৰ দিলে।

পিচদিনা শ্যেলীয়েই ট্ৰেলনিক বাইৰণৰ লগত দেখা কৰাবলৈ লৈ গ'ল। সেই ঠাইৰ পৰিবেশ আছিল একেবাৰে সুকীয়া। মাৰ্বলৰ এটা প্ৰকাণ্ড হল ঘৰ, এটা বিৰাট খটখটি, সাজিকাচি থকা লগুৱা আৰু ভুকভুকাই থকা এজাক কুকুৰ। আন আটায়ে দেখাদি ট্ৰেলনিয়েও বাইৰণৰ বাহ্যিক ৰেহৰূপত প্ৰতিভাশালী পুৰুষৰ গাত থকা বুলি ভবা গুণৰাজি দেখিবলৈ পালে, কিন্তু বাইৰণৰ কথাবাৰ্তাৰ ধৰণ তেওঁৰ মানত নিতান্তই সাধাৰণ যেন লাগিল। 'বিজেন্সি'ৰ ভ্ৰষ্টাচাৰৰ বহুতো পুৰণি গল্পত তেওঁ নিজে ভাগ লোৱাৰ কাহিনী কৈ ভাল পাইছিল। তেওঁৰ চিনাকি অভিনেতা, মুষ্টিযোদ্ধা, মদাহী আদিৰ গল্প তেওঁ কৈছিল, নিজে হেলেচপাণ্ট সাঁতুৰি পাৰ হোৱাৰ কথাও কৈছিল। এই দুঃসাহসিক অভিযানৰ বাবে তেওঁ বৰ গৰ্ব বোধ কৰিছিল।

তিনিবজাত ঘোঁৰাবোৰ আনি সাজু কৰা হ'ল। কেইঘণ্টামান ধৰি অশ্বাৰোহণ কৰাৰ পিচত দলটো পিষ্টল চলোৱাৰ প্ৰতিযোগিতাত নামিল। মাটিত বেটৰ লাঠি এডাল পুতি লৈ তাৰ মূৰতে ফাঁক এটা কৰি তাতে এটা বাজী ৰখা হ'ল। বাইৰণ, শ্যেলী, ট্ৰেলনি তিনিও পোন্ধৰ জাঁইকৈ গুলী চলালে। প্ৰত্যেকৰে প্ৰায় সমান হাত। প্ৰতি বাৰতে এজনৰ নহয় এজনৰ গুলীয়ে লাঠীডাল বা বাজীটো চুলেই। স্ত্ৰীসুলভ চেহেৰা সত্ত্বেও শ্যেলীয়ে পুৰুষৰ লগত সমানে ফেৰ মাৰিব পৰা দেখি ট্ৰেলনিয়ে সন্তোষ পাইছিল।

ঘূৰি যোৱাৰ পথত তেওঁলোকে কবিতাৰ কথা উলিয়ালে। সুখপাঠ্য মিত্ৰাক্ষৰতাৰ উদাহৰণ দিবলৈ গৈ ট্ৰেলনিয়ে 'ডনজুয়ান'ৰপৰা দুশাৰী মুখস্থ মাতি শুনালে। বাইৰণ খুব খুচি হ'ল। নিজৰ ঘোঁৰাটো তেওঁ ট্ৰেলনিৰ ঘোঁৰাৰ কাষ চপালে।

বাইৰণে ক'লে, "এতিয়া তুমি স্বীকাৰ কৰিবই লাগিব যে তুমি

মোক চাইমন অফ্ এথেন্সৰ দৰে বা টার্টাৰ টাইমূৰৰ দৰে বুলি ভাবিছিলোঁ, পিছে এতিয়া তুমি একেবাৰে বাস্তৱবোধসম্পন্ন সংসাৰী প্ৰাণী এটা দেখিবলৈ পাই বেচ আচৰিত হৈছোঁ। এই মানুহটোৱে কোনো কথাতে গুৰুত্ব নিদিয়ে। সংসাৰী কথা মাত্ৰকে হাঁহি হাঁহি উৰুৱাই দিয়ে। হয়নে নহয় কোৱাঁ।"

ইয়াৰ পিচত তেওঁ নিজৰ মনতে সৰুকৈ গুণগুণালে— "সংসাৰখন এটা খেৰৰ বোজা। মানুহ হ'ল সেই বোজা টনা গাধ।"

* * *

ট্ৰেলনি শ্যেলী আৰু মেৰীৰ সৈতে ঘূৰি আহিল। "আনে ভবাৰপৰা বাইৰণ ইমান বেলেগ!" ট্ৰেলনিয়ে ক'লে। "তেওঁৰ বিষয়ে ৰহস্য বুলিবলৈ একো নাই। ইমান খোলাখুলিভাৱে কথাবাৰ্ত্তা পাতে। আৰু এনে কিছুমান কথা কয় যিবোৰ নোকোৱাকৈ থাকিলেই ভাল হয়। তেওঁ নাৰীৰ দৰে ঈৰ্ষাপৰায়ণ আৰু আবেগপ্ৰৱণ আৰু নাৰীতকৈ কিজানি অধিক বিপজ্জনক।"

শ্যেলীয়ে ক'লে, "মেৰী, ট্ৰেলনিয়ে বাইৰণৰ স্বভাৱটো ধৰা পেলালেই। আমিহে ভেবা গংগাৰাম হৈ থাকিছিলোঁ— আমাক বহুত দিন লাগিল।"

মেৰীয়ে ক'লে, "ইয়াৰ কাৰণটো হ'ল ট্ৰেলনিৰ হাটবাট জীয়াবোৰৰ লগত, আমাৰ আৰু' মৰাবোৰৰ লগতহে।"

———

# শিষ্যগণ

দুগৰাকী মহৎ ব্যক্তিৰ গুণগৰিমাত মুগ্ধ হৈ তেওঁলোকৰ গুণগান কৰিবলৈ আহি পিচাত উপস্থিত হোৱা নাবিকজনে দেখিলে যে ওলোটাই তেওঁ নিজেহে সেই দুগৰাকীৰ সমাদৰ আৰু শ্ৰদ্ধাৰ পাত্ৰ হৈ পৰিছে! ট্ৰেলনি ওচৰত নথকাৰ সুযোগতে অৱশ্যে বাইৰণে এইদৰেও নোকোৱা নহয়ঃ "হাতভৰি ধুই চাফচিকুণ হৈ থাকিবলৈ আৰু ফাঁকিফুকা নিদিবলৈ আমি তেওঁক শিকাব পৰাহেঁতেন তেওঁ এজন ভদ্ৰলোকেই হ'লহেঁতেন।" কিন্তু তেওঁ ওচৰত থাকিলে বাইৰণে তেওঁৰ প্ৰতি পৰম শ্ৰদ্ধা দেখুৱাইছিল। সকলো শিল্পীৰ দৰেই, জীৱনটো প্ৰকৃত অৰ্থত উপলব্ধি নকৰাৰ বেদনাতে, যেন তাৰে ক্ষতিপূৰণ কৰিবলৈ, শ্যেলী আৰু বাইৰণে কবিতা ৰচিছিল। এই স্বপ্নশীল দুজনৰ মাজত উপস্থিত হ'লহি এজন কৰ্মশীল পুৰুষ—এক বিস্ময়কৰ আৰু ঈৰ্ষণীয় আবিৰ্ভাৱ।

শ্যেলীয়ে ট্ৰেলনিৰপৰা নৌকাচালন সংক্ৰান্ত শব্দবোৰৰ তাৎপৰ্য্য বুজিবাজি লৈছিলে আৰু আৰ্ণৰ বালিত তেওঁৰ সৈতে জাহাজ, পাল আৰু উপকূলীয় নক্সা আঁকিছিল। শ্যেলীয়ে আক্ষেপেৰে কৈছিল, "মোৰ ভুল হ'ল। মোৰ উপযুক্ত বৃত্তি মোৰ লোৱা নহ'ল। মই নাবিক হোৱাহেঁতেন ভাল আছিল।" ট্ৰেলনিয়ে ক'লে, "চিগাৰেটো নাখায়, শপতো নাখায়—এনে মানুহ ক'ৰবাত নাবিক হোৱা কোনোবাই শুনিছে!"

বাইৰণ হ'ল কল্পিত জলদস্যু। প্ৰকৃত জলদস্যু এজনৰপৰা সেই ফৈদটোৰ ধৰণকৰণ, কথাবাৰ্ত্তা জানি ল'বলৈ তেওঁৰ আগ্ৰহৰ সীমা নাছিল। ট্ৰেলনি লগত থাকিলে তেওঁৰ লগত গালিগালাজ পাৰি, লোকৰ দোষ খুচৰি, বাহাদুৰি দেখুৱাই কথা পাতিবলৈ বাইৰণে আৰম্ভ কৰিছিল। বাইৰণ যে তেওঁৰদ্বাৰা প্ৰভাৱিত হৈছে সেই কথা ধৰিবলৈ ট্ৰেলনিৰ সৰহ সময় নালাগিল। বাইৰণৰ ওপৰত পৰা তেওঁৰ এই প্ৰভাৱ শ্যেলীৰ উপকাৰত অহাকৈ প্ৰয়োগ কৰাৰ তেওঁ চেষ্টা কৰিলে। এদিনাখন ঘোঁৰাত উঠি গৈ থাকোঁতে তেওঁ বাইৰণক ক'লে, "মই ভাবিছোঁ আপুনি সামান্য

চেষ্টাৰ বিনিময়ত শ্যেলীৰ মহৎ উপকাৰ কৰিব পাৰে। শ্যেলীৰ বিষয়ে দুইএটা অনুকূল মন্তব্য যদি আপুনি আপোনাৰ ইয়াৰ পিচৰ কিতাপত কৰে... শ্যেলীতকৈ বহুত কম লায়েকৰ লেখকৰ ক্ষেত্ৰতে আপুনি এনে কৰিছে।"

ৰাইৰণে উত্তৰ দিলে, "সকলো বৃত্তিৰে (বা ব্যৱসায়ৰে) নিজা নিজা গোপন কথা থাকে। জনপ্ৰিয় লেখক এজনৰ আমি উচ্চ প্ৰশংসা কৰিলে তেৰোঁ আমাৰ গুণ গায়, সুতে-মূলে পৰিশোধ কৰে। কিন্তু শ্যেলীৰ ক্ষেত্ৰত কথা বেলেগ। তেওঁৰ ক্ষেত্ৰত এনে কৰি লাভ নাই।... চয়তানটোৰ লেখা পঢ়ে কোনে?... তদুপৰি তেওঁ গূঢ় দাৰ্শনিক প্ৰেটটো এৰি পেলালে তেওঁৰতো প্ৰশংসাৰ প্ৰয়োজনেই নাই।"

"কিন্তু আমাৰ লণ্ডনৰ বন্ধুসকলে তেওঁৰ প্ৰতি ইমান বিৰূপ আচৰণ কৰে কিয়? আপোনাৰ ঘৰত কেতিয়াবা লগ পালে তেওঁক সেইসকলে নেদেখাৰ ভাও ধৰে। কিন্তু তেওঁলোকৰ দৰেই শ্যেলীও সু-সংস্কৃত, সদ্বংশজাত। তেওঁলোকে কিহলৈ ভয় কৰে?"

ৰাইৰণে হাঁহি এটা মাৰি ট্ৰেলনিৰ কাণত ফুচফুচাই ক'লে, "শ্যেলী খ্ৰীষ্টিয়ান নহয়।"

"তেওঁলোক জানো হয়?"

"তেওঁলোকক সুধিবাঁ।"

ট্ৰেলনিয়ে ক'লে, "মোৰ কথা কিন্তু সুকীয়া। আপোনাৰ লগত খোৱাবোৱা কৰি থাকোঁতে মই যদি চয়তানৰ মুখামুখি হ'ব লগা হয়, তেন্তে তাকো মই আপোনাৰ বন্ধু বুলিয়েই গণ্য কৰিম।"

তেওঁৰ কথাষাৰত কিবা পাক আছে নে কি বুলি সন্দেহ কৰি ৰাইৰণে ট্ৰেলনিৰ মুখলৈ কৌতূহলেৰে চালে। পিচ পাকতে থোঁৱাটো ট্ৰেলনিৰ ওচৰ চপাই, শ্ৰদ্ধা আৰু সমীহৰ ভাব ফুটাই তুলি ক'লে, "চয়তান হ'ল ৰাজকীয় ব্যক্তি।"

* * *

উইলিয়ামচ দম্পতীৰ লগত ট্ৰেলনি আছিল বেচি খাবাংখাচ। তেওঁলোক তিনিও মিলি হৈছিল ট্ৰেজেদিৰ কোম্পাচ। নিজে প্ৰধান ভূমিকাত অৱতীৰ্ণ

হোবাৰ যোগ্যতা নাই বুলি জানি তেওঁলোকে সেই ভূমিকা লওঁতাসকলৰ কাৰ ভাও কেনেকুৱা হৈছিল সেই সম্পৰ্কে মন্তব্য কৰিছিল।

ট্ৰেলনিয়ে ক'লে, "বাইৰণ শ্যেলীৰ প্ৰতি ঈৰ্ষান্বিত যেন ভাব হয়। বাইৰণৰ পাঠক অগণিত। 'চাইল্ড হেৰল্ড'ৰ নতুন সৰ্গ একোটা ওলালে মিঃ মাৰেই তেওঁৰ ঘৰ-দুৱাৰ ৰক্ষা কৰিবলৈ পুলিচ মাতিব লগা হয়। বেচেৰা শ্যেলীৰ দহজন পাঠকো নাই। বাইৰণ উচ্চ বংশজাত, ধনসম্পত্তিৰ মালিক, দেখিবলৈ ধুনীয়া, যশস্যা আৰু প্ৰেমৰ অধিকাৰী...।"

"ঠিকেই", ইউলিয়ামচে মাজতে মাত লগালে, "পিছে বাইৰণ হ'ল তেওঁৰ প্ৰবৃত্তিৰ দাস। আচে গোৱা তিৰোতাৰো দাস। শ্যেলীয়ে তেওঁৰ কণমানি পানচৈখনত উঠি আৰ্ণৰ মাজ সাঁতুৰিয়েদি পাৰি দিয়ে, কিন্তু তেওঁক উটুৱাই নিবলৈ নিদিয়ে। তেওঁৰ ভাব আৰু আদৰ্শবোৰৰ একোটা ভিত্তি আছে, তেওঁৰ নিজৰ বুলি এটা মতবাদ আছে। কিন্তু বাইৰণৰ বেলিকা সেই কথা কোৱা নাযায়। একেবাহে দুঘণ্টাৰ বাবে ধৰি ৰাখিব পৰা মত এটাও তেওঁৰ নাই। এই কথাটো তেওঁ বেছ ভালকৈ জানে আৰু ইয়াৰ বাবে তেওঁ নিজকে ক্ষমাও নকৰে। শ্যেলীৰ দুৰ্ভাগ্যবোৰৰ কথা কওঁতে ফুটি উঠা তেওঁৰ উল্লসিত সুৰটোতে এই কথা ধৰা পৰে।"

জে'নে মাত লগালে, "বাইৰণ হ'ল অতিশয় লাই পাই আদৰত নষ্ট হোৱা ল'ৰাৰ দৰে। কিন্তু বাইৰণ বা শ্যেলী এজনেও মানুহ চিনি নাপায়। শ্যেলীয়ে মানুহক খুব ভাল পায়, বাইৰণে পাব লগা সমানকৈ ভাল নাপায়।"

ট্ৰেলনিয়ে ক'লে, "শ্যেলীৰ বেলিকা আটাইতকৈ মাৰাত্মক কথাটো হ'ল যে আত্মৰক্ষাৰ সামান্যতম প্ৰবৃত্তিও তেওঁৰ নাই।... সিদিনা আৰ্ণত মই সাঁতুৰি নাদুৰি থাকোঁতে তেওঁ ক'লে যোলে সাঁতুৰিব নজনা বাবে তেওঁৰ মনত ভাঙৰ আপচোচ বৈ গ'ল।" মই ক'লোঁ, "এতিয়াও যত্ন কৰা। প্ৰথমতে পিঠি দি দীঘল দি পৰি দিয়া, তুমি ওপঙি যাবা।"

কথাটো ক'বলৈহে পালোঁ; দ্বিধা, শঙ্কা একো নকৰি তেওঁ দিলে জঁপিয়াই। তেওঁ ভুব গৈ নদীৰ তলীত পৰিলেগৈ আৰু নিজকে বচাবৰ বাবে সামান্য লৰচৰো নকৰি বিৰাট ঈল মাছ এটা পৰি থকাদি পৰি থাকিল। মই তৎক্ষণাত ভুলি ননাহঁতেনে তলে পানী খাই মৰি

থাকিলেহেঁতেন।”

কথা শুনি জে’নে হুমুনিয়াহ চাৰিলে। শ্যেলীৰ মনত আত্মহত্যাৰ ধান্দাটো অনবৰত থকাৰ কথা তাই জানিছিল। তেওঁ প্ৰায়ে কৈছিল যে তেওঁ ভাল পোৱা প্ৰায় প্ৰত্যেকেই এইদৰে নিজৰ জীৱনৰ অন্ত পেলাইছিল।

“তথাপি তেওঁক দেখাত অসুখী যেন নালাগে।”

“নালাগে, কাৰণ তেওঁ সপোনৰ ৰাজ্যতহে বাস কৰে। কিন্তু বাস্তব জীৱনত তেওঁ অনেকটা সমস্যাৰদ্বাৰা জৰ্জৰিত নোহোৱাকৈ থাকে বুলি তুমি ভাবা নে কি? কত যে চিন্তা! তেওঁৰ ভাব, আদৰ্শ প্ৰসাৰ কৰাৰ দুৰূহতা, কিতাপ বিক্ৰী নহয়, ঘৰুৱা জীৱনৰ অশান্তি! মৃত্যুচিন্তা কিজানি তেওঁৰ বাবে দুঃস্বপ্নৰপৰা সাৰ পাই উঠাৰ অভিজ্ঞতাৰ দৰে।”

ট্ৰেলনিয়ে ক’লে, “তেওঁ পৰজন্মত বিশ্বাস কৰে। তেওঁক নিৰীশ্বৰবাদী বুলি কোৱাবোৰে তেওঁক বুজি নাপায়। অষ্টাদশ শতিকাৰ ফৰাচী দৰ্শন অসাৰ আৰু ক্ষতিকাৰক বুলি তেওঁ মোৰ আগত প্ৰায়ে কৈছে। তেওঁ প্লেটʼ আৰু ডাণ্টেক গুৰুত্ব দিয়ে, কিন্তু ডিডেৰ’ক নিদিয়ে। তথাপিতো প্ৰচলিত ধৰ্মবিশ্বাসৰ প্ৰতি তেওঁৰ যি ধাৰণা তাৰ বাবে তেওঁৰ অকণো আক্ষেপ নাই।... ‘তুমি নিজকে কিয় নিৰীশ্বৰবাদী বুলি কোৱাঁ’ বুলি মই তেওঁক সুধিছিলোঁ। ‘এনেকুৱা মতবাদৰ ফলত সংসাৰততো তোমাৰ সুবিধা হোৱা নাই।’

“ধৰ্ম শব্দটো অপব্যৱহাৰ আৰু বিকৃতিৰ শব্দ। ইয়াৰ নামত মুক্ত আলোচনা ব্যাহত হয়। মূৰ্খক ভয় খুৱাবৰ বাবে এক চয়তানৰ ই এক অঙ্কিত চিত্ৰস্বৰূপ। অন্ধবিশ্বাসৰ প্ৰতি মোৰ ঘৃণা প্ৰকাশ কৰিবৰ বাবে মই এই শব্দটো প্ৰয়োগ কৰিছিলোঁ। অন্যায়ৰ বিৰুদ্ধে বীৰব্ৰতী নায়কে প্ৰত্যাহ্বান গ্ৰহণ কৰাদি মই এই শব্দটো ব্যৱহাৰ কৰিছিলোঁ। খ্ৰীষ্টধৰ্মৰ বিভ্ৰান্তিবোৰ প্ৰতিভা আৰু মৌলিকতাৰ অন্তৰায়। তেওঁলোকে চিন্তাৰ সীমাবদ্ধতা ঘটায়।”

কোৰাচটোৱে সৰ্বসম্মতভাৱে এই অভিমতকে প্ৰকাশ কৰিলে। শ্যেলীৰ প্ৰতি তেওঁলোকে দেখুউৱা সমাদৰ যে তেওঁৰ দুৰ্ভাগ্যৰ ওপৰতে লালিতপালিত হৈছিল সেই কথা তেওঁলোকে বোধহয় উপলব্ধি কৰা নাছিল। আমি সমাদৰ কৰিব পৰা মানুহবোৰতকৈ আমি পুতৌ কৰিব

পৰা মানুহবোৰকহে ভাল পোৱাৰ প্ৰৱণতা আমাৰ বেচি। মানুহৰ জীৱনত এনে কিছুমান বিফলতা আছে যিবোৰ আচলতে অহাৰ কোনো কাৰণ নাথাকে। এনেবোৰ বিফলতাৰ কথা কৈ ব্যক্তিবিশেষে ভাল পায়, কাৰণ তেওঁ তাত নিজৰ দুৰ্ভাগ্যৰ আত্মসন্তুষ্টিজনক ব্যাখ্যাও বিচাৰি পায়। প্ৰেমৰ উৎস হ'ল সমাদৰ আৰু সহানুভূতি। ভকতীয়া বিনয়ৰ চৰম পৰাকাষ্ঠা প্ৰদৰ্শন অবিহনে, বেচেৰা নিমাখিত শ্যেলী আৰু দীপ্তিমান পুৰুষ বাইৰণৰ প্ৰতি তেওঁলোকৰ একে স্নেহ, একে সহানুভূতি আছিল বুলি উইলিয়ামচ দম্পতী আৰু ট্ৰেলনিৰ পক্ষে কোৱা টান।

শ্যেলীৰ অনুগতসকলে তেওঁৰ বিষয়ে এইবোৰ কথনমথন কৰি থকা সময়ত শ্যেলী কিন্তু তেওঁলোকৰ লগত নাই। সেই সময়ত তেওঁ পিচা নগৰীৰ উপকণ্ঠৰ পাইনবনত কবিতা ৰচনা কৰাত নিমগ্ন! সাগৰৰ ৰতাহে উঘালি পেলোৱা পাইন এডাল জিলমিল পানীৰ দ ডোঙা এটাৰ ওপৰত আধা ওলমি থকাদি আছিল। পাইনজোপাৰ গা-গছডালৰ আঁৰত, সহজে কাৰো চকুত নপৰা ঠাইত, বন্যপ্ৰাণী এটা বহাদি কবি তাতে বহি আছিল। চতুৰ্দিশে চিৰা কাগজৰ টুকুৰা, অ'ত ত'ত সিঁচৰতি হৈ আছে আধা লিখা কবিতা কেতবোৰ। সেইবোৰৰ পটি ধৰি গ'লেহে কবিয়ে ক'ত চোং পাতিছে ধৰিব পাৰি, নহ'লে নোৱাৰি।

দিবাস্বপ্নত বিভোৰ হৈ থাকোঁতে শ্যেলীয়ে খোৱাবোৱাৰ কথাও পাহৰি যায়। মেৰী আৰু ট্ৰেলনি তেতিয়া তেওঁক বিচাৰি ওলায়। অনাদৃতা মেৰীৰ প্ৰতি ট্ৰেলনিয়ে অত্যন্ত আনুগত্যৰ ভাব দেখুৱাইছিল। জলদস্যুৰ ধৰণেৰে তেওঁৰ প্ৰতি অনুৰাগো প্ৰকাশ কৰিছিল। মেৰীয়ে কিন্তু স্ত্ৰীসুলভ সততাৰেহে তাইৰ প্ৰতিক্ৰিয়া প্ৰকাশ কৰিছিল। নিজৰ পৰিস্থিতিত তাই বেচ আমোদ পাইছিল।

মূৰৰ ওপৰত বেলিটো লৈ, বালিয়ে বালিয়ে খোজ কাঢ়ি কাঢ়ি ক্লান্ত হৈ পৰি, পাইনৰ শীতল ছাঁত মেৰী জিৰাবলৈ বহে। ট্ৰেলনিয়ে অকলে অকলে কবিৰ অন্বেষণত আগবাঢ়ে। গৈ গৈ শেহান্তৰত শ্যেলীৰ ওচৰ চাপি ট্ৰেলনিয়ে দেখে, কবি কিবা গভীৰ চিন্তাত নিমগ্ন! গতিকে তেওঁক হঠাতে চক খুৱাই নিদিবলৈ বুলি, তেওঁ পাইনৰ ঠালঠেঙুলি একোটা ভাঙে। উদ্দেশ্যটো হ'ল শ্যেলীৰ মনোযোগ আকৰ্ষণ কৰা। আৰু ওচৰ চাপি গৈ দেখে এস্কিলাচ আৰু শ্যেক্সপীয়েৰৰ ৰচনা কাষত

পৰি আছে। এখিলা কিবা কিবি লিখা থোৱা কাগজো। তাত এটা কবিতা— "হাতত গীটাৰ লৈ থকা জে'নলৈ": পিছে তাৰ প্ৰথম দুশাৰীহে ট্ৰেলনিয়ে ধৰিব পাৰিলে। সেই দুশাৰী হ'ল— "মিৰাণ্ডাৰ প্ৰতি এৰিয়েল। লোৱা/সংগীতৰ এই অনুগত..." ট্ৰেলনিয়ে দূৰৈৰপৰা শ্যেলীক নামধৰি চিঞৰিলে। ঘূৰি চাই শ্যেলীয়ে, "এহে! আহাঁ আহাঁ" বুলি সৰুকৈ উত্তৰ দিলে।

"এয়ে তোমাৰ পঢ়াকোঠা নে কি?" ট্ৰেলনিয়ে সুধিলে।

"ওঁ, এয়ে মোৰ পঢ়া কোঠা। আৰু এই গছবোৰ হ'ল মোৰ কিতাপ। গছবোৰৰ 'কথা কি জানা—সিহঁতে ফাঁকি নিদিয়ে। ৰচনা কালত, কবিৰ মনোনিবেশ বিঘ্নিত হ'ব নালাগে। ঘৰত থাকিলে নিৰ্জনতা পাবা ক'ত? ক'ৰবাত দুৱাৰ মৰাৰ শব্দ, ক'ৰবাত কোনোবাই খোজকঢ়াৰ শব্দ, ক'ৰবাত এটা ঘণ্টি বাজিব, কোনোবাই ক'ৰবাত মাতিব—এইবোৰে মনোযোগ ব্যাহত কৰে। লগে লগে তোমাৰ কল্পনাৰ সৌধ উটি যায়।..."

"ইয়াতো তোমাৰ ওচৰতে নৈ বৈ যোৱাৰ শব্দ হয়, পখীৰ কাকলি..."

("নদী বৈ যায় সময় প্ৰবাহৰ দৰে, প্ৰকৃতিৰ বিভিন্ন শব্দবোৰত কিবা এটা সুষমতা আছে... কেৱল মানুহ নামৰ পশুটোৰ আৱাজবোৰহে বিষম। সেই আৱাজেহে মোক আমনি কৰে। আমিনো এই সংসাৰলৈ কিয় আহিলোঁ!—ইমান টান এই কথাটো বুজাটো! এক অহৰহ যন্ত্ৰণা! প্ৰত্যেক জীৱন্ত প্ৰাণীৰ বাবেই এই যন্ত্ৰণা!")

বনানীৰ কাষত তেওঁৰ পত্নীয়ে তেওঁলৈ অপেক্ষা কৰি আছে বুলি কৈ ট্ৰেলনিয়ে এই স্বগতোক্তিবোৰৰ অন্ত পেলায়। শ্যেলী থহমহকৈ থিয় হয়, কিতাপ কাগজবোৰ বুটলি চোলাৰ জেপত, হেটত, য'তে পাৰে ভৰায়। লগে লগে হুমুনিয়াহ চাৰি কয়, "বেচেৰী মেৰী! তাইৰ কপাল মন্দ। তাই নিৰ্জনতা ভাল নাপায়, মই মানুহৰ সমাগম সহিব নোৱাৰোঁ। যেন মৃতৰ লগত জীৱন্তৰ সংযোগ।"

তেওঁ মেৰীৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰিবলৈ লাগিল। কিন্তু তাই আবেগ লুকুৱাবৰ বাবেই বা গডউইনৰ শিক্ষানুসৰি আবেগৰ অস্তিত্বকে স্বীকাৰ নকৰিবলৈ বুলি, ঠাট্টাৰ সুৰত ক'লে— "পাৰ্চি, তুমি যে কি এক দুৰ্লভ জীৱ! কিতাপত মোৰ মন নবহিলে, মোৰ মন উৰা মাৰে অপেৰালৈ, ফ্ৰেঞ্চৰপৰা কিনি অনা নতুন সাজযোৰলৈ আৰু বিশেষকৈ

আইভি লতাৰ মালাডাললৈ। মোৰ চুলিকোচা ইমান তুলি থবে সেইডালে! কিন্তু তোমাৰ ওচৰলৈ মোৰ মন নুবে। বুৰ্বক ক'ৰবাৰ! মই ঘৰৰপৰা আহোঁতে মোৰ ছাটিনৰ চটি দুপাত মোক দিয়াহি নাছিল। এইবোৰ বৰ ডাঙৰ কথা..."।

মেৰীয়ে স্ফূৰ্ত্তি-স্ফাৰ্ত্তা কৰি কোৱা কথাবোৰত সদায় এটা অন্তঃসাৰশূণ্যতাৰ সুৰ শুনা গৈছিল। তাইৰ কথাবোৰ মুখৰপৰাহে ওলাইছিল, অন্তৰৰপৰা ওলোৱা নাছিল।

---

||৩৪||

# ২. চেম্বুৰেল ১২, ২৩

বাইৰণে এল্লেগ্ৰাক পিচালৈ লৈ যাব বুলি শ্যেলীৰ আগত কৈছিলে হয়, পিছে তাইক ননাকৈহে তেওঁ তাত ওলালগৈ। ক্লেয়েৰে জীয়েকক চাবলৈ বুলিয়েই ফ্লৰেঙ্গৰপৰা গৈ পিচা পাই তাতে ঘূৰাঘূৰি কৰি ফুৰিছিল। জীয়েকক বাইৰণে লগত নিনিয়া বুলি শুনি তাই হতাশ হ'ল। তাতোকৈও ডাঙৰ কথা, বাগন' কাভাল্লা'ৰ কনভেণ্টত তাইক থোৱা হৈছে বুলি শুনিলত আতংকত তাই শিঁয়ৰি উঠিল। তাইৰ ইটালীয়ান বন্ধু-বান্ধৱীহঁতে তাইক সেই কনভেণ্টখনৰ বিষয়ে এক ভয়লগা বিবৰণ দিছিল; ৰমাগ্না নামৰ ঠাইত পিতনিৰ মাজত ই অৱস্থিত, চাৰিওফালৰ পৰিবেশ নিতান্তই দূষিত। তাত থকা 'নান'বোৰে—আটাইবোৰ আছিল কেপুচীয়া 'নান'—পৰিষ্কাৰ-পৰিচ্ছন্নতাৰ প্ৰতি অলপো মনোযোগ নিদিছিল, ছোৱালীহঁতক খুউৱা-বুউৱাও কৰিছিল একেবাৰে পাল মাৰি আৰু সিহঁতক জুইৰ সেক এটাও কোনো দিনেও দিয়া নাছিল। জুই একুৰা দেখিলেই ক্লেয়েৰেৰ বেচেৰী জীয়েকলৈ মনত পৰিছিল—দপ্‌দপকৈ জ্বলা জুই একুৰাৰ কাষত বহিবলৈ পোৱা দূৰৰে কথা, জুই একুৰা তাই দেখিবলৈকো নাপাইছিল। এই সাহসী গাভৰুগৰাকীয়ে, মাক হিচাপে ভোগা নিদাৰুণ মানসিক যন্ত্ৰণাৰ হেতুকে নিজকে এক পৰম সুখৰপৰা বঞ্চিত কৰিবলৈ ঠিক কৰিলে। তাই বাইৰণলৈ লিখিলে যে তেওঁ যদি এল্লেগ্ৰাক এখন ভাল ইংৰাজী স্কুলত নাম লগাই দিয়ে তেন্তে, তাৰ বিনিময়ত, তেওঁ নিজৰ জীৱদ্দশাত তাইক আৰু চাবলৈ নিবিচাৰে। "তাইক মই আৰু দেখিবলৈ নাপাম বুলি কিবা এটা অবুজ ভাবে মোৰ মনত অনবৰত খুন্দিয়াই আছে।"

বাইৰণে কোনো উত্তৰ নিদিলে। ক্লেয়েৰেৰ বন্ধু মহলত ছোৱালীজনীক চলচাতুৰী কৰি কনভেণ্টৰপৰা উলিয়াই অনাৰ কথা চিন্তা কৰা হৈছিল, কিন্তু শ্যেলীয়ে তাইক ধৈৰ্য্য ধৰিবলৈ ক'লে। বাইৰণৰ নিষ্ঠুৰতা সম্পৰ্কে ক্লেয়েৰেৰ লগত তেওঁ একমত, কিন্তু নভবানিচিন্তাকৈ গাৰ জোৰেৰে

কিবা এটা কৰাত তেওঁ নাই। ... "লর্ড বাইৰণ অলৰঅচৰ। তুমি তেওঁৰ কবলত পৰিছাঁ। ক্লেয়েৰে, এটা কথা মনত পেলোৱাঁচোন! মিলানত থাকোঁতে মই দিয়া আন্তৰিক পৰামৰ্শ তুমি কি স্পৰ্দ্ধাৰে যে প্ৰত্যাখ্যান নকৰিছিলাঁ! মোৰ প্ৰতি তেতিয়া তুমি কি যে অবজ্ঞা নেদেখুৱাইছিলাঁ! তেনে ব্যৱহাৰ মই তোমাৰপৰা পাব নালাগিছিল। এতিয়া অনুশোচনা কৰি কি লাভ! এইটো হ'ল মোৰ দ্বিতীয় সঁকিয়নী। ইয়াকো যদি অবজ্ঞা কৰা দেখিবাঁ, পৰিণতি আৰু শোচনীয় হ'ব। ভৱিষ্যতটো কি হ'বলৈ ধৰিছে মই ভালদৰে দেখা পাইছোঁ।"

ক্লেয়েৰৰ হৈ ক'বলৈ তেওঁ বাইৰণৰ ওচৰ চাপিল। কিন্তু তাইৰ নাম শুনামাত্ৰকে তেওঁ দাং খাই উঠিল। "এই তিৰোতাবোৰে হুলস্থুল এটা নকৰাকৈ থাকিব নোৱাৰে।" কনভেণ্টখনত সা-সুবিধাৰ অভাৱ আৰু অস্বাস্থ্যকৰ পৰিবেশৰ বিষয়ে ক্লেয়েৰে কি শুনিছে তেওঁ বাইৰণক ক'লে। "মই কি জানো! মইতো তালৈ যোৱা নাই।" এয়া হ'ল বাইৰণৰ উত্তৰ! ক্লেয়েৰৰ চিন্তা আৰু ভয়ৰ কথা তেওঁক কোৱা হ'লত চৰিতাৰ্থ বিদ্বেষৰ ভাব এটা তেওঁৰ মুখত ফুটি উঠিল।

লেডী মাউণ্টকেছলৰ ঘৰত শ্যেলীয়ে পিচত কৈছিল, "তাক মোৰ এখুন্দা দিম যেনেই লাগিছিল। বৰ কষ্টেৰেহে নিজকে চম্ভালি ৰাখিছিলোঁ। মোৰ প্ৰচণ্ড খং উঠিছিল, কিন্তু মোৰ ভুল হৈছিল। সৌ যে দুৱাৰখন দেখিছে—সেইখন দুৱাৰ দুৱাৰেই। তাৰতো প্ৰকৃতি সলনি নহয়। বাইৰণৰ ক্ষেত্ৰতো একে কথা : তেওঁৰ নিজৰ প্ৰকৃতিৰ সলনি নহয়।"

কিন্তু বৃদ্ধ মিঃ টিঘে শ্যেলীৰ লগত একমত নহ'ল। তেওঁ ক'লে, "তোমালোকৰ এই ধাৰণা ভুল। সেই দুৱাৰখন চাবুকেৰে কোবালেও, দুৱাৰখন দুৱাৰেই হৈ থাকিব। কিন্তু লর্ড বাইৰণক চাবুকেৰে এজাউৰি দিলে, পিচত দেখিবাঁ যে ভদ্ৰলোক এতিয়া যিমান অমানবিক, কোব খোৱাৰ পিচত সিমান মানবিক হৈ পৰিছে। বন্ধুবান্ধৱবোৰে সেও মানি থকা বাবেহে তেওঁৰ উদ্ধতালি বাঢ়ি গৈছে।"

শ্যেলীয়ে বাইৰণৰ ওচৰত গাই বাই চোৱাৰ ফল একো নধৰিলে বুলি শুনিলত ক্লেয়েৰে ইমান হতাশ হ'ল যে মেৰী আৰু শ্যেলীয়ে তাইক ফ্লৰেন্সলৈ ঘূৰি গৈ অকলে অকলে অচিনাকি মানুহৰ মাজত থাকিবলৈ দিবলৈ সাহ নকৰিলে। উইলিয়ামচ দম্পতীৰ লগত তেওঁলোকে

জহ্কালিটো সাগৰৰ পাৰত কটাবলৈ থিৰ কৰিছিল—এতিয়া তেওঁলোকে ক্ৰেয়েৰকো লগ ধৰিলে।

এই যাত্ৰাটোলৈ শ্যেলীয়ে আগ্ৰহেৰে অপেক্ষা কৰিছিল। উইলিয়ামচ আৰু তেওঁ ট্ৰেলৱনিৰ লগত নাও এখন সম্পৰ্কে আলোচনা কৰিছিল। জেনোৱা চহৰত কেপ্টেইন ৰবাৰ্টচ নামৰ তেওঁৰ বন্ধু এজনৰ হতুৱাই ট্ৰেলনিয়ে শ্যেলী আৰু উইলিয়ালমহঁতৰ বাবে নাও এখন সজাইছিল। বাইৰণৰ প্ৰতি সম্মান প্ৰদৰ্শন কৰি নাওখনৰ নাম তেওঁলোকে 'ডন জুয়ান' থৈছিলে। বাইৰণেও ৰবাৰ্টৰ হতুৱাই দুটা টিঙৰ, চৈ দিয়া নাও এখন গঢ়াইছিল। তাৰ নাম দিয়া হৈছিল 'বলিভাৰ'।

শ্যেলী আৰু উইলিয়ামচে ভূমধ্য সাগৰ সম্পৰ্কে নিজকে 'সবজান্তা' বুলি ভাবিছিল। তেওঁলোকৰ পত্নী দুগৰাকীৰ উল্লাস কিন্তু সিমান নাছিল। তেওঁলোক দুজনে যেতিয়া বালিত চক কাটি সাগৰৰ কোন ঠাইলৈ যাব সেইবোৰ ঠিক কৰাত ব্যস্ত হৈ থাকে, মেৰী আৰু জে'ন সাগৰৰ পাৰত ফুৰে, তেওঁলোকৰ কথাবতৰাত দাৰ্শনিক নিৰ্লিপ্ততাৰ সুৰ। তেওঁলোকে বাটৰ দাঁতিৰ ভায়লেট ফুল বোটলে।

মেৰীয়ে কৈছিল, "এই নাওখন মোৰ ভাল লগা নাই।" "মোৰো ভাল লগা নাই," জে'নে শলাগিলে। "পিছে আপত্তি কৰি একো লাভ নাই। ইয়াৰপৰা একো লাভ নহয়। তেওঁলোকৰ আনন্দহে মাটি কৰা হ'ব।"

তেওঁলোকৰ আঁচনিত ৰূপ দিবৰ বাবে সাগৰতীৰত দুটা ঘৰৰ দৰকাৰ। তেওঁলোকে বে অফ্ স্পেজ্জিয়াৰ ওচৰতে দুটা ঘৰ লোৱা কথা ভাবিলে। শ্যেলী আৰু উইলিয়ামচে দুটা ঘৰ বিচাৰি উপকূলৰ ইমূৰ-সিমূৰ ঘূৰিলে, কিন্তু কামত নাহিল। লৰ্ড বাইৰণো তেওঁলোকৰ লগ লাগিব খুজিছিল। তেওঁ আহিলে তেওঁৰ বাবে "পালাজ্জ' এটা লাগিব, কিন্তু পায় ক'ত? মাছমৰীয়াৰ ঘৰ দুটাকে পোৱা টান হৈছে। গতিকে বাইৰণে শ্যেলীহঁতৰ লগ লোৱাৰ আঁচনি লগে লগে বাদ দিব লগা হ'ল। উইলিয়ামচ আৰু তেওঁৰ পত্নীয়ে ঘৰ দুটা কেনেবাকৈ ওলায় নে কি বুলি আকৌ বিচাৰিবলৈ ওলাই গ'ল। মনৰ দুশ্চিন্তা খন্তেক সময় পাহৰি থাকক বুলি ক্ৰেয়েৰেকো তেওঁলোকে লগত লৈ গ'ল।

তেওঁলোক পিচা এৰি যোৱাৰ কেইঘন্টামানহে হৈছে নহৈছে, এনেতে

বাইৰণে শ্যেলীলৈ খবৰ পঠালৈ বোলে এল্লেগ্রাৰ বিষয়ে তেওঁ বেয়া খবৰ শুনিছে। ৰোমাগ্নাত টাইফয়েদ মহামাৰীয়ে দেখা দিছে। 'নান'হঁতে কোনো প্রতিষেধক ব্যৱস্থা লোৱা নাই। এল্লেগ্রা আগৰেপৰা দুর্বল আৰু ক্লান্ত হৈ আছিলেই, এতিয়া তাইৰ জ্বৰ হ'ল। জ্বৰতে তাই মৰিল। বাইৰণে লিখিলে, "গৰিহণা খাব লগা হোৱা কিবা কাম কৰিছোঁ বুলি মই নাভাবোঁ। মৃতকৰ প্রতি মোৰ ভাব-অনুভূতিতো দোষ ধৰিবলগীয়া একো নাই। পিছে এইটো এনে এটা মুহূর্ত্ত, যিটো মুহূর্ত্তত আমি ইটো সিটো কৰা হ'লে ভাল আছিল, ইটো সিটো কৰাহেঁতেন এইটো সেইটো ঘটনা নঘটিলহেঁতেন বুলি ভাবোঁ। কিন্তু প্রতিদিনে ঘণ্টাই ঘণ্টাই এনেবোৰ ঘটনা ঘটিয়েই আছে—এইবোৰ একান্ত স্বাভাৱিক আৰু অৱশ্যম্ভাৱী ঘটনা। সময়ে সময়ৰ কাম কৰিব বুলি মই ভাবোঁ। মৃত্যুৱে নিজৰ কাম কৰিছে।"

শ্যেলী আৰু মেৰী বাইৰণৰ ওচৰলৈ গৈছিল। তেওঁ আগতকৈ শেঁতা পৰিছিল, কিন্তু তেওঁৰ স্বাভাৱিক শান্ত ভাব ব্যাহত হোৱা নাছিল।

দুদিনৰ পিচত উইলিয়ামচ দম্পতী আৰু ক্লেয়েৰে তেওঁলোকৰ অভিযানৰপৰা ঘূৰি আহিল। বাইৰণ সমীপতে থাকোঁতে, তাইৰ দুর্ভাগ্যৰ কথাটো জনালে ক্লেয়েৰে বাইৰণৰ প্রতি কিবা দুর্ব্যৱহাৰ কৰিব পাৰে বুলি আশংকা কৰি তেওঁলোক পিচাত থকা দিনকেইটাত এই অমংগলীয়া খবৰটো তাইক নিদিবলৈ শ্যেলীয়ে ঠিক কৰিলে।

উইলিয়ামচে বিচৰা ধৰণে দুটা ঘৰ নাপালে। যি দুটা পালে সেই দুটাত আচবাব নাই। গোটেই উপকূলটো চলাথ কৰি তেওঁ মাত্র এটা ঘৰহে পালে। এটা বৰ ডাঙৰ, এৰাপৰলীয়া ঘৰ। আচবাব নাই। ঘৰটো আছিল লেৰিচি নামে ঠাইত। নাম কাচা মাগ্নি। সাগৰলৈ মুখ কৰি আৰু ক'বলৈ গ'লে সাগৰৰ ওপৰতে, এখন বাৰান্দা।

শ্যেলীয়ে যেনে তেনে ক্লেয়েৰেক পিচাৰপৰা উলিয়াই নিবলৈ বিচাৰিছিল। সেইবাবে তেওঁ কাচা মাগ্নিকে ল'বলৈ ঠিক কৰিলে। দুয়োটা পৰিয়াল একেলগে থাকিব লাগিব। অসুবিধা নহ'ব। হ'লে হ'ব। আচবাব পত্র নাই। নাথাকক, পিচাৰপৰা অনাই ল'ব পৰা হ'ব। কিবা এটা কাম কৰিব বুলি লাগিলে শ্যেলীয়ে নেৰে। একোৱে তেওঁক বাধা দিব নোৱাৰে। শ্যেলীয়ে কৈছিল, "বাধা দি নৰখালৈকে মই আগুৱাই যাওঁ। কিন্তু

মোক কোনেও আচলতে বাধা দি ৰখা নাই।”

শুল্ক বিভাগৰ বিষয়া আৰু নাৱৰীয়াবোৰে বহুত অসুবিধাৰ কথা উলিয়ালে। কেৱল মনৰ জোৰেৰে শ্যেলীয়ে সেইবোৰ আওকাণ কৰিলে। তেওঁৰ ইচ্ছাশক্তিয়ে বাহিৰৰ জগতখনৰ বাধা-নিষেধ গ্ৰাহ্য নকৰে। কেইদিনমানৰ ভিতৰতে সাগৰতীৰত দুয়োটা পৰিয়ালে একেলগে থাকিবলৈ ল'লে।

* * *

কাচা মাগ্নি নামৰ ঘৰটো জেচুইটহঁতৰ 'কনভেণ্ট' আছিল। একেবাৰে সাগৰৰ সমীপত। পিচফালে এখন হাবি। দুই ধনুভিৰীয়া স্তম্ভৰ ওপৰত এখন ছাত। তাৰ ঠিক তলতে পৰে অপূৰ্ব সৌন্দৰ্য্যৰ বে অফ্ স্পেজ্জিয়া। তলৰ মহলটো পকা কৰা নহয়, নবন্ধোৱা। মানুহ থকাৰ উপযোগী নহয়। সাগৰত ঢৌ উঠিলে তাত পানী সোমায়। তাত নাও বোৱা বঠা আৰু মাছমৰা জাল আদি বস্তু ৰখা হৈছিল। তাৰ ওপৰৰ মহলটোত এটা ডাঙৰ হল বা 'চেলুন', আৰু ইয়াৰ পিনে মুখ কৰি চাৰিটা শোৱা কোঠা। তাৰে দুটা শ্যেলী আৰু মেৰীয়ে ল'লে। এটা ল'লে উইলিয়ামচহঁতে। এটা ক্লেয়েৰে। আচবাব পত্ৰ নিচেই সামান্য আছিল। প্ৰথম সন্ধিয়াটো তেওঁলোকৰ বৰ বেয়া লাগিছিল। তলত ঢৌবোৰে উপকূলৰ প্ৰস্তৰখণ্ডত খুন্দিয়াওতে কিবা এক বিষন্ন সুৰ ধ্বনিত হৈছিল। উইলিয়ামচ দম্পতী আৰু শ্যেলীহঁতে ক্লেয়েৰৰ বাহিৰে আন একো কথা ভাবিব পৰা নাছিল। মাৰাত্মক ঘটনাটোৰ তাই তেতিয়ালৈকে একো ভূ পোৱা নাছিল। দেখদেখকৈয়ে সৰু ঘৰ এটাত তেওঁলোকৰ লগত থাকিবলৈ অহাত তেওঁলোক বিতুষ্ট হৈছে বুলি তাই ধৰি লৈছিল। তাই খোলাখুলিকৈয়ে এই কথা আটাইকে কৈ দিছিল, আৰু ফ্লৰেন্সলৈ ঘূৰি যাবলৈ ওলাইছিল। প্ৰত্যেকেই তাইক বাধা দিলে। জে'নে মেৰীৰ কাণত কিবা এটা ফুচফুচাই ক'লে, আৰু দুয়োজনী উইলিয়ামচহঁতৰ কোঠালৈ গ'ল।

শ্যেলীও তালৈ গ'ল। দুই এক মুহূৰ্তৰ পিচতে ক্লেয়েৰেও গ'ল। তাই দেখিলে যে তেওঁলোকে আটায়ে বৰ চিন্তিত মনে কিবা কথা

পাতি আছিল, কিন্তু তাই যোৱা মাত্রে কথা বন্ধ হৈ গ'ল। ইয়াৰ পিচত এটা টু শব্দও কোনোবাই উচ্চাৰণ কৰাৰ আগতে তাই সুধিলে,

"এল্লেগ্রা ঢুকাল?"

পিচদিনা তাই বাইৰণলৈ এখন বৰ চোকা চিঠি লিখিলে। তেওঁৰ প্রতি ক্লেয়েৰৰ কাঢ়তাৰ প্রতিবাদ কৰি বাইৰণে চিঠিখন শ্যেলীলৈ পঠাই দিলে। তেওঁ ক্লেয়েৰেক ক'বলৈ শ্যেলীক ক'লে বোলে ছোৱালীজনীক সমাধি দিয়াৰ বাবে মাকে যি বন্দবস্ত কৰিব খোজে তাতে তেওঁ সম্মতি দিব।

তাই তীব্র বিদ্রূপ কৰি তেওঁক জনালে যে ভৱিষ্যতৰ সকলো কথা তেওঁৰ হাতত তাই এৰি দিছে। তাই বিচৰাৰ ভিতৰত মাত্র এল্লেগ্রাৰ ফটো এখন আৰু তাইৰ চুলিৰ থোপা এটা লাগে। বাইৰণে তৎক্ষণাত ছোৱালীজনীৰ ধুনীয়া ছবি এখন আৰু ক'লা চুলিকেইডালমান পঠাই দিলে। কাচা মাগ্নিত থকা তেওঁৰ বন্ধুবান্ধৱীৰপৰা বিদায় লৈ ক্লেয়েৰে ফ্লৰেন্সলৈ গুচি গ'ল। তাতে তাই অচিনাকি মানুহৰ মাজত থাকিবগৈ। তেওঁলোকে তাইৰ মনৰ বেদনা নাজানে বাবে, কোনো প্রকাৰে তাক উক দিয়াই থাকিবও নোৱাৰিব।

বাইৰণে জীয়েকক ইংলেণ্ডৰ হেৰ'-অন-দ্য-হিল গীর্জাৰ চৌহদত সমাধি দিবলৈ ঠিক কৰিলে। সেই ঠাইতে তেওঁ প্রথমে স্কুললৈ গৈছিল। কবৰৰ ওপৰৰ দেৱালত এখন মাৰ্বল ফলকত এইকেইটা কথা তেওঁ খোদিত কৰোৱাৰ কথা ভাবিলে :

জর্জ গর্ডন লর্ড বাইৰণৰ ছোৱালী এল্লেগ্রাৰ স্মৃতিত।

মৃত্যু: বাগ্না-কেভেল্ল', ২০ এপ্রিল, ১৮২২।

বয়সঃ পাঁচ বছৰ ছয় মাহ।

মই তাইৰ ওচৰলৈ যাম, কিন্তু তাই
মোৰ ওচৰলৈ ঘূৰি নাহিব।
২ চেমুৱেল, ১২, ২৩।

কিন্তু হেৰ'ৰ ৰেক্টৰগৰাকীয়ে আৰু গীর্জাৰ বিষয়াসকলে তেওঁলোকৰ গীর্জাৰ চৌহদত এটি অবৈধজাত শিশুক সমাধি দিয়াত আপত্তি কৰিলে। বিশেষতঃ পিতাকৰ নাম যদি উল্লেখ থাকে তেন্তে সেইটো বিশেষ

আপত্তিৰ কাৰণ হ'ব বুলি তেওঁলোকে ক'লে। সেইবাবে এল্লেগ্ৰাক গীৰ্জাৰ চৌহদৰ বাহিৰত সমাধি দিয়া হ'ল। স্মৃতিফলক লিখা নহ'ল। ঠিকেই হ'ল।

এল্লেগ্ৰা জীয়াই থাকোঁতে লৰ্ড বাইৰণ বাগ্‌না-কেভেল্ললৈ এদিনো ভৰি দিবলৈ যোৱা নাছিল, কিন্তু তাই মৰাৰ কিছুদিন পিচত গ'ল। জীয়েকৰ শোকে ইয়াক যেন এতিয়া কিবা এক আবেগিক তাৎপৰ্য্য দান কৰিছিল। এই উপলক্ষত তেওঁ মৃত্যু আৰু নিজক সংলগ্ন কৰি এটা সুন্দৰ চিন্তাশীল কবিতা লিখিছিলঃ "মই তাইৰ ওচৰলৈ যাম, কিন্তু তাই মোৰ ওচৰলৈ ঘূৰি নাহিব।"

দ্বিতীয় চেমুৱেলে যথাৰ্থ উক্তিকে কৰিছিল।

---

## ॥৩৫॥

# আশ্ৰয়

কাচা মাগ্নি শ্যেলীৰ বৰ ভাল লাগিছিল। ঠাই টুকুৰাৰ বন্য নিৰ্জনতা, ঘৰটোৰ পিচফালে থকা হাবিটুকুৰা, শিল আৰু কাঠ পৰা ঘাটবোৰ, আৰু মাছমৰীয়াহঁতৰ অপৰিপাটী গাঁওবোৰে তেওঁক আকৃষ্ট কৰিছিল।

কিন্তু মেৰীয়ে তাত অলপো ভাল পোৱা নাছিল। তাই বৰ অসুখী হৈছিল। তাইৰ নিজকে ক'ৰবাত হেৰাই যোৱা যেন লাগিছিল। তাইৰ তেতিয়া আকৌ সগৰ্ভা অৱস্থা। তাইৰ মনটো অনবৰত উৎকণ্ঠিত আৰু খিটখিটিয়া হৈ থাকিছিল। ভাল ডাক্তৰ এজন লাগ বুলিলেই হাততে পোৱাকৈ তাই নগৰত থাকিবলৈহে ভাল পালেহেঁতেন। ওচৰ-পাঁজৰৰ খেতিয়ক ৰাইজক তাইৰ বিশ্ৰী আৰু জঘন্য যেন লাগিছিল। সিহঁতৰ জেনভিজ দোৱানে তাইৰ বিতৃষ্ণা জন্মাইছিল, কিন্তু টাস্কেনিৰ অপভ্ৰংশ ভাষা তাই পচন্দ কৰিছিল। পিছাত থাকোঁতে জে'ন উইলিয়ামচক তাইৰ বৰ ভাল লাগিছিল, কিন্তু এতিয়া তাইক তাই মুঠেই সহ্য কৰিব নোৱৰা হ'ল। আন এগৰাকী তিৰোতাৰ লগত একেলগে গৃহস্থালি চলোৱাটো যিকোনো তিৰোতাৰ বাবে অগ্নিপৰীক্ষাৰ তুল্য। চাকৰ আৰু কেৰাহিৰ কথা লৈ তেওঁলোকৰ মাজত অনৰ্থক কাজিয়া হৈছিল। জে'নৰ সকলো কথাতে শ্যেলীয়ে অন্যূনতা দেখা পাইছিল আৰু পৰম উল্লাসেৰে তাৰ প্ৰশংসাও কৰিছিল আৰু তাইক উদ্দেশ্য কৰি উচ্চ পৰ্য্যায়ৰ প্ৰণয়গীতো ৰচিছিল।

মেৰীৰ সমস্ত পেনপেননি কেনকেননিৰ উত্তৰ শ্যেলীয়ে তেওঁৰ স্বাভাৱিক কোমলতাৰে দিছিল। তেওঁ তাইক অতি মৰমেৰে গাত হাত বুলাই বুলাই সান্ত্বনা দিছিলে। তাইৰ বিষয়ে তেওঁ কৈছিলে, "বেচেৰী মেৰী। এনেবোৰ সজগুণ লৈ জনম লোৱাটো কিবা টেন্টেলাচৰ অভিশাপ যেনহে লাগে। গৃহস্থালিৰ কথাত এইবোৰ গুণৰ প্ৰয়োগ কৰিবৰ বাবে যি সহানুভূতি লাগে সেই সহানুভূতি তেওঁ জগাব নোৱাৰে।"

তাইক সলনি কৰিব নোৱাৰি বুলি তেওঁ জানিছিলে। তাইৰ শাৰীৰিক

অৱস্থাটোৱেই যে তাইৰ খিংখিঙীয়া স্বভাৱটোৰ কাৰণ হৈছে সেই কথাও তেওঁ বুজি পাইছিলে। তাইৰ এই সমস্ত ৰূঢ়তা তেওঁ ধৈৰ্য্য আৰু স্নেহেৰে সহ্য কৰি থাকিছিল। মেৰীৰ তেওঁৰ ওচৰত আপত্তিৰ প্ৰধান কাৰণ হ'ল যে আনে দৰকাৰী বুলি ভবা সংসাৰী কথাবোৰৰ প্ৰতি শ্যেলী সম্পূৰ্ণ উদাসীন। তাই এতিয়াও তেওঁক ভাল পায়, সমাদৰ কৰে। কেৱল তেওঁৰ ওপৰতেই তাইৰ একমাত্ৰ ভৰষা। কিন্তু তেওঁ নিজৰ শক্তি নিজৰ সুবিধাৰ বাবে খটুৱাব কিয় নোৱাৰে? নিজৰ স্বাৰ্থ সম্বন্ধে তেওঁৰ কোনো ধাৰণাই নথকা যেন লাগে। নিজৰ ব্যক্তিত্ব সম্পৰ্কে মানুহ সাধাৰণতে সচেতন হয়, শ্যেলী কিন্তু এই সম্পৰ্কত মুঠেই সচেতন নাছিল। ই যেন স্পষ্ট সীমাৰ ভিতৰত আবদ্ধ! বন্ধু-বান্ধৱ, আনকি একেবাৰে অচিনাকি লোকৰ প্ৰতিও তেওঁ সহানুভূতিত গলি গৈছিল। সমাজৰ দা-দস্তুৰবোৰৰ প্ৰতি তেওঁ আছিল একেবাৰে উদাসীন—তেওঁ সেইবোৰ গণ্যকে নকৰিছিল।

প্ৰতিমাহে তেওঁ নিজৰ ভাট্টা উলিয়াই আনিবৰ বাবে লেগহৰ্ণলৈ যায়। তেওঁ এমোনা ইটালীয়ান ৰূপৰ মোহৰ আনি মজিয়াত ঢালি দিয়ে। তাৰ পিচত কোৰোণা এখনেৰে সেইগাল চপাই আনি দ'ম এটা কৰে। পিচত দ'মটো ভৰিৰে গচকি পিঠা এটাৰ দৰে চেপেটা কৰে। তাৰ পিচত কোৰোণাখনেৰে ধনগাল দুভাগ কৰে। তাৰে এভাগ মেৰীৰ—ঘৰভাৰা আৰু গৃহস্থালি চলোৱাৰ বাবে। বাকীভাগৰ আকৌ দুভাগ কৰে—এভাগ মেৰীৰ হাতখৰচৰ বাবে, আনভাগ পাৰ্চিৰ। কিন্তু পাৰ্চিৰ ভাগটো ক'লৈ যায় মেৰীয়ে নজনা নহয়। ইয়াৰে, তেওঁ নিদিওঁ নিদিওঁ বুলি যিমানেই প্ৰতিজ্ঞা নকৰক, কিছু গডইউনক দিব, কিছু দিব ক্লেয়েৰেক, কিছু হাণ্ট পৰিয়ালক...।

এদিনাখন কেপ্টেইন ৰবাৰ্টচ জেনোৱাৰপৰা ভাত খোৱাকৈ আহিব বুলি খবৰ আহিল। তেওঁলোকৰ সন্ন্যাসীৰ দৰে জীৱনযাত্ৰাৰ ধৰণ দেখি সাধাৰণ লোকে ভাল পোৱাৰ কথা নহয়। এই কথাটোকে লৈ শ্যেলীহঁতৰ মাজত বেচ গৰম কথনমথন চলিল। কিন্তু হৈ চৈ সত্ত্বেও, তিনিওগৰাকী মহিলাই উপলক্ষটো বেচ উপভোগ কৰা যেন লাগিল। তিৰোতাৰ স্বভাৱেই এনেকুৱা। অভ্যাগতগৰাকী আহি ওলাল। কবিগৰাকীক চাবলৈ তেওঁৰ মনে উচপিচাই আছে। কম খ্যাতিনো শুনিছেনে তেওঁৰ বিষয়ে! কিন্তু

শ্যেলী নাই, তেওঁ অন্তৰ্ধান হ'ল। শ্যেলীক এৰিয়েই বাকী সকলোটি খাবলৈ বহিল। হঠাতে তিনিগৰাকী মহিলাৰ এগৰাকীয়ে "হায় মোৰ গোসাঁই!" বুলি চিঞৰ মাৰি দিলে। মেৰীয়ে ঘূৰি চাই দেখে—একেবাৰে নগ্ন অৱস্থাৰে শ্যেলী কোঠাটো পাৰ হৈছে আৰু চাকৰণীজনীৰ পিচপিনে লুকাবলৈ চাইছে!

"পাৰ্চি, পাগল হৈছোঁ নে কি?" বুলি মেৰী গৰ্জি উঠিল। শ্যেলীৰহে আক' ঘূৰাই উম্মা উঠিল। নিজকে অন্যায়ভাৱে আক্ৰমণ কৰা হৈছে বুলি ভাবি লৈ পৰিস্থিতিটো ব্যাখ্যা কৰিবলৈ শ্যেলীয়ে চাকৰণী ছোৱালীজনীৰ পিচৰপৰা গৈ মেজৰ ওচৰ চাপিল। ভদ্ৰমহিলাসকলে হাতেৰে মুখ ঢাকিলে। পিছে শ্যেলীও দেখিবলৈ সুদৰ্শনেই আছিল। তেওঁৰ মূৰত এসোপামান সমুদ্ৰ শৈবাল, তেওঁৰ লাহী গাটো ভিজা আৰু তাত সমুদ্ৰৰ লবণৰ গোন্ধ!

পিছে গডউইনৰ স্ত্ৰীয়েকে এনে অস্বাভাৱিক ঘটনা দেখি বেচ ভয় খালে।

* * *

স্কুলীয়া ল'ৰাৰ দৰে ধৈৰ্য্যহীন হৈ শ্যেলী আৰু উইলিয়ামচে তেওঁলোকে সাজিবলৈ দিয়া নাওখন আহি পোৱালৈ বাট চাই আছিল। অচিনাকি নাও এখন লেগহৰ্ণৰ পিনৰপৰা অহা দেখিলেই তেওঁলোকে সাগৰৰ তীৰলৈ লৰ মাৰিছিল।

এল্লেগ্ৰাৰ মৃত্যুৰ পিচত শ্যেলীয়ে ৰবাৰ্টচলৈ নাওখনৰ নাম 'ডন জুয়ান' সলাই 'এৰিয়েল' কৰিবলৈ বুলি কৈ চিঠি দিছিলে। বাইৰণৰ নাম মনত পেলোৱা যিকোনো কথাকেই তেওঁ ঘৃণাৰ চকুৰে চাইছিল! কিন্তু এতিয়া তেওঁৰ সৰু নাওখন আহি পালত দেখা গ'ল যে তাৰ গাত মাজডোখৰতে, বৰ বৰ হৰফেৰে 'ডন জুয়ান' নামটোকেই ৰঙেৰে লিখি থোৱা আছে। নামটো সলনি কৰিব খোজা শুনি, শ্যেলীৰ আদেশ সত্ত্বেও, তাকে ৰাখিবলৈ বাইৰণে ৰবাৰ্টচক বাধ্য কৰালে। উপৰন্তু, নাওখনৰ গাত চয়তানৰ প্ৰতিমূৰ্তি আঁকা। এইবোৰ বাইৰণৰ আদেশত হোৱা কাম! তপত পানী, চাবোন আৰু ব্ৰাছ লৈ শ্যেলী আৰু উইলিয়ামচে

নামটো আৰু চয়তানৰ ছাপটো মচি পেলাবলৈ লাগি গ'ল। পিছে নোৱাৰিলে। ইমান কঢ়া ৰং যে নেৰায়। টাৰ্পেনটাইন তেল দিও চালে, নগ'ল। জনাবুজা দুই‌একক সুধিপুচি চোৱা হ'ল। তেওঁলোকে ক'লে বোলে পাতলকৈ এতৰপ চাচি পেলোৱাৰ বাদে আন উপায় নাই। শ্যেলীয়ে লগে লগে তাকে কৰালে।

জেনোৱাৰপৰা কেপ্টেইন জনে নাওখন লেৰিচিলৈকে চলাই আনিছিল। তেওঁৰ মতে নাওখন চলে ভাল আৰু চলাবলৈকো ভাল, কিন্তু থিৰে কৰি ৰাখিবলৈ অলপ মস্কিল। পাতল নাও, তুলুংভুটুং কৰে। শ্যেলী আৰু উইলিয়ামচৰ উৎসাহৰ অন্ত নাছিল, কিন্তু তেওঁলোকে ভালদৰে নাও বাবও নাজানিছিল, নাৱৰ বিষয়ে তেওঁলোকৰ বৰ জ্ঞানো নাছিল। এজন নৌ বিষয়াই ইংলেণ্ড এৰি যোৱাৰ আগে আগে উইলিয়ামচক এটা নক্সা দিছিল। শ্যেলী আৰু উইলিয়ামচে সেই নক্সা মতেই এই নাওখন সজাইছিল। নাওখনৰ চানেকিটো আছিল বেচ ধুনীয়া, কিন্তু সেই চানেকি অনুসৰি সজাৰ পিচত দেখা গ'ল যে নাওখন স্থিৰে ৰাখিবৰ বাবে তাৰ তলীত কেইবাটন ওজনৰ লোহাৰ ভাৰ দিব লগা হ'ল। তথাপিতো সামান্য বতাহতে নাওখন ইকাটিসিকাটি হ'ব খোজে।

'এৰিয়েল'ৰ গৰাকী দুগৰাকীয়ে ঠিক কৰিলে যে নাওখন তেওঁলোক দুজনেই চলাব। চাৰ্লচ ভিভিয়ান নামৰ তৰুণ নাবিক এজনে অৱশ্যে লগত থাকি সহায় কৰিব। নাও সম্বন্ধীয় সকলো কথাতে শ্যেলী একেবাৰে কেঁচা আছিল। কিন্তু তেওঁৰ অভিপ্ৰায়বোৰ আছিল সজ। নাওখনৰ দড়িতে তেওঁ নিজকো মেৰাই লয়, আৰু গুৰি ধৰিবৰ সময়ত চফ'ক্লিচ পঢ়ে! কেইবাবাৰো নাৱৰপৰা ছিটিকি নপৰাকৈ কথমপিহে তেওঁ ৰক্ষা পাইছে। কিন্তু তাকে কৰি তেওঁ জীৱনত আগতে নোপোৱা সুখ পাইছিল। তেওঁৰ নাও চলোৱাৰ গতিটো দেখি ট্ৰেলনিয়ে উইলিয়ামচক একাষৰীয়াকৈ মাতি নি ক'লে বোলে উপকূলীয় সাগৰৰ লগত অভ্যস্ত জেনোৱাৰ অভিজ্ঞ নাবিক এজনো তেওঁলোকে লগত লোৱা উচিত। উইলিয়ামে শুনি মনে মনে বেয়া পালে... তেওঁলোকৰ দৰে তিনিজন পকা হাতৰ নাবিক থাকোঁতে... আৰু কেপ্টেইনতো তেওঁ নিজে! তদুপৰি শ্যেলীতো লগত আছেই!

"শ্যেলীৰ কথা কৈছে? শ্যেলীক লৈ কি হ'ব? আপুনি প্ৰথমে

তেওঁৰ চকুলৈকে ঢাকি পেলোৱা চুলিখিনি কটাই পেলাব লাগিব, তেওঁৰ গ্ৰীক কাব্যৰ গ্ৰন্থ দলিয়াই দিব লাগিব আৰু জুলীয়া আলকতৰাৰ বাল্টিত হাত দুখন বাহুলৈকে ডুবাব লাগিব। তেহে যদি হয়গৈ!”

কাচা মাগ্নিত উপকূলৰ সমীপত চলাবলৈ ‘এৰিয়েল’ সুবিধাৰ নহয়। পানী টানে বেচি! সেইবাবে মিস্ত্ৰী এজন লগত লৈ উইলিয়ামচে নিচেই সৰু এখন নাও সাজিলে। আলকতৰাত ডুবোৱা ছুটি কাপোৰেৰে তাৰ ওপৰখন ঢকা। ক’বলৈ গ’লে পুতলা নাও। চুলেই লুটি খাই পৰে! কবিয়ে (শ্যেলীয়ে) কিন্তু এই নাওখন বৰ পচন্দ কৰিছিল, কিন্তু হ’লে কি হ’ব, সঘনে ডুবি যায়। ইয়াক চলাবলৈ গৈ শ্যেলীয়ে যে কেইবাৰ কিমানটা জোবোৰা নাখালে!

এদিনাখন সন্ধিয়া পৰত নাওখন টানি ঘৰৰ বাহিৰ কৰোঁতে ওচৰতে বৈ থকা জে’ন আৰু তাইৰ ল’ৰা-ছোৱালীহাল শ্যেলীৰ চকুত পৰিলে। অলপমান সময় নাওবাই আহিবলৈ সিহঁতক তেওঁ লগ ধৰিলে। “সাৱধানে হেঁচা হেঁচি কৰি বহিলে মোৰ নাৱত আটাইৰে বাবে ঠায়ে আঁটিব”—বুলি শ্যেলীয়ে ক’লে। জে’নে ল’ৰা-ছোৱালীহাল লৈ পাতল নাওখনৰ তলীত লেপেটা কাঢ়ি বহিলে। অধিক ওজনৰ ফলত নাওখনৰ কাষ ছয় ইঞ্চিমান পানীলৈকে ডুবিলে। এছাটি বতাহ মাৰিলেই, বা উঠিথকা কেইটাৰ এটামানেও সামান্য লৰা-ফিৰা কৰিলেই নাও কাতি হৈ পৰি পানীৰে ভৰ্ত্তি হ’ব, আৰু যাত্ৰীসকল ডুবিব!

জে’নে ধৰি লৈছিল যে পাৰ্চিয়ে কাষৰ বাম পানীতেহে নাওখন চলাব। পিছে তেওঁ বোধহয় মনে মনে ৰূপহী নাৰী এগৰাকীৰ ওচৰত নিজে কিমান ভালকৈ নাও বাব জানে তাকে দেখুৱাই বাহ্বা লোৱাৰ মন কৰিলে। তেওঁ একান্তমনে বঠা কোবোৱাত লাগিল, আৰু খন্তেকৰ ভিতৰতে নাও গৈ গভীৰ নীলিম জলৰাশিৰ মাজ পালেগৈ! সাগৰৰ মাজ পাই তেওঁ বঠাকেইপাত নাৱত তুলি থ’লে, আৰু কিবা গভীৰ চিন্তাত নিমগ্ন হ’ল। ভয়ত জে’নৰ প্ৰাণ বাহিৰ হোৱা অৱস্থা হ’ল। তেওঁলোক চকুত পৰাকৈ ওচৰে-পাঁজৰে কোনো নাই, চকুৰে মণিব পৰালৈকে দ্বিতীয় এখন নাৱো নাই, লাহে লাহে উপকূলো নেদেখা হৈ আহিলে, তেওঁলোক আৰু বেচি দ পানীত পৰিছেগৈ আৰু কাণ্ডাৰী কবি হৈ বৈছে স্বপ্নমগ্ন! জে’নে ইটোসিটো কথা ক’লে, কিন্তু তেওঁৰ

তালৈ ভ্ৰুক্ষেপেই নাই!

হঠাতে শ্যেলীয়ে মূৰ তুলি চালে। যেন কিবা এটা সুন্দৰ ভাবত তেওঁৰ মুখখন উদ্ভাসিত হৈ উঠিল আৰু আনন্দত অধীৰ হৈ তেওঁ চিঁয়ৰি দিলে, "আমি এতিয়া একেলগে পৰম ৰহস্যটো সমাধান কৰোঁহক আহাঁ।"

জে'নৰ এইৰূপ উপস্থিত বুদ্ধি আছিল যে তেওঁ চিঁয়ৰি কিবা এটা ক'বলৈ গ'লেই ল'ৰা-ছোৱালীহালক হেৰুৱাব লাগিব। কাৰণ তেনে কৰিলে শ্যেলীয়ে হঠাতে ইফালসিফাল কৰিব, আৰু নাওখন একতীয়া হৈ পানীত ডুব যাব! অকণো ভয় খোৱা যেন নেদেখুৱাই জে'নে টপকৈ উত্তৰ দিলে, "হ'ব বাৰু, ধন্যবাদ, এতিয়ালৈ থাকক। খোৱা বোৱা কৰি লওঁহক। ল'ৰা-ছোৱালীকেউটায়ো খাওক।... আৰু চোৱাচোন, সৌৱা, ট্ৰেলনিক লগত লৈ সাগৰৰ পাৰে পাৰে এডৱাৰ্ড আহি আছে... এই সময়ত নাৱত ওলাই অহা দেখি তেওঁলোক যে ইমান আচৰিত হ'ব! এডৱাৰ্ডে আক' কয় এইখন নাও বোলে নিৰাপদ নহয়।"

"কোনে কয় নিৰাপদ নহয়? এইখনত উঠি মই লেগহৰ্ণ বা আন যি কোনো ঠাইলৈ যাব পাৰোঁ।"

জে'নৰ ভাব হ'ল যে শ্যেলী পানীত নামিলেই তেওঁক আবৰি ধৰা মৃত্যুদূত এতিয়া অন্তৰ্দ্ধান হৈছে।

তেওঁ একেবাৰে নভবা নিচিন্তা ধৰণেৰে ক'লে, "ভাৰতীয় সুৰ সম্বন্ধে কিবা লিখিবা বুলি যে কৈছিলা, লিখাই হোৱা নাই দেখোন।"

"মই লিখি থৈছোঁ," শ্যেলীয়ে উত্তৰ দিলে, "কিন্তু সুৰটো তুমি মোক আকৌ গুণগুণাই শুনাব লাগিব। তেতিয়া মোৰ লেখাটো ভাল কৰিব পাৰিম।"

তেতিয়ালৈ শ্যেলীয়ে শামুকৰ খোলা যেন নাওখন আকৌ উপকূলমূৱাকৈ ঘূৰাই বঠা মাৰিবলৈ ধৰিছে। জে'নে অস্থিৰ হৈ কেতিয়া পাৰ পায় কেতিয়া পাৰ পায় দেখিছে। যেই মাত্ৰ বালি চকুত পৰিল, দুহাতেৰে ল'ৰা-ছোৱালী দুটা থাপ মাৰি তুলি লৈ, কোবাকুবিকৈ নাৱৰপৰা নামি আহিল। জোটাপোটাত নাওখন উলটি গ'ল, কবি তলত সোমাল। কিন্তু লগে লগে উঠিলে—পিঠিত নাওখন লৈ উঠি আহিছে—যেন শুকান খোলাৰে ডাঙৰ কেকোৰা এটাহে!

জাধলী হৈ নাৱৰপৰা নমাৰ গতটো দেখি গিৰিয়েকে জে'নক ক'লে, "জে'ন বলীয়া হৈছাঁ নেকি? এইদৰেনো নামেনে? অকণমান সময় ৰোৱাহেঁতেনেই আমি নাওখন টানি আনি পাৰত লগালোঁহিহেঁতেন নহয়।"

"নালাগে। বহুত হ'ল আৰু! ধন্যবাদ। একেবাৰে যমৰ দুৱাৰমুখৰপৰা ঘূৰিছোঁ আজি। সেই ভয়ঙ্কৰ কফিনটোত আৰু মই কস্মিনকালেও ভৰি দিবলৈ নাযাওঁ। কয় কি—'পৰম ৰহস্যটোৰ সমাধান কৰোঁ আহা'!... পৰম ৰহস্যচোন তেওঁ নিজেই। তেওঁ কি কৰিব নকৰিব জনাৰ সাধ্য কাৰ?... আমি সকলোৱে মৰণৰপৰা দূৰে দূৰে ফুৰোঁ, তেওঁ মৰণ বিচাৰি ফুৰে। ইয়াৰপৰা আঁতৰাই ভাল। আজি যে ভয় খালোঁ, মৰাৰ দিনলৈ মনত থাকিব।"

কিন্তু কবিৰ শিশুসুলভ মুখত সেই চিৰাচৰিত নিৰ্দোষ, দীপ্তিমান ছাপ। কোনো দুশ্চিন্তা বা আতংকৰ চিন তাত নাই। এইবাৰৰ জহকালিটো তেওঁ বেচ উপভোগ কৰিলে। তেওঁৰ উছাহ-আনন্দ একোৱেই বিঘ্নিত কৰিব নোৱাৰিলে। এদিনাখন সন্ধিয়া জোনৰ পোহৰত, 'এৰিয়েল'ত উঠি শ্যেলী নৌকাবিহাৰলৈ যাব খুজিলে। মেৰী তেওঁৰ কাষতে বহি আছিল। তেওঁৰ আঠু দুটাৰ মাজত তাই মূৰটো গুজি থৈছে। দহ বছৰৰ আগৰ সেই দিনটো তাইৰ মনত পৰিল— ধুমুহাত নাচি থকা উত্তাল সুঁতিটো পাৰ হোৱা সেই ভয়ঙ্কৰ দিনটো। দহ বছৰৰ আগতে সেইটো দিনতো তাই শ্যেলীৰ কাষত এইদৰেই বহি আছিল। দহ বছৰ!... এই দহ বছৰত কত যে হৰণভগন নঘটিল! জীৱন ইমান নিষ্ঠুৰ, ইমান দুৰ্বোধ্য, ইমান বিশ্বাসঘাতক হ'ব পাৰে বুলিতো তেওঁলোকে তেতিয়া ভবা নাছিল! তেওঁলোকৰ এজনেও ভাবিব পৰা নাছিল।

নাৱৰ টিঙত বহি জে'নে গীটাৰত কিবা এটা ভাৰতীয় প্ৰণয়গীতৰ সুৰ তুলিলে। শ্যেলীয়ে জুন মাহৰ গভীৰ নীল আকাশলৈ তন্ময় হৈ চাই থাকিল। আকাশত তেতিয়া জোন ওলাইছিল। জোনাকৰ অপূৰ্ব প্লাবনত পৰ্বতমালা তিৰবিৰাইছিল। তেওঁৰ মন চিন্তাশূণ্য হৈ পৰিছিল। কিবা এক অনবদ্য উপলব্ধিত তেওঁ আত্মবিস্মৃত হৈ পৰিছিল। প্ৰেম আৰু সঙ্গীতৰ সুগন্ধি মূৰ্চ্ছনাত তেওঁৰ অন্তৰ যেন নিমজ্জিত হৈ পৰিছিল। তেওঁৰ কল্পনাৰ সৌধবোৰ, মানসমূৰ্তিবোৰ যেন আকৌ এবাৰ জীৱন্ত ৰূপত তেওঁৰ আগত উদ্ভাসিত হৈ উঠিল। আৰু এখন জগত—ৰাঢ়

বাস্তবৰ জগত এখন আছে বুলি তেওঁ আজি উপলব্ধি কৰিলে। কিন্তু এইটো পৰিবেশত, মিঠা জোনাক আৰু মধুৰ সংগীতৰ মূৰ্চ্ছনাৰে আবৃত এই পৰিমণ্ডলত তিৰোতাৰ ঈৰ্ষা-খিয়াল, টকা-পয়চাৰ চিন্তা, ৰাজনৈতিক কাজিয়া—এইবোৰ যে কিমান তুচ্ছ কথা! ইমান তুচ্ছ যে তেওঁৰ কল্পলোকৰপৰা তেওঁক আঁতৰ কৰাৰ সাধ্য সেইবোৰৰ নাই। তেওঁৰ নিজৰ কল্পনাৰ জগতত, নিজৰ সুখৰ আবেষ্টনীত তেওঁ নিৰাপদ! আনন্দৰ আতিশয্য আৰু তীব্ৰতাত তেওঁ যেন বিমূৰ্চ্ছিত হৈ যাব! ফাওষ্টৰ দৰেই যেন উচ্ছ্বসিত হৈ তেওঁ চিঁয়ৰি দিব— "জহান্নামে যাওক এই চিনাকি সংসাৰ। মই এই মুহূৰ্তৰ অধীশ্বৰ।"

———

॥৩৬॥

# এৰিয়েল মুক্ত হ'ল

বহুত দিনৰপৰা শ্যেলীয়ে তেওঁৰ বন্ধু হাণ্টৰ পৰিয়ালটোক ইটালীলৈ কিছুদিনৰ বাবে মাতি অনাৰ কথা ভাবি আছিল। ইংলেণ্ডত তেওঁলোকৰ বৰ কষ্ট হৈছিল। ধকৰাৰ খেজালনি আৰু ৰাজনৈতিক শত্ৰুৰ চক্ৰান্তই তাত তেওঁৰ জীৱন দুৰ্বহ কৰিছিল। ইটালীলৈ যোৱাৰ বাটখৰচটো তেওঁ দিব, কিন্তু হাণ্ট আৰু তেওঁৰ পৰিবাৰ আৰু সাতোটা ল'ৰা-ছোৱালীক পোহপাল দিয়াৰ দায়িত্ব অৱশ্যে, স্বাভাৱিকতেই, তেওঁ ল'ব নোৱাৰিব। এই কথাটো তেওঁ বাইৰণক ইমানকৈ কৈছিল যে হাণ্টৰ লগ লাগি ইটালীত এখন উদাৰপন্থী বাতৰি কাকত উলিওৱাত বাইৰণে সহায় কৰিব বুলি শ্যেলীয়ে তেওঁৰপৰা কথাও আদায় কৰি ল'লে। সেই প্ৰস্তাবিত কাগজখনক বাইৰণৰ সমগ্ৰ ৰচনাৰ 'কপি ৰাইট' দি দিয়া হ'ব বুলিও ঠিক কৰা হ'ল। এনে বন্দৱস্তত বাতৰি কাকতখন ওলাই থাকিব পৰাটো খাটাং হ'ল। ইয়াৰ পৰা হাণ্টৰো বেচ দুপয়চা লাভ হ'ব। বাইৰণে আগবঢ়োৱা এই প্ৰস্তাবটো আচলতে বৰ উদাৰ আছিল, কাৰণ হাণ্টৰ লগত লগ হৈ বাতৰি কাগজ এখন প্ৰকাশ কৰাৰ বাবদ বাইৰণৰ যে কিবা লাভ হ'বলৈ আছিল তেনে নহয়। বৰঞ্চ বহুত ক্ষতি হোৱাৰ আশংকাহে আছিল। বাইৰণ কিন্তু ইমানতে সন্তুষ্ট নাথাকিল। তেওঁ পাল্লাজ্জ' লানফ্ৰাঙ্কিৰ তলৰ মহলটোত হাণ্টক সপৰিয়ালে থাকিবলৈ দিবলৈকো ওলাল। তাত চকী-মেজ, বিছনাপত্ৰ যি দৰকাৰ হয় সেইবোৰ যোগাৰ কৰি দিবলৈ শ্যেলীয়ে গাত ল'লে। এইদৰে বন্দৱস্ত পকা হ'লত হাণ্টৰ পৰিয়াল ইটালী অভিমুখে যাত্ৰাত ওলাল।

বাটত বহুতো বিৰাট অসুবিধা আৰু বিলম্বৰ সন্মুখীন হৈ হৈ অৱশেষত ১৮২২ চনৰ জুন মাহৰ শেহৰ পিনে হাণ্ট পৰিয়াল লেগহৰ্ণত উপস্থিত হ'ল। 'বলিভাৰ'খন সাজু কৰি লৈ বন্দৰত ট্ৰেলনিয়ে তেওঁলোকৰ বাবে বাট চাই আছিল। 'এৰিয়েল'ত উঠি বেচ আড়ম্বৰেৰে শ্যেলী আৰু উইলিয়ামচো আহিলে। হাণ্টক লগ পাই শেলী আনন্দত আপোন পাহৰা

হ'ল, আৰু গোটেই পৰিয়ালটোৰ সৈতে হাণ্টক লৈ পিছালৈ ওলাল। উইলিয়ামচ লেগহৰ্ণতে ৰ'ল। তেওঁৰ বন্ধু ঘূৰি আহিলে দুয়ো একেলগে ঘৰলৈ যাব।

দুৰ্ভাগ্যক্ৰমে হাণ্টৰ বাইৰণৰ লগত পোনপ্ৰথমবাৰৰ মুলাকাত একেবাৰে সন্তোষজনক নহ'ল। হাণ্টৰ ৰাজনৈতিক ভাবধাৰা বাইৰণে অতি উগ্ৰ বুলি কৈছিল যদিও এজন সৎ লেখক, সৎ পিতৃ আৰু স্বামী, মুঠতে এজন ভাল মানুহ হিচাপে তেওঁ হাণ্টক সস্নেহ প্ৰশ্ৰয়ৰ চকুৰেও নোচোৱা নহয়। কিন্তু হাণ্টৰ ঘৈণীয়েকজনীক তেওঁ অলপো সহ্য কৰিব নোৱাৰিলে। অপৰিপাটি সাজপাৰ কৰা, উদ্ধত, নিৰ্বোধ, আৰু মানুহৰ লগত মিলিব নজনা তিৰোতা বুলি তেওঁ তাইৰ নামকে নুশুনা হ'ল। মেৰিয়ান হাণ্ট আছিল সমস্বত্ত্ববাদী আদৰ্শত বিশ্বাসী মহিলা। সামাজিক বৈষম্যৰ কথা তেওঁ এক মুহূৰ্তও পাহৰি থাকিব নোৱাৰে। বাইৰণৰ ধনদৌলত আৰু সামাজিক প্ৰতিষ্ঠাৰ প্ৰতি তেওঁ যে কোনো গুৰুত্বই নিদিয়ে তাকে দেখুৱাবলৈ তাই তেওঁক এনে দুৰ্বিনীত আচৰণ কৰিলে যে চিমনি পৰিষ্কাৰ কৰা সামান্য ল'ৰা এটায়ো তাক সহ্য নকৰিলেহেঁতেন। দয়ালু অন্তৰৰ আৰু মনোৰম ব্যক্তিত্বৰ কাউণ্টেচ গুইক্কিয়ালৰ লগতো তেওঁ বৰ দন্তালি দেখুৱালে। যেন এগৰাকী ধৰ্ষিতা ব্ৰিটিছ ধাত্ৰীহে।

বাইৰণে শিষ্টাচাৰৰ কাৰ্পণ্য নকৰিলে, কিন্তু হাবভাব আৰু কথাবাৰ্ত্তাত সহৃদয়তা নেদেখুৱালে। চৌবিছ ঘণ্টাৰ মূৰত তেওঁৰ সহ্যৰ সীমা পাৰ হ'ল। সাতোটা জধলা, চিৰিচেহেৰা নোহোৱা ল'ৰা-ছোৱালী পালাজ্জত ইপিনেসিপিনে পিংপিঙাই ফুৰিব, য'তে যিহকে পায় তাকে থানবান কৰিব। "এগোহালি হটেনটট্‌চ আনকি য়াহুবোৰতকৈও লেতেৰা আৰু অনিষ্টকাৰী।" এনেবোৰ দুঠেঙীয়া নিগনি পোৱালীক তেওঁ ঘৃণাৰ চকুৰে চাইছিল। তেওঁ চিকাৰী কুকুৰটো আনি খটখটিত বান্ধিলে, তাতে সি পহৰা দি থাকিব। তাৰ মূৰত মৰমেৰে থপৰিয়াই তেওঁ ক'লে, "চাবি, আমাৰ পিনে লণ্ডন চহৰৰ কোনো লোকে যাতে ভুমুকি নামাৰে।"

হাণ্টৰ লগত বাতৰি কাকত উলিয়াব খোজা কথাটোৱে তেওঁক ইতিমধ্যে আমুৱালেই।

শ্যেলী একেদিনাই ঘূৰি যাব লাগিছিল, কিন্তু সকলো ঠিকঠাক নকৰাকৈ হাণ্টক অকলে এৰি যাব নোৱাৰিলে। তেওঁ বাইৰণৰ ওচৰ চাপিল,

মেৰিয়ান্নক কিছু তিৰস্কাৰ কৰিলে, বেচেৰা হাণ্টক বুজনি দিলে, আৰু সকলো ঠিকঠাক নোহোৱালৈকে ইদিনৰ পিচত সিদিনকৈ ঘূৰি যোৱাটো পিচুৱাই দি থাকিলে। নেৰানেপেৰাকৈ লাগি থাকি তেওঁ বাইৰণৰ গৰ্ব আৰু আপত্তি শাম কটালে।

সদ্যসমাপ্ত 'দ্য ভিজন অফ্ জাজমেণ্ট' নামৰ গ্ৰন্থখনৰ 'কপিৰাইট' (স্বত্বাধিকাৰিত্ব) প্ৰস্তাৱিত নতুন কাগজখনৰ প্ৰথম সংখ্যাটোৰ হ'ব বুলি তেওঁ বাইৰণৰপৰা কথা আদায় কৰিলে। হাণ্টৰ বাবে ই হ'ব এক বঢ়িয়া বিদায়-সম্ভাষণ।

লেগহৰ্ণত বৈ থাকি থাকি উইলিয়ামচ অধৈৰ্য্য হৈ পৰিল। তেওঁৰ খঙো উঠিল। তেওঁৰ আপত্তি যে ইয়াৰ আগতে কেতিয়াও ইমান দিন তেওঁ পত্নীৰ ওচৰৰপৰা আঁতৰি থকা নাই। পলম কিয় হৈছে তাকে জনাবলৈ শ্যেলীয়ে খনে খনে চিঠি দি থাকিল।

জুলাই মাহৰ গৰমে মানুহক একেবাৰে উশাহ ল'ব নোৱৰা যেন কৰিছিল। পুৱা দহ বজাৰপৰা পাঁচ বজালৈ খেতিয়কহঁতে পথাৰত কাম কৰিবলৈ এৰিলে। পানীৰ নাটনি হৈছিল। কিবা অলৌকিক মূৰ্ত্তি কিছুমান লৈ যাজকহঁতে শোভাযাত্ৰা কৰি বৰষুণৰ বাবে প্ৰাৰ্থনা কৰিছিল।

আঠ তাৰিখৰ পুৱা ট্ৰেলনি আৰু শ্যেলী পিছাৰপৰা পালেহি। তেওঁলোক শ্যেলীৰ বেঙ্কলৈ গ'ল। কাচা মাগ্নিৰ গৃহস্থালিৰ খৰচৰ বাবে টকা উলিয়াই ল'লে, আৰু দুইচাৰি কিনামেলাও কৰিলে, আৰু তাৰ পিচত দুই বন্ধু আৰু উইলিয়ামচ বন্দৰৰ পিনে গ'ল। 'বলিভাৰ'ত উঠি ট্ৰেলনি 'এৰিয়েল'ৰ লগত যোৱাৰ কথা। আকাশত ডাৱৰ গোট খাইছিল, আৰু লেৰিচিৰ পিনলৈ পাতল এছাটি বতাহ মাৰিছিল। কেপ্টেইন ৰবাৰ্টচে ধুমুহা আহিব বুলি ক'লে। উইলিয়ামচৰ যাবলৈ লৰালৰি। তেওঁ ক'লে বোলে সাত ঘণ্টাৰ ভিতৰত তেওঁলোক ঘৰ পাবগৈ।

দুপৰীয়া শ্যেলী, উইলিয়ামচ, আৰু চাৰ্লচ ভিভিয়ান 'এৰিয়েল'ত উঠিল। 'বলিভাৰ'ত উঠি যাবলৈ ট্ৰেলনিও সাজু হৈছিল। পহৰাদাৰী নাওখনত থকা বিষয়াই তেওঁলোকৰ কাগজপত্ৰ পৰীক্ষা কৰিলে; "নাওখনৰ নাম 'ডন জুয়ান', নাবিকৰ নাম পাৰ্চ্চি শ্যেলী। ঠিক আছে।"

ট্ৰেলনিৰ কিন্তু বন্দৰ এৰি যোৱাৰ অনুমতি পত্ৰ নাছিল। তেওঁ জোৰকৈ যাব খুজিলে। স্বাস্থ্য বিভাগৰ অফিচটোৰ বিষয়াজনে ক'লে

বোলে তেওঁক চৌধ্য দিনলৈ সঙ্গৰোধ কৰি ৰখা হ'ব। তেওঁ লৰালৰিকৈ গৈ যন্ত্ৰতীয় অনুজ্ঞাপত্ৰ লৈ আহিব খুজিছিলে, কিন্তু উইলিয়ামচ একেবাৰে জ্বলিপকি উঠিল, আৰু পলম কৰাৰ তেওঁ কথাই নুশুনে। আৰু সময় নষ্ট কৰিব নোৱাৰি। ইতিমধ্যে দুই বাজিলেই। বতাহ একেবাৰে বলা নাই। ৰাতি খোৱাৰ আগতে ঘৰ পাওঁতে তেওঁলোকৰ বৰ কষ্ট হ'ব।

দুই আৰু তিনিবজাৰ ভিতৰত 'এৰিয়েল' পোতাশ্ৰয়ৰপৰা ওলাল। ঠিক একে সময়তে দুখন সৰু সদাগৰী জাহাজেও পাৰি দিলে। ট্ৰেলনি নিৰাশ হৈ বৈ গ'ল, আৰু জাহাজত সচৰাচৰ ব্যৱহৃত, দূৰণিলৈ চাব পৰা আয়নাৰে তেওঁৰ বন্ধুহঁত কিমান দূৰ পাইছেগৈ চাই থাকিলে। জেনেভাৰপৰা অহা তেওঁৰ সাৰেংজনে ক'লে, "তেওঁলোক আজি পুৱা তিনিচাৰিমান বজাতে যাব লাগিছিল, এতিয়া আবেলি তিনি বজালৈ থাকিব নালাগিছিল। নাওখনৰ গতিটো উপকূলৰ পিনেহে বেচি হৈছে। সোঁতে তাক তাতে ৰখাই দিব।"

ট্ৰেলনিয়ে ক'লে, "নৰখায়। অলপতে স্থলবায়ু বলিব। ঠেলি দিব।"

সাৰেংজনে মাত লগালে, "ডেক নোহোৱা নাওত সেই পাতল পালখন কোনো কামত নাহে। নাওখনত নাবিক এজনো নাই।... দূৰৈত সৌ ক'লা ৰেখাবোৰ দেখিছেনে? আকাশত ক'লা ডাৱৰৰ থূপ ওলমিছে। পানীত ধোঁৱা বলিছে। লক্ষণটো ভাল নহয়। চয়তানে অনিষ্টৰ আখৰা কৰিছে যেন লাগিছে।"

উপকূলৰ ওখ বান্ধটোত থিয় দি কেপ্টেইন ৰবাৰ্টচেও নাওখনৰ ওপৰত নজৰ ৰাখি আছিল। তাৰপৰা নেদেখা হ'লত, অনুমতি লৈ বন্তিগৃহৰ (লাইট হাউচৰ) চূড়াটোত উঠি চাবলৈ গ'ল। প্ৰায় দহমাইলমান দূৰত সাগৰৰ মাজত নাওখন তেওঁৰ চকুত পৰিছিল। প্ৰচণ্ড ধুমুহা আৰম্ভ হৈছিল। 'এৰিয়েল'ৰ ওপৰৰ পাল এৰাই যোৱা তেওঁৰ চকুত পৰিছিল। তাৰ পিচত ধুমুহাৰ ফলত হোৱা ধুঁৱলীকুঁৱলীত নাওখন হেৰাই গ'ল।

পোতাশ্ৰয়ত সেইদিনা অসহ্য গুপগুপীয়া গৰম। গোমা বতৰ আৰু কিবা এক অস্বাভাৱিক নীৰবতাই ইন্দ্ৰিয়বোৰ যেন জঠৰ কৰি পেলাইছিল। ট্ৰেলনি নিজৰ কেবিনলৈ গ'ল, আৰু শুব খোজা নাছিল যদিও টোপনিত পৰিল। ওপৰৰ ডেকত হোৱা চিঁয়ৰবাখৰত তেওঁ সাৰ পালে। আন

এখন জাহাজৰ লংগৰ তুলিবলৈ লৈ খালচীহঁতে চিঞৰবাখৰ কৰিছে। বন্দৰত উঠানমা, অহাযোৱাৰ গতানুগতিক ব্যস্ততা। চাৰিওপিনে ঘোপমৰা আন্ধাৰ। সাগৰখনক ডাঠ আৰু নিমজ এচটা সীহৰ পাত যেন লাগিছিল। ওপৰত তেলৰ চামনি এটা। বতাহ বৈছিল, কিন্তু সাগৰৰ জলৰাশিক অশান্ত কৰা নাছিল। বৰষুণৰ ডাঙৰ ডাঙৰ টোপাল সৰিছিল। দেখিলে এনেহে লাগিছিল যেন টোপালবোৰে সমুদ্ৰৰ জলপৃষ্ঠ ভেদ কৰিব পৰা নাছিল! লংগৰ পেলাই থোৱা জাহাজবোৰৰ দাঁতিয়ে কাষৰে সৰু সৰু মাছমৰীয়া নাওবোৰ পিয়াঁপি দি ফুৰিছিল। কিন্তু হঠাতে ক'ৰবাত প্ৰচণ্ড বজ্ৰপাত হ'ল— কৰ্মব্যস্ত মানুহৰ হাইউৰুমি নিজম পৰিল।

কুৰি মিনিটমানৰ পিচত বতৰ কিছু মুকলি হ'ল। ট্ৰেলনি আৰু ৰবাৰ্টচে শ্যেলীৰ নাওখন দেখা পোৱাৰ আশাত ডিঙি মেলি মেলি চাৰিওপিনে উটি ভাহি ফুৰা অসংখ্য নাওবোৰলৈ চালে। ক'তো তাৰ চিনচাব পোৱা নগ'ল।

* * *

সাগৰৰ সিপাৰে দুগৰাকী মহিলা পৰম উদ্বিগ্নতাৰে খবৰ পাবলৈ বাট চাই আছিল। মেৰীয়ে অস্বস্তিত চটফটাইছিল। তাই বিষণ্ণ হৈ পৰিছিল। গ্ৰীষ্মৰ অত্যধিক গৰমে তাইৰ মনত ভীতি সঞ্চাৰ কৰিছিল। এনেকুৱা জহকালিতে কণমানি উইলি কাল হৈছিল। অতি ভয়ে ভয়ে তাইৰ বুকুত সোমাই থকা কেঁচুৱাটোলৈ চালে। তাৰ স্বাস্থ্য বেচ ভাল আছিল, তথাপিতো, ওপৰৰ মুক্ত প্ৰাংগনত থিয় দি, পৃথিৱীৰ অন্যতম মনোৰম দৃশ্যৰাজি চাই থাকোঁতে কিবা অজান আশংকাত তাই কঁপি উঠিছিল। কিবা অবুজ বেদনাত তাইৰ চকু চলচলীয়া হৈ পৰিছিল। "তথাপিতো", তাই মনতে ভাবিলে, "তেওঁ, মোৰ প্ৰিয় শ্যেলী, ঘূৰি আহিলে মই আকৌ সুখী হ'ম—তেওঁ মোক সান্ত্বনা দিব; বাছাটোৰ গা বেয়া হ'লে তেৱেঁই তাক চোৱাচিতা কৰি ভাল কৰিব।"

সোমবাৰে জে'নে গিবিয়েকৰপৰা এখন চিঠি পালে। শনিবাৰে লিখা চিঠি; চিঠিত লিখিছিল বোলে "শ্যেলী তেতিয়ালৈকে পিছাতে আবদ্ধ হৈ আছে, আৰু সোমবাৰৰ ভিতৰত আহি নাপালে মই সদাগৰী জাহাজ

এখনতে গুচি যাম আৰু বৃহস্পতিবাৰে সন্ধিয়াৰ ভিতৰত পামগৈ। তাতকৈ পলম হ'ব নালাগে।" চিঠিখনত উল্লেখ কৰা সোমবাৰটো আছিল সেই ধুমুহা মৰা দুৰ্ভাগ্যজনক সোমবাৰটো।

তেনেকুৱা বেয়া বতৰত 'এৰিয়েলে' সাগৰত পাৰি দিব বুলি মেৰী আৰু জে'নে এবাৰলৈকো ভবা নাছিল। মঙ্গলবাৰে দিনৰ দিনটো বৰষুণ দি আছিল। সাগৰ সেইদিনা শান্ত। বুধবাৰে লেগহৰ্ণৰ পিনৰপৰা পাতলীয়া বতাহ মাৰিছিল, আৰু কেইবাখনো সদাগৰী নাও তাৰপৰা পাইছিলহি। ইয়াৰে এখনৰ কেপ্টেইন জনে ক'লে বোলে 'এৰিয়েলে' সোমবাৰেই যাত্ৰা আৰম্ভ কৰিছিল। জে'ন আৰু মেৰী এজনীয়েও তেওঁৰ কথা বিশ্বাস কৰা নাছিল। বৃহস্পতিবাৰেও বতৰ মুকলি আছিল আৰু দুয়োগৰাকী মহিলাই ছাতৰপৰা অনবৰত সাগৰৰ পিনে চাই আছিল। যি কোনো মুহূৰ্ত্তত কণমানি নাওখন চকুৰ আগত ভাঁহি উঠিব বুলি তেওঁলোকে আশা কৰিছিল। মাজনিশালৈকে তেওঁলোকে নিৰীক্ষণ কৰিলে, কিন্তু নাওখনৰ কোনো চিনচাব দেখা নাপালে। তেওঁলোকৰ ভয় লাগিল। নিৰ্ঘাত যিটো ঘটিল সেইটো তেওঁলোকৰ মনলৈ অহা নাছিল। তেওঁলোকে ভাবিছিল কিবা অসুখ অশান্তি বা তেনে কিবা অথন্তৰ হৈ গিৰিয়েকহঁত লেগহৰ্ণত বৈ থাকিবলগীয়া হৈছে। সময় আগবঢ়াৰ লগে লগে জে'নৰ অৱস্থা ইমান কাহিল হ'ল যে তাই পিচদিনা নাও এখন ভাৰা কৰি অকলে লেগহৰ্ণলৈ যাবলৈ ঠিক কৰিলে। কিন্তু পিচদিনা সাগৰত আকৌ ধুমুহা উঠিল। সাগৰ থৌকি বাথৌ হ'ল। তেনে বিপজ্জনক অৱস্থাত কোনো নাৱৰীয়াই নাও বাবলৈ সাহ নকৰে। দুপৰীয়া ডাক আহিল। হাণ্টে শ্যেলীলৈ লিখা এখন চিঠি আহিল। মেৰীয়ে কঁপা কঁপা হাতেৰে চিঠিখন খুলিলে। হাণ্টে লিখিছিলঃ "ঘৰ কেনেকৈ পালাঁগৈ আমালৈ লিখি জনাবাঁ। সোমবাৰে তোমালোকে যাত্ৰা কৰাৰ পিচত বতৰ বেয়া হৈছিল বুলি শুনিছোঁ। আমাৰ চিন্তা লাগি আছে।"

চিঠিখন তাইৰ হাতৰপৰা পৰি গ'ল। জে'নে বুটলি লৈ পঢ়িলে। পঢ়ি অঁতাই মন্তব্য দিলেঃ "তেন্তে সকলো শেষ।"

"নহয়, জে'ন, নহয়, সকলো শেষ হৈ যোৱা নাই। কিন্তু এই অনিশ্চয়তা অতি অসহ্য। মোৰ লগত ওলোৱাঁ। আমি লেগহৰ্ণলৈ যাম। ঘোঁৰাগাড়ীৰে গ'লে সোনকালে পামগৈ। তাত গৈ আমাৰ কপালত

কি ঘটিছে জানিব পাৰিম।"

লেৰিচিৰপৰা লেগহৰ্ণলৈ যোৱা ৰাস্তাটো পিছাইদি যায়। কিবা খবৰ আছে নেকি জানিবলৈ তেওঁলোক লৰ্ড বাইৰণৰ ঘৰত সোমাল। তেওঁলোকে দুৱাৰত টুকুৰিয়ালত দুৱাৰ খোল নাখালে, কিন্তু ভিতৰৰপৰা কাক লাগে সুধিলে। তেতিয়া অৱশ্যে সন্ধিয়া গুচি ৰাতি হ'বৰে হৈছিল। ভিতৰৰপৰা সোধাগৰাকী আছিল গুইক্কিয়ালৰ চাকৰণী ছোৱালী। লৰ্ড বাইৰণ তেতিয়া শুবলৈ গ'লেই, কিন্তু কাউণ্টেচগৰাকী মেৰীহঁতক লগ পাবলৈ হাঁহিমুখে ওলাই আহিল। মেৰীৰ ভীতিবিহ্বল, মাৰ্বলৰ দৰে বগা হৈ পৰা মুখখন দেখি তেওঁ আচৰিত হৈ বৈ গ'ল।

মেৰীয়ে সুধিলে, "তেওঁ, শ্যেলী, ক'ত?" বাইৰণো তেতিয়ালৈ উঠি আহিছিল। তেৰোঁ বিশেষ একো নাজানে বুলি ক'লে। জনাৰ ভিতৰত মাত্ৰ ইয়াকে জানে যে আগৰ ৰবিবাৰটোতে শ্যেলী পিছালৈ গৈছিল, আৰু সোমবাৰে বেয়া বতৰত তেওঁ সাগৰত নাও মেলি দিছিল। তেতিয়া মাজ নিশা। কিন্তু মহিলা দুগৰাকী জিৰণি ল'বলৈ নৰ'ল। তেওঁলোক লেগহৰ্ণলৈ বুলি গৈ থাকিল। ৰাতি দুই বজাত তেওঁলোক সেইখিনি পালেগৈ। তেওঁলোকৰ গাৰোৱানে যিটো অতিথিশালালৈ তেওঁলোকক লৈ গ'ল তাত ট্ৰেলনিও নাছিল, কেপ্তেইন ৰবাৰ্টচো নাছিল। তেওঁলোকে পিন্ধি থকা সাজেৰেই বিছনাত দীঘল দি পৰি পোহৰ হোৱালৈ বাট চালে। পুৱা ছয় বজাত নগৰৰ আটাইবোৰ অতিথিশালা তেওঁলোকে বিচাৰি পাত পাত কৰিলে। শেহত গৈ থৈ 'গ্ৰোব' নামৰ অতিথিশালাত তেওঁলোকে ৰবাৰ্টছক লগ পালে। তেওঁৰ মুখ দেখিয়েই তেওঁলোকে বুজিলে যে সকলো শেষ হৈ গৈছে। যিটোলৈ আটাইতকৈ ভয় কৰিছিল সেইটোৱেই সঁচা।

তথাপিতো আশাৰ চাকিটি পূৰাপুৰি নুমাই যোৱা নাছিল। কোনে জানে ধুমুহাই ঠেলি নি 'এৰিয়েলক' কিজানি কৰ্চিকা বা এলবা পোৱালেগৈ! কিজানি তাতোকৈ দূৰলৈ গৈ গ'ল। উপকূলৰ পাৰে পাৰে দৌৰাই দৌৰাই ইটো বস্তি গৃহৰ সৌধৰপৰা সিটো বস্তিগৃহৰ সৌধলৈ তেওঁলোকে মানুহ এটা পঠালে— ক'ৰবাত কিজানি কিবা দেখা পোৱা গৈছেই, কিবা ওলাইছেই বা! ন বজাত তেওঁলোকে কাছা মাগ্নিলৈ যাবলৈ বুলি লেগহৰ্ণ এৰিলে। ট্ৰেলনি তেওঁলোকৰ লগ লাগিল। ভায়া ৰেগ্নিয়

নামে ঠাইত তেওঁলোকে জানিবলৈ পালে বোলে নিচেই সৰু এখন নাও আৰু কেইটামান বটল তীৰত উঠিছেহি। ট্ৰেলনিয়ে চাবলৈ গৈ চিনি পালে, হয়, নাওখন 'এৰিয়েল'ই হয়। তথাপিতো এটা সন্দেহ বৈ গ'ল, জানোচা কিবা প্ৰকাৰে, বেয়া বতৰত জগুলীয়া পাই, নাওখন এৰিয়েই দিছিল!

জেন আৰু মেৰী গৈ ঘৰ পাওঁতে গাঁওখনত এটা উৎসৱ চলি আছিল। নাচ, গান, হাঁহি-খিকিন্দালিৰ শব্দই তেওঁলোকক ওৰে নিশাটো টোপ এটা মাৰিবলৈকো নিদিলে।

* * *

ট্ৰেলনিয়ে এটা পুৰস্কাৰ ঘোষণা কৰিছিলে; উপকূলৰ ৰক্ষী বাহিনীৰ যিয়েই কিবা খবৰ দিব পাৰিব তেওঁকেই এটা পুৰস্কাৰ দিয়া হ'ব। পাঁচছয় দিনমানৰ মূৰত তেওঁক ভায়া ৰেগ্নিয়লৈ মতাই পঠোৱা হ'ল। মৰা শ এটা আহি তীৰত লাগিছেহি। বীভৎস শ এটা। ইয়াৰ মুখ, হাত দুখন আৰু কাপোৰেৰে ঢাক খাই নথকা গাৰ আন আন অংশ ডাঙৰ মাছে খাই নাইকিয়া কৰি পেলাইছিল। কিন্তু ওখ খীন শৰীৰটো, গাত লিপিত খাই থকা জেকেটটো, আৰু জেকেটটোৰ এটা জেপত থকা চফক্লিচৰ ৰচনা সংগ্ৰহ আৰু আনটো জেপত থকা কীট্‌চৰ কবিতা সংগ্ৰহৰ পৰা ট্ৰেলনিয়ে ঠাৱৰ কৰিলে যে শটো শ্যেলীৰ বাদে আন কাৰো নহয়। কীট্‌চৰ কবিতাৰ সংকলনটো দুভাঁজ কৰা— পঢ়ি থাকোঁতে পাঠকে কিবা কাৰণত দলিয়াই দিয়াৰ চিন সেইটো। এইবোৰ অভ্যাস শ্যেলীৰ আছিল বুলি ট্ৰেলনিয়ে জানিছিল। প্ৰায় একে সময়তে নাতি দূৰত উইলিয়ামচৰ শটোও পোৱা গ'ল। এইটো শ ইটোতকৈয়ো বেচি ক্ষতবিক্ষত আছিল। তিনি সপ্তাহৰ পিছত তৃতীয় শ এটাও পোৱা গ'ল— সেইটো আছিল ভিভিয়ান নামৰ নাবিক ল'ৰাটিৰ শ। প্ৰথম দুটা শ পোৱা ঠাইৰপৰা প্ৰায় চাৰি মাইল দূৰত এইটো শ পোৱা গৈছিল। ইয়াৰ জকাটোহে আছিলগৈ।

সাগৰে উটুৱাই নিয়াৰপৰা ৰক্ষা কৰিবৰ বাবে ট্ৰেলনিয়ে তিনিওটা শ সাময়িকভাৱে বালিত পোতাই থ'লে। তাৰ পিচত তেওঁ কাচা মাগ্নিৰ পিনে ঘোঁৰা দৌৰালে।

কাচামাগ্নিৰ দুৱাৰ ডলিতে তেওঁ ৰ'ল। কাকো ক'তো দেখিবলৈ পোৱা নগ'ল। ...ডাঙৰ হল ঘৰটোত এটা চাকি জ্বলি আছিল... বোধহয় দুই গৰাকী বিধৱাই আশাৰ কিবা নতুন কাৰণ বিচাৰি পাইছিল। আৰু ইজনীয়ে সিজনীৰ লগত তাকে আলোচনা কৰিছিল। ...ট্ৰেলনিৰ ইয়াৰ আগৰবাৰ তালৈ যোৱাৰ কথা মনত পৰিল। সেইদিনা প্ৰায় দুয়োটা পৰিয়ালেই ছাতত বহি আছিল। সাগৰৰ ঠিক ওপৰতে। ইমান শান্ত আৰু পৰিষ্কাৰ সাগৰ যে আকাশৰ প্ৰত্যেকটো তৰা তলৰ জলৰাশিত প্ৰতিফলিত হৈছিল। উইলিয়ামচে 'ধুনীয়া সাগৰ' বুলি আনন্দত চিঞৰি দিছিল আৰু ট্ৰেলনিয়ে অকলে অকলে 'বলিভাৰ' নামৰ নাওখনত উঠি সাগৰত ফুৰিছিল। গীতাৰৰ লগত সংগত কৰি জে'নে কিবা ৰঙিয়াল গীত এটা গাই থকা দূৰৈৰপৰাই কাণত পৰিছিল। শ্যেলীৰ মনখোলা উচ্চস্বৰ হাঁহিয়ে ৰাতিৰ নিস্তব্ধতা ভেদ কৰিছিল। আজি সেই সমস্ত দৃশ্য ট্ৰেলনিৰ মনলৈ আহিল। সেইদিনা সেইখিনি মানুহেই সংসাৰত আটাইতকৈ সুখী আৰু এক মুঠিৰ বুলি ট্ৰেলনিৰ ভাব হৈছিল।

দুৱাৰমুখত তেওঁক দেখা পাই নাৰ্চ কেটেৰিনাই চিয়ঁৰ মাৰি দিওঁতে ট্ৰেলনিৰ ভাবাবেশৰ যতি পৰিল। ওপৰ মহললৈ উঠি গৈ কোনো আগ জাননী নিদিয়াকৈ প্ৰতীক্ষাৰত জে'ন আৰু মেৰী বহি থকা কোঠাটোলৈ সোমাই গ'ল। তেওঁৰ মুখৰপৰা এটা কথাও নোলাল। মেৰী শ্যেলীৰ বাদামী চকুহালে ভয়ংকৰ নিবিড়তাৰে তেওঁৰ দুচকুলৈ চালে। "একো আশা আৰু নাইনে?" বুলি তাই চিঞৰি সুধিলে। একো উত্তৰ নিদিয়াকৈ ট্ৰেলনি কোঠাটোৰপৰা ওলাল আৰু ল'ৰা-ছোৱালীকেইটাক হতভাগ্য মাক দুজনীৰ ওচৰলৈ লৈ যাবলৈ চাকৰকেইটাক ক'লে।

---

॥৩৭॥

# অন্তিম সংযোগ

মেৰীৰ ইচ্ছা আছিল ৰোমান কবৰ স্থানতে শ্যেলীক সমাধিস্থ কৰাৰ। সেই ঠাইখিনি শ্যেলীয়ে বৰ ধুনীয়া বুলি কৈছিল। তেওঁলোকৰ কণমানিটোকো তাতেই থোৱা হৈছিল। কিন্তু দেশৰ প্ৰচলিত স্বাস্থ্য ৰক্ষা সংক্ৰান্ত নিয়ম অনুযায়ী বালিৰ মাজত পানী নিদিয়া শিলচূণ দি পুতি থোৱা শ অন্য ঠাইলৈ নিয়া নিষেধ। ট্ৰেলনিয়ে পৰামৰ্শ দিলে বোলে প্ৰাচীন গ্ৰীকৰীতি অনুযায়ী, শ কেইটাৰ অৱশিষ্টখিনি উপকূলতে দাহ কৰি পেলোৱাই ভাল হ'ব। ইয়াৰ বাবে দিন ধাৰ্য্য কৰা হ'লত বাইৰণ আৰু হাণ্টলৈ খবৰ পঠোৱা হ'ল, কাৰণ তেওঁলোকেও উপস্থিত থাকিবলৈ ইচ্ছা কৰিছিল। বাইৰণ নিজে 'বলিভাৰ' চলাই ওলালহি। টাস্কানিৰ কৰ্ত্তৃপক্ষই কোৰ আৰু বেলচা দি কেইটামান চিপাহী পঠাই সহায় কৰিছিল।

উইলিয়ামচৰ দেহাৱশিষ্টখিনি প্ৰথমে খান্দি উলিওৱা হ'ল। ওচৰতে তেওঁৰ বন্ধুবোৰে ঘেৰি ধৰি চাই আছে। নৰম বালিত থিয় দি থাকোঁতে তেওঁলোকৰ ভৰিবোৰ পুৰিছিল। চিপাহী কেইটাই গাতটো খান্দি শটো বাহিৰ কৰি অনালৈ ভয় আৰু কৌতূহলেৰে তেওঁলোকে চাই আছিল। প্ৰথমে এখন ক'লা ৰেচমী ৰুমাল বাহিৰ হ'ল, তাৰ পিচত কেইটুকুৰামান কাপোৰ, ভৰিৰ হাড়ত লাগি থকা জোতা এপাত। আৰু তাৰ পিচতে এসোপা মাংস পিণ্ড আৰু হাড়ৰ টুকুৰা। চোৱাৰ লগে লগে ৰাজহাড়ৰপৰা অংগ-প্ৰত্যংগবোৰ এৰাই যায়। চিপাহীহঁতে কোৰ, বেলচা, চিপৰাং আদি লৈ দূৰৈৰপৰা আঁজুৰি-পিজুৰি শটোৰ থকা গোটেইখিনি উলিয়াই আনি সিহঁতৰ কাম সামাধা কৰিলে। কোৰ, বেলচা, চিপৰাংবোৰ যেন উৎপীড়ণৰ অস্ত্ৰহে— দেখিলে মনত তেনে ভাব হৈছিল।

বাইৰণে চিঞৰ মাৰি ক'লে, "সেইটো মানুহৰ শৰীৰনে? দেখাত ইয়াক ভেৰাৰ শ যেনহে চোন লাগে!"

বাইৰণ বৰ বিহ্বল হৈ পৰিছিল। কিন্তু একোৱেই নোহোৱা যেন ভাব এটা দেখুৱাই তেওঁ নিজৰ আবেগ লুকুৱাবলৈ চেষ্টা কৰিলে।

তেওঁৰ মতে আবেগ-অনুভূতিবোৰ বিৰক্তিজনক আৰু অপুৰুষোচিত। চিপাহীহঁতে লাওখোলাটো উঠাব খোজোঁতে তেওঁ ক'লে, "অলপ ৰবিহঁক। মই দাঁতৰ পাৰি দুটা চাওঁ। মোৰ লগত কথা পতা যিকোনো লোকৰে দাঁত দুপাৰী দেখিলেই মই চিনি পাওঁ। মই সদায় মুখখন চাওঁ। চকুৱে লুকাই ৰাখিব খোজা ভাব মুখখনত ওলাই পৰে।"

চিতা সজোৱা হৈছিল। ট্ৰেলনিয়ে তাত জুই দিলে। দাহ্য পদাৰ্থবোৰ শুকাই ধুনাৰ নিচিনা হৈ আছিল। সেইবোৰ পাই পাইন কাঠৰ জুই দপদপাই জ্বলি উঠিল। ওচৰত জুম বান্ধি থকা মানুহবোৰ জুইৰ তাপ সহিব নোৱাৰি পিচুৱাই গ'ল। লাওখোলাটো আৰু ৰাজহাড়ত জুই লাগিলত জুইৰ বৰণ ৰূপালী যেন দেখাইছিল, শিখাবোৰত যেন ঢৌ খেলিছিল। মুঠতে এক বৰ্ণনাতীত উজ্জ্বলতা আৰু পবিত্ৰতাৰ ভাব ফুটি উঠিছিল। অলপ নুমাবলৈ ল'লত বাইৰণ আৰু হাণ্টে জুই লৈ ধূপ আৰু নিমখ দলিয়াই দিলে। সুৰাও চটিয়াই দিলে।

বাইৰণে হঠাতে ক'লে, "আহাহঁক, আমাৰ বন্ধুকেইজন ডুবাই মৰা এই পানীৰ শক্তি কিমান চাওঁ। ... তেওঁলোক ডুবাৰ সময়ত নাওখন বাৰু কিমান দূৰ পাইছিলগৈ বুলি তোমালোকৰ ধাৰণা হয়?"

তেওঁৰ শোকৰ লগতে অকণমান গৰ্ববোধো কিজানি মিহলি হৈ আছিল। তেওঁ কিজানি মনে মনে ভাবিছিল যে তেওঁ হেলেচপণ্ট সাঁতুৰি পাৰ হোৱা মানুহ, তাতকৈ কম বিপজ্জনক সাগৰত তেওঁ নুডুবিলহেঁতেন।

কাপোৰ কানি সলাই তেওঁ সাঁতোৰ মেলিলেই। ট্ৰেলনি আৰু হাণ্টো তেওঁৰ লগ হ'ল। কিছু দূৰ গৈ চিতাৰ ফালে ঘূৰি চাই তেওঁলোকে চিতাগ্নি জলোৱা বালিত কণমান ঠাইহে জ্বলমলাই থকা দেখিলে।

* * *

পিচদিনাখন শ্যেলীৰ বাবেও একে দৰে দাহন কাৰ্য্যৰ আয়োজন কৰা হ'ল। ভায়া ৰেজ্জিয়ৰ ওচৰত, সাগৰ আৰু পাইন গছৰ এটুকুৰা হাবিৰ মাজত তেওঁৰ শটোও বালিত পুতি ৰখা হৈছিল।

সেইদিনা বতৰটো অপূৰ্ব যেন লাগিছিল। চোকা ৰ'দত হালধীয়া

বালি আৰু ডাঠ বেঙুনীয়া সাগৰৰ মাজৰ বৈসাদৃশ্যটো চমৎকাৰ দেখাইছিল। তলত ওখ ওখ গছবোৰ। ওপৰৰ আকাশত তুষাৰাবৃত আপেনাইন গিৰিমালাই আকাশত মৰ্মৰতুল্য মেঘাচ্ছন্নতাৰ সৃষ্টি কৰিছিলে। শ্যেলী জীয়াই থকাহেঁতেন এনে এটা অপূৰ্ব নৈসৰ্গিক দৃশ্য দেখি তেওঁ আনন্দত জঁপিয়াই উঠিলেহেঁতেন। ওচৰৰ গাঁওবোৰৰ আটাইবোৰ ল'ৰা-ছোৱালী এই বিৰল দৃশ্যটো চাবলৈ গোট খাইছিল, কিন্তু সিহঁতৰ কোনেও মুখেৰে এটা শব্দও কৰা নাছিল। বাইৰণ নীৰৱ আৰু গম্ভীৰ হৈ আছিল। "হায়, এয়ে সেই বজ্ৰকঠোৰ ইচ্ছা শক্তি! তোমাৰ সেই অপূৰ্ব সাহসৰ তেনে এয়ে অৱশেষ... প্ৰমিথিউছৰ দৰে তুমিও জুপিটাৰক প্ৰত্যাহ্বান জনাইছিলাঁ, আৰু এতিয়া, চোঁৱা...।"

আচল ঠাইখিনি ক'ত বিচাৰি পাবলৈ চিপাহীহঁতে এঘণ্টামান বালিত খান্দিব লগা হ'ল। হঠাতে কোৰৰ লগত খুন্দা খাই খটংকৈ কিবা এটা শব্দ হ'ল। লাওখোলাত কোৰৰ গাদী লাগিছেগৈ বুলি চিপাহীহঁতে বুজি পালে। বাইৰণ কঁপিবলৈ ধৰিলে। লেক লেমনৰ ধুমুহাত পৰা শ্যেলীৰ কথা তেওঁৰ মনলৈ আহিল। উদ্বেগহীনভাৱে হাত সাবটি তেওঁ নাৱত বহি আছিল। দেখাত সাহসী কিন্তু অক্ষম। (শ্যেলীয়ে সাঁতুৰিব নাজানিছিল।) বাইৰণৰ মতে সেই অৱস্থাটো আছিল তেওঁৰ (শ্যেলীৰ) নিজৰ এক যথাৰ্থ প্ৰতীক। "তেওঁৰ বিষয়ে কেনে ভ্ৰান্ত ধাৰণা যে প্ৰচাৰ নহৈছে! মই জনা সকলো লোকৰ ভিতৰত তেওঁ আছিল বিনা ব্যতিক্ৰমে শ্ৰেষ্ঠ, আৰু স্বাৰ্থশূণ্য। এগৰাকী অতি সুন্দৰ ভদ্ৰলোক।"

শটো পুতি থওঁতে তাত চূণ সানি দিয়া হৈছিল। ফলত ই তেনেই এঙাৰ হৈ পৰিছিল। আকৌ এবাৰ ধূপ, ধূনা, তেল আৰু নিমখ জুইত ঢলা হ'ল। শ্যেলীৰ শটোৰ ওপৰত যিমানবোৰ মদ ঢলা হ'ল সিমানবোৰ মদ তেওঁ জীৱনত খাব যে পাৰিছিল সন্দেহ। তীব্ৰ গৰমত পৰিবেশটো ইমান অসহ্য আৰু অস্বাভাৱিক হৈ পৰিছিল যে চিতাগ্নিৰ ওচৰেপাঁজৰে থকাবোৰৰ গাবোৰ ইচাতবিচাত লাগিছিল। তিনি ঘণ্টাৰ মূৰত দেখা গ'ল যে কলিজাটো নোপোৰাকৈয়ে আছে। অস্বাভাৱিক ধৰণে ডাঙৰ আছিল কলিজাটো। ট্ৰেলনিয়ে থপিয়াই জুইৰ মাজৰপৰা ইয়াক আঁতৰাই আনিলে। ইয়াকে কৰোঁতে তেওঁৰ হাত পুৰিলে। লাওখোলাটোৰ যিডাল আগ হাড়ত কোৰৰ খুন্দা লাগিছিল সেইডাল

সুলকিলে। মগজুবোৰ ছিটিকি পৰি বহুত পৰলৈ উতলি উতলি জ্বলি আছিল।

বাইৰণে এই দৃশ্য চাই থাকিব নোৱাৰিলে। আগদিনাৰ দৰেই সেইদিনাও তেওঁ সাঁতুৰি 'বলিভাৰ'ত উঠিলগৈ। নাওখন ওচৰতে বান্ধি থোৱা আছিল। ট্ৰেলনিয়ে অৱশিষ্ট হাড়ৰ টুকুৰা আৰু শ পোৰা ছাই অলপ গোটাই ক'লা ভেলভেট কাপোৰেৰে মেৰোৱা ওক কাঠৰ চন্দুক এটাত ভৰালে। চন্দুকটো তেওঁ আহোঁতে লগত লৈ আহিছিল।

গোটেই দৃশ্যটো একান্ত মনে চাই থকা গাঁৱৰ ল'ৰা-ছোৱালীবোৰে ইটোৱে সিটোক কৈছিল বোলে ইংলেণ্ড পালেগৈ সেই হাড়বোৰৰপৰা মৰা মানুহজনে পুনৰ জীৱন্ত ৰূপ পাব।

* * *

এই কাহিনীৰ আন অভিনেতা-অভিনেত্ৰীৰ কাৰ কি হ'ল এতিয়া সেই কথা কোৱাৰ পাল।

চাৰ টিমথি শ্যেলী একান্নবৈ বছৰলৈকে জীয়াই থাকি ১৮৪৪ চনত ঢুকাল। তেওঁ মেৰীক সামান্য এটা ভাট্টা দি থৈ গ'ল, কিন্তু তাৰ বিনিময়ত তাই গিৰিয়েকৰ অপ্ৰকাশিত কবিতাবোৰ বা কোনো জীৱনী বেৰনেট গৰাকীৰ জীৱদ্দশাত প্ৰকাশ নকৰে বুলি তাইৰপৰা কথা আদায় কৰি ল'লে। হেৰিয়েটৰ পুতেক চাৰ্লছ এঘাৰ বছৰ বয়সতে ঢুকাইছিল। তাৰ অবৰ্তমানত পাৰ্চি ফ্ৰেঞ্চ ককাকৰ পদবী আৰু জমিদাৰীৰ উত্তৰাধিকাৰী হ'ল।

একেটা দুৰ্ভাগ্যজনক ঘটনাই মেৰী আৰু জে'নক কোবাই গ'ল। তেওঁলোক এতিয়া পৰস্পৰৰ ওচৰ চাপি আহিল। বহুত দিনলৈকে তেওঁলোকে একেলগে ইটালীত থাকিল, পিচলৈ লণ্ডনত। শ্যেলীৰ বন্ধুসকল তেওঁৰ প্ৰতি ইমান অনুগত আছিল যে ট্ৰেলনিয়ে মেৰীক বিয়া কৰাবলৈ বিচাৰিলে, আৰু কেইদিনমান পিচত সন্দেহবাদী হগে জে'নক একে প্ৰস্তাৱকে দিলে। ট্ৰেলনিৰ প্ৰস্তাৱত মেৰী মান্তি নহ'ল। মেৰী শ্যেলী নামটো তাই ইমান সুন্দৰ বুলি ভাবিছিল যে তাইৰ সমাধিৰ ফলকত এই নামটোকেই খোদিত কৰাটো তাই ইচ্ছা কৰিছিল। জে'নে হগৰ

প্রস্তাৱত সন্মতি দিলে, কিন্তু লগতে এই কথাও স্বীকাৰ কৰিলে বোলে উইলিয়ামচৰ লগত তেওঁৰ বিয়া হোৱাই নাছিল। ভাৰতবৰ্ষৰ ক'ৰবাত তাইৰ গিৰিয়েক এটা তেতিয়াও আছিল। এই কথাটোত হ্গে গুৰুত্ব নিদিলে। ভালেইহে হ'ল, কিবা এটা বিবাহ অনুষ্ঠান আয়োজন কৰাৰপৰা তেওঁলোক দুয়ো ৰক্ষা পালে। তেওঁলোক আজীৱন পৰস্পৰৰ সংগী হৈয়ে থাকিল, কোনেও কাকো এৰা দিয়া নাছিল। তেওঁলোকে বাহ্যতঃ বেচ ভদ্রোচিতভাৱেই জীৱন যাপন কৰিছিলে। হ্গে কঠোৰ পৰিশ্ৰম কৰিব পাৰিছিল, খুঁটি-নাটি কথাবোৰতো তেওঁ আছিল সদাসতর্ক, তথাপি উকীল হিচাপে তেওঁ আছিল তেনেই সাধাৰণ। উকীল হিচাপে বাগ্মিতা আৰু ওজস্বিতা তেওঁৰ নাছিল। জীৱনৰ শেহলৈ তেওঁ ভীতগ্ৰস্ত, মোহমুক্ত বৃদ্ধৰ জীৱন যাপন কৰিছিল। গোটেই দিন গ্ৰীক আৰু লেটিন সাহিত্য পঢ়ি বিৰক্তিজনক গতানুগতিকতা আৰু সময়ৰ বোজা অতিক্ৰম কৰিবলৈ যত্ন কৰিছিল। ক্লেয়েৰে ৰাছিয়াত 'গভর্ণেচ'ৰ চাকৰি কৰি দিন কটাবলৈ ল'লে। চাৰ টিমথি ঢুকুৱাৰ পিচত শ্যেলীয়ে দি থৈ যোৱা বাৰ হেজাৰ পাউণ্ড তাই পালে আৰু দৰিদ্ৰতাৰপৰাও ৰক্ষা পৰিল।

যিমানেই বুঢ়ী হৈ গৈছিল সিমানেই এই মহিলাকেইগৰাকীৰ মাজত কাজিয়া-পেঁচালো বাঢ়ি গৈছিল। জে'নে আটাইৰে আগত কৈ ফুৰিছিল বোলে কাচা মাগ্নিত থকাৰ শেহৰ কেইমাহত শ্যেলীয়ে কেৱল তাইকহে ভাল পাইছিল। এই কথাবোৰ তাই পটাহিয়াই ফুৰাত মেৰী ইমান বিৰক্ত হৈছিল যে তাই জে'নৰ মুখকে চাব নোখোজা হ'ল। লাহে লাহে মিৰাণ্ডা বুঢ়ী হৈ আহিলে, কাণেৰেও কম শুনা হ'ল। দেখাত কিন্তু তাই তেতিয়াও বৰ ধুনীয়া হৈয়ে আছিল। কবিৰ কথা ওলালে এই বয়সতো তাইৰ চকুহাল আনন্দত জিলিকি উঠিছিল।

কেইবা বছৰো ধৰি ক্লেয়েৰে এখন কিতাপ লিখিছিল। তাত তাই শ্যেলী, বাইৰণ আৰু তাইৰ নিজৰ উদাহৰণ দি দেখুৱাব খুজিছিল যে প্ৰেমৰ প্ৰশ্নত কেৱল চিৰাচৰিত আদৰ্শহে লোৱা উচিত। কিন্তু মানসিক ৰোগত পৰি, বহুত দিন ধৰি এই কামত তাই হাত দিব পৰা নাছিল। জীৱনৰ শেহৰ দিনকেইটা তাই ৰোমত ৰোমানকেথলিক ধৰ্ম লৈ আৰু সমাজ সেৱাৰ কামত আত্মনিয়োগ কৰি অতিবাহিত কৰিছিল।

১৮৭৮ চনৰ বসন্ত কালৰ এদিনা ডেকা মানুহ এজনে শ্যেলী

আৰু বাইৰণৰ বিষয়ে অনুস্মৰণ বিচাৰি ক্ৰেয়েৰেৰ ওচৰ চাপিছিল। এই নাম দুটাৰ উচ্চাৰণ শুনা মাত্ৰকে বৃদ্ধ মহিলা গৰাকীৰ সোতোৰা পৰা মুখত এক যুৱতীসুলভ প্ৰতিশ্ৰুতিপূৰ্ণ হাঁহি বিয়পি পৰিল। ওঠৰ বছৰ বয়সত এই হাঁহিটোৱেই তেওঁক আকৰ্ষণীয় কৰি তুলি ধৰিছিল।

"এহে, তুমিও দেখিছোঁ সৰহভাগ মানুহৰ দৰেই স্থূল বুদ্ধিৰ। বাইৰণক মই ভাল পাইছিলোঁ বুলি ভাবিছাঁ কিজানি।"

ডেকাজনে আচৰিত হৈ তেওঁৰ মুখলৈ চালে। তেওঁ ক'লে, "বন্ধু, গাভৰুৰ হিঁয়াত কি থাকে সেই কথা ভালকৈ জনাৰ সুযোগ তোমাৰ নিশ্চয় এদিন হ'ব। এৰা, মোৰ চকুত জলক লাগিছিল, কিন্তু সেই চক্‌মকনি প্ৰেম নাছিল। তেওঁৰ প্ৰতি মোৰ আকৰ্ষণ প্ৰেমস্বৰূপে বিকশিত হ'ব পাৰিলেহেঁতেন, কিন্তু নহ'ল।"

ক্ষন্তেক নীৰৱতা। ইতস্ততঃ কৰি আগন্তুকে আকৌ সুধিলে— "মহাশয়া, আপুনি কেতিয়াও প্ৰেমত পৰা নাছিল নে?"

মহিলা গৰাকীৰ সোতোৰা পৰা গালত লাজুকী আভা বিয়পি পৰিল। তেওঁ কোনো উত্তৰ নিদিলে। তলমূৰকৈ ৰ'ল।

"শ্যেলীৰ প্ৰেমত পৰা নাছিল?" ডেকাজনে লাহেকৈ সুধিলে।

মূৰ তুলি নোচোৱাকৈ তেওঁ উত্তৰ দিলে, "মোৰ সমগ্ৰ অন্তৰেৰে, মোৰ আত্মাৰ গভীৰতাৰপৰা, তেওঁক মই ভাল পাইছিলোঁ।"

তেওঁ থিয় হ'ল, আৰু প্ৰণয়ী সুলভ হাঁহি এটা মাৰি তেওঁৰ বন্ধ বিচনিখনৰ নালেৰে ডেকাৰ গালত লাহেকৈ এটা টোকৰ মাৰিলে।

—— : ——